# অসমীয়া জাতিৰ ইতিবৃত্ত

[ আদিমকালৰ পৰা দ্বাদশ শতিকালৈ ]






অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট, অসম

ASAMIYA JATIR ITIVRITTA : A collection of articles on varied aspects of the life of the people of Assam till the end of the twelfth century A. D., edited by Sri Giridhar Sarma, President and published by General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan. Jorhat, Assam. Second Edition October, 1996

প্ৰধান সম্পাদক, অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট, অসম

অসম সাহিত্য সভাৰ হৈ
প্ৰকাশক :
শ্ৰীমাখন হাজৰিকা
বনলতা
ডিব্ৰুগড়
অসম

প্ৰথম প্ৰকাশ : ফেব্ৰুৱাৰী, ১৯৭৪
দ্বিতীয় প্ৰকাশ : অক্টোবৰ, ১৯৯৬

মূল্য : ৫৫'০০ টকা।

ছপাওঁতা :
প্ৰবীণকুমাৰ শৰ্মা
সতীমাতা প্ৰিন্টিং হাউচ
৪এ, ডি. এল. ৰায় ষ্ট্ৰীট,
কলিকতা-৭০০০০৬

# আগকথা

আমাৰ এই ৰাজ্যখনৰ প্ৰাচীনকালৰ মনীষা, শৌৰ্য্য-বীৰ্য্য, কলা-সংস্কৃতি, ভাষা সাহিত্য প্ৰাকৃতিক ঐশ্বৰ্য্য আদিৰ কথা স্মৰণ কৰিলেই মন আনন্দত পুলকিত হৈ উঠে। কিন্তু আমাৰ দুৰ্ব্বলতাৰ কাৰণে, আমাৰ অযোগ্যতাৰ কাৰণে আমি আমাৰ এই সম্পদৰ কথা যথোপযুক্তভাৱে প্ৰকাশ কৰি প্ৰচাৰ কৰিব পৰা নাই আৰু তাৰ ফলত আজিৰ যুগতো অনেকে আমাৰ প্ৰতি, আমাৰ সভ্যতা-সংস্কৃতি, ভাষা-সাহিত্যৰ প্ৰতি বিৰূপ ধাৰণা পোষণ কৰি আছে অথবা আমাৰ বিষয়ে জানিবৰ ইচ্ছা কৰা সকলেও জানিবৰ সুবিধা পোৱা নাই। আমাৰ ৰাজ্যৰে অগণন আগ্ৰহশীল লোকো এই বিষয়ক সম্যক জ্ঞান লাভ কৰি তাৰ পৰম্পৰা ৰক্ষাৰ কাৰণে অনুপ্ৰাণিত, উৎসাহিত হ'ব পৰা নাই। ফলত আজি আমি অবহেলিত, লাঞ্ছিত আৰু আমাৰ ন্যায্য প্ৰাপ্যৰ পৰা বঞ্চিত হৈছোঁ।

এই প্ৰেৰণাকে মনত লৈ অসম সাহিত্য সভাৰ চল্লিশতম ৰঙিয়া অধিবেশনৰ সভাপতিৰ অভিভাষণত আমি বাৰদফীয়া আঁচনিৰ উল্লেখ কৰিছিলোঁ। বৰ আনন্দৰ কথা সেই আঁচনি সেই দিনাই ৰাতি ৰঙিয়াত বহা বিষয়বাছনী সভাৰ বৈঠকত প্ৰতিনিধিসকলে হৰ্ষ ধ্বনিৰে সমৰ্থন কৰিছিল আৰু কাৰ্যনিৰ্বাহকৰ প্ৰথম বৈঠকতে তাক কাৰ্য্যত পৰিণত কৰিবলৈ হাতত লৈছিল। সেই অনুক্ৰমে সেইদিনাই ন জনীয়া প্ৰকাশন সমিতি এটি গঠন কৰি কামত আগবাঢ়িবলৈ দিহা পৰামৰ্শ দিছিল। এই সমিতিৰ অন্যতম সদস্য ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্যক আহ্বায়ক হিচাপে আৰু অধ্যাপক (সকল) বীৰেন্দ্ৰনাথ দত্ত, দুৰ্গেশ্বৰ শৰ্মা, নীলমণি ফুকন, ৰামচৰণ ঠাকুৰীয়া, শ্ৰীপদ্মৰাম শালৈ আৰু শ্ৰীকনকচন্দ্ৰ ডেকাক সদস্য হিচাপে লৈ এটি সাতজনীয়া উপসমিতি পাতি 'অসমীয়া জাতিৰ ইতিবৃত্ত নিৰ্মাণ'ৰ আঁচনি প্ৰস্তুত কৰাৰ দায়িত্ব দিয়া হৈছিল। এই উপ-সমিতি কেবাদিনো বহি এই বিষয়ক এটি সুচিন্তিত আঁচনি তৈয়াৰ কৰিলে। সেই আঁচনি ক্ৰমে 'অসমীয়া জাতিৰ ইতিবৃত্ত' নামৰ গ্ৰন্থখন প্ৰধানকৈ তিনিটা খণ্ডত ৰচিত হ'ব। প্ৰথম খণ্ডত আদিম কালৰে পৰা দ্বাদশ শতিকালৈ, দ্বিতীয় খণ্ডত ত্ৰয়োদশ শতিকাৰ পৰা অষ্টাদশ শতিকালৈ আৰু তৃতীয় খণ্ডত ঊনবিংশ শতিকাৰ পৰা বৰ্ত্তমানলৈ থাকিব: ভৌগোলিক অৱস্থান, জনগোষ্ঠী, সমাজ ব্যৱস্থা, অৰ্থনৈতিক অৱস্থা, ভাষা আৰু সাহিত্য, ৰাজনৈতিক ব্যৱস্থা, শিল্প, ধৰ্ম আৰু দৰ্শন আৰু কলাৰ বিষয়ে বৰ্ণনা। এই গ্ৰন্থখন তিনি খণ্ডত লিখি

উলিয়াই ইংৰাজী আৰু হিন্দী ভাষালৈ ৰূপান্তৰিত কৰাৰ সিদ্ধান্তও লোৱা হয়। এই কাম সম্পূৰ্ণ কৰিবলৈ কেবা বছৰো লাগিব। কাৰ্য্য নিৰ্বাহকে এই আঁচনি স্বীকৃতি দি এই বছৰত প্ৰথম খণ্ড (আদিম কালৰ পৰা দ্বাদশ শতিকালৈ) উলিয়াবলৈ সিদ্ধান্ত গ্ৰহণ কৰি বিশেষজ্ঞ সকলক লিখিবলৈ অনুৰোধ কৰে।

সেইকালৰ তথ্যপাতি সংগ্ৰহ কৰা কেনে কঠিন কাম সুধী সমাজে জানে। তথাপি বহু কষ্ট কৰি প্ৰত্যেকেই সাহিত্য সভাৰ অনুৰোধক্ৰমে জাতীয় স্বাৰ্থ বুলি ভাবিয়েই হয়তো অতি কম সময়ৰ ভিতৰতে নিজৰ নিজৰ বিষয়ে লিখি দিলে আৰু ফলত প্ৰথম খণ্ড আজি ৰাইজৰ হাতত দিব পাৰি পৰম আনন্দ লাভ কৰিছোঁ। বাকী দুটা খণ্ড আৰু তিনিওটিৰ অনুবাদ ৰাইজে সোনকালে পাব বুলি আশা ৰাখিলো।

অসমীয়া জাতিৰ ইতিবৃত্ত বুলিলে স্বাভাৱিকতে ইয়াত অসমীয়া জাতিটোৰ এক সামগ্ৰিক ৰূপৰ প্ৰতিফলন আশা কৰা যায়। কিন্তু এই উদ্দেশ্যত আমি নিশ্চয় সম্পূৰ্ণভাৱে উপনীত হব পৰা নাই। ইয়াত অসমীয়া জাতিৰ দ্বাদশ-শতিকালৈ এটি থূলমূল আভাস মাথোন দাঙি ধৰি এই বিৰাট আঁচনিৰ শুভাৰম্ভ হে কৰা হ'ল।

এই কাম কৰিবলৈ নিজৰ নানা কাম পেলাই থৈও অতি কম দিনৰ ভিতৰতে ইয়াৰ লিখকসকলে নিজৰ নিজৰ লিখাখিনি লিখি দি আমাক পৰম উপকৃত কৰিছে আমি তাৰ কাৰণে তেখেতসকলৰ ওচৰত চিৰকৃতজ্ঞ। অৱশ্যে তেখেতসকল সকলোৱে এই কাম জাতীয় স্বাৰ্থৰ কাম বুলি গ্ৰহণ কৰাত আমি নথৈ আনন্দ পাইছোঁ। ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ তেখেতসকলৰ এনে চেষ্টাৰ ফলতেই অদূৰ ভৱিষ্যতত এই আঁচনি সম্পূৰ্ণ ৰূপায়িত হৈ উঠক তেখেতসকলে শক্তিমন্ত দীৰ্ঘ জীৱন লাভ কৰক।

সংগঠন, প্ৰচাৰ আৰু সমন্বয়ৰ কাৰণে লোৱা এইবাৰৰ আমাৰ অসম কোচবিহাৰ আৰু অৰুণাচলৰ ভ্ৰমণৰ অভিজ্ঞতাই আমাক আৰু অনুপ্ৰাণিত—উৎসাহিত কৰি তুলিছে। লক্ষীমপুৰ জিলা ভ্ৰমণৰ সময়ত শিলাপথাৰলৈ গৈ মালিনী মন্দিৰৰ ভাস্কৰ্য্য আৰু প্ৰস্তৰ নিৰ্মিত মূৰ্ত্তিবোৰ দেখি স্তম্ভিত হৈছিলোঁ—আনন্দত চকুলো ওলাইছিল। তাৰ সংৰক্ষণৰ কাৰণে, প্ৰচাৰৰ কাৰণে কি কৰিব পাৰিছোঁ? ইটা নগৰৰ ওচৰে-পাজৰে ওলোৱা স্থাপত্য-ভাস্কৰ্য্যৰ কথা জানি আনন্দত অধীৰ হৈছিলো। সদুপথাৰলৈ যোৱা ৰাস্তাৰ ওচৰত থকা সূৰ্য্য মূৰ্ত্তিৰ কথা শুনি চমৎকৃত হৈছিলোঁ। অৰুণাচললৈ যাওঁতে কুণ্ডীল নগৰ, ভীষ্মক নগৰ, পৰশুৰামকুণ্ড আদিৰ লগত জড়িত থকা কাহিনীবোৰ মনলৈ আহি আমাক আনন্দত অধীৰ কৰি তুলিছিল। অৰুণাচলৰ লোকৰ আদৰ চেনেহতে আপ্যায়িত হৈছিলোঁ। কোচবিহাৰৰ মধুপুৰ, বৈকুণ্ঠপুৰ

আদি দেখি মহাপুৰুষসকলে আমাৰ সংহতিৰ কাৰণে, প্ৰচাৰৰ কাৰণে কি কৰিছিল ভাবি তবধ মানিছিলোঁ। তেজপুৰৰ শ্ৰদ্ধেয় শ্ৰীগহনচন্দ্ৰ গোস্বামীৰ আশ্ৰয়ত থকা আৰু ঘাৰমাৰা আদৰ্শ সত্ৰত থকা অৰুণাচলৰ ল'ৰাসকলৰ অসমীয়া ভাষা-সংস্কৃতি শিকাৰ কাৰণে আগ্ৰহ দেখি বিস্মিত হৈছিলোঁ। অৰুণাচলৰ লোকসকলে আমাৰ ভ্ৰমণৰ সময়ত দেখুৱা শ্ৰদ্ধা আৰু সোধপোছ দেখি তেওঁলোক যে আমাৰ প্ৰতি, আমাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰতি কেনে শ্ৰদ্ধাবান তাক অনুভৱ কৰিছিলোঁ।

এই সকলোবোৰ বাস্তৱ অভিজ্ঞতাই এই কামৰ কাৰণে আমাক আৰু বেছি অনুপ্ৰাণিত কৰি তুলিছে—ইচ্ছা হয় যেন প্ৰথমখণ্ড কিয় তিনিওখণ্ড সম্পূৰ্ণ কৰি তাক ইংৰাজী আৰু হিন্দীলৈ অনুবাদ কৰা কামো শেষ কৰি পেলাওঁ। কিন্তু ই যথেষ্ট সময় আৰু ব্যয় সাপেক্ষ কথা, তদুপৰি লাগিব লেখক সকলৰ নিষ্ঠাপূৰ্ণ সৃষ্টিৰ সাধনা—কৰ্মকৰ্ত্তা সকলৰ উদাৰ নিঃস্বাৰ্থ সহযোগিতা।

এই কাম সম্পূৰ্ণ কৰি তোলাত বিশেষকৈ পাণ্ডুলিপিখিনি পঢ়ি চাই মিলি ঠিক কৰি দিয়াত ড° প্ৰতাপচন্দ্ৰ চৌধুৰী, ড° সত্যেন্দ্ৰনাথ শৰ্মা আৰু ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্য দেৱে আমাক যথেষ্ট সহায় কৰিছে। এই ছেগতে তেখেত সকলৰ প্ৰতি আমাৰ নিজৰ আন্তৰিক কৃতজ্ঞতা আৰু সাহিত্য সভাৰ ফালৰ পৰাও শলাগ আগবঢ়ালোঁ।

এইবাৰৰ প্ৰকাশিত গ্ৰন্থবোৰ দানশীল ৰাইজৰ দান বৰঙনি আৰু ৰাজ্য চৰকাৰৰ অনুদানৰ সহায়েৰে ছপাই উলিয়াব পৰা হ'ল। এই প্ৰসঙ্গতে সেই সকললৈ সাহিত্য সভাৰ ফালৰ পৰা আৰু আমি ব্যক্তিগতভাবেও শলাগ আগবঢ়ালোঁ।

'পূৰ্বদেশ মুদ্ৰণ' ছপাশালে নানা ব্যস্ততাৰ মাজতো সভাৰ এই পবিত্ৰ সম্পদটি ৰাইজৰ সন্মুখত দিব পৰাকৈ ইমান কম সময়ৰ ভিতৰতে ছপাই উলিয়াই দিয়া বাবে ছপাশালৰ কৰ্তৃপক্ষ আৰু কৰ্মীসকলক ধন্যবাদ জনাইছোঁ।

লৰালৰিৰ কাৰণে কৰবাত কিবা ত্ৰুটী-বিচ্যুতি থাকিলে তাৰ কাৰণে দায়ী আমি। গুণগ্ৰাহী লোকসকলে তেনেকথা দেখুৱাই দিলে আমি উপকৃত হম আৰু পৰবৰ্ত্তী কৰ্মকৰ্ত্তাসকলৰ সুবিধা হব।

"জয়তু ভাষা জননী"

গুৱাহাটী
২১ মাঘ, ১৮৯৫ শক

গিৰিধৰ শৰ্মা
সভাপতি
অসম সাহিত্য সভা
৪ | ২ | ৭৪

# প্ৰধান সম্পাদকৰ নিবেদন

অসম সাহিত্য সভাই ১৯৭৪ চনতে প্ৰকাশ কৰি উলিওৱা "অসমীয়া জাতিৰ ইতিবৃত্ত" গ্ৰন্থখন আজি বহু বছৰ ধৰি বজাৰত পাবলৈ নোহোৱা হৈছে। ইতিমধ্যে বহুসংখ্যক গৱেষক পণ্ডিত তথা অনুসন্ধিৎসু পাঠকে গ্ৰন্থখনৰ পুনৰ প্ৰকাশৰ বাবে সভাক অনুৰোধ জনাই আহিছে। সভাৰ তৰফৰ পৰা আমি এই ক্ষেত্ৰত বিশেষ গুৰুত্ব দিয়া সত্ত্বেও আৰ্থিক স্থিতি টনকিয়াল নোহোৱা হেতুকে গ্ৰন্থখনি পুনৰ প্ৰকাশ কৰাত অসুবিধাৰ সম্মুখীন হওঁ।

সভাৰ ১৯৯৬-৯৭ বৰ্ষৰ প্ৰকাশন উপ-সমিতিৰ বৈঠক তথা ১৮ আগষ্ট ১৯৯৬ খ্ৰীষ্টাব্দ তাৰিখে অনুষ্ঠিত হৈ যোৱা কাৰ্যনিৰ্বাহকৰ দ্বিতীয় পূৰ্ণাঙ্গ অধিৱেশনে গ্ৰন্থখনিৰ দ্বিতীয় সংস্কৰণ প্ৰকাশৰ সিদ্ধান্ত গ্ৰহণ কৰে আৰু সভালৈ জনোৱা আবেদনৰ ভিত্তিত অসমৰ বিশিষ্ট পুথি প্ৰকাশক "বনলতা"ৰ ওপৰত এই দায়িত্ব অৰ্পণ কৰে। গ্ৰন্থখনি ছপোৱাৰ দায়িত্ব গ্ৰহণ কৰি অসমৰ ৰাইজৰ বহুদিনীয়া অভাৱ এটি পূৰ্ণ কৰাৰ বাবে 'বনলতাৰ' স্বত্বাধিকাৰ শ্ৰীযুত মাখন হাজৰিকালৈ আমি কৃতজ্ঞতা জ্ঞাপন কৰিলো।

আশাকৰোঁ পঢ়ুৱৈ সমাজে এই সংস্কৰণটিও পূৰ্বৰ দৰে আদৰি লব।

"চিৰ চেনেহী মোৰ ভাষা জননী"।

২৫ ছেপ্টেম্বৰ ১৯৯৬ খ্ৰীষ্টাব্দ
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০১

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# সূচীপত্র

# ভৌগোলিক অৱস্থান ঃ ৰাজনৈতিক ভূগোল

**ড° প্ৰভাতচন্দ্ৰ চৌধুৰী**

পৰ্বত, সমতল, নদী-নালা, বাহনি, কাঠনি, ঘাঁহনি, ফুলনিৰে পৰিবৃত প্ৰকৃতিৰ সৌন্দৰ্য্য-পৰিপুষ্ট অসম সুন্দৰৰ বিনন্দীয়া সৃষ্টি। সুবিশাল লুইত আৰু তাৰ অসংখ্য উপনদীৰ অনাদি কালজুৰি প্ৰবাহমান লীলাৰ প্ৰভাৱ পৰি পৰিবৰ্তনশীল জল-বায়ুৰ খুন্দা লাগি ইয়াত সৃষ্ট হৈছিল সাবুৰো মাটিৰ ভূখণ্ড, গজি উঠিছিল সুঠাম জনগোষ্ঠীৰ সমৃদ্ধ কৃষ্টি। কালৰ গতিত লোপ পালে সকলো ঃ সাবুৰো মাটিও নাই, স্থায়ী বাসিন্দাৰ উত্তৰাধিকাৰীও বিৰল, সংস্কৃতিৰ সমলো সাগৰ তলিত। জনগণৰ সমূহীয়া প্ৰচেষ্টাত ইয়াৰ উদ্ধাৰ হওক ঃ আমি আভাসহে দিম, ভৌগোলিক পৰিসীমাৰ মাজতেই নহয়, বাহিৰতো। ৰাজনৈতিক ভূগোলৰ ভূচিত্ৰ আগৰ নিচিনা হৈ পৰক। বুৰঞ্জীৰ গৌৰবাধ্যায় নতুনকৈ লিখিবলৈ সমল ওলাওক।

প্ৰাচীন অসমে কামৰূপক বুজায়, প্ৰাগ্‌জ্যোতিষৰ বতৰা দিয়ে, কামাখ্যাৰ লগত নিবিড় সম্বন্ধ পাতে, লৌহিত্য উপত্যকাৰ আৱেষ্টনীৰ মাজত জাত সংস্কৃতিৰ কথা সোঁৱৰায়, আৰু আজিৰ অসমৰে নহয়, অখণ্ড অসমৰে নহয়, পুৱে-পশ্চিমে উত্তৰে-দক্ষিণে ৰাজ্যজোৱা সুবৃহৎ ভূখণ্ডাবৃত জনগোষ্ঠীৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰা ইতিহাসৰ বৃত্তান্ত ৰিঙিয়াই কয়, ৰজা-প্ৰজাৰ প্ৰাচীন তথা আজিও আমাৰ অনুকৰণীয় কথা-কাণ্ড, বহুজনহিতকাৰী সমাজ-ব্যৱস্থাৰ ছবি এখন আমাৰ মানসপটত আঁকি দিয়ে। এই ছবি আজিও ম্লান পৰা নাই ঃ নপৰে। খণ্ডিত অসম জোৰা লাগি, ইয়াৰ প্ৰাচীন এক গোটীয়া সংস্কৃতিয়ে বিকৃত মনৰ পৰাজয় আনক, এই আশাতে আছোঁ।

কামৰূপখন বৃটিছ দিনৰ শাসনগোট অসমতকৈও ডাঙৰ আছিল, আকাৰ-প্ৰকাৰতেই নহয়, গুণে গৰিমাতো। এই গৰিমা ভৌগোলিক অৱস্থানৰ পৰিধি চতুপীঠ-চেৰাই গৈ লগ লাগিছিল দক্ষিণ-পুৱ এছিয়াৰ সীমাৰেখাত আৰু মগধ, মিথিলা, কোশল, উৎকলৰ প্ৰান্তত। গুণৰ গৰিমা ইমানেই আছিল, সোতৰ শতিকা বা ইয়াৰ পিছত প্ৰণীত হৰগৌৰী সম্বাদ পুথিত নাইবা যোগিনীতন্ত্ৰত অসমৰ ৰাজনৈতিক ভূগোল কামৰূপ নিৰ্ণয়ৰ অন্তৰ্গত কৰি আহোমৰাজক সৌমাৰ পীঠৰ অধীশ্বৰ বুলিহে আখ্যা দিছে, যদিও অসম নামটো তেতিয়া বাৰুকৈয়ে প্ৰচলিত হৈছিল। সি যি কি নহওক, প্ৰাচীন অসমে প্ৰাগ্‌জ্যোতিষ-কামৰূপকে বুজায়, যদিও ত্ৰয়োদশ-চতুৰ্দশ শতিকাৰ পৰা সঙ্কুচিত অসমগোটে অতীতৰ প্ৰাগ্‌জ্যোতিষৰ অংশবিশেষ এটিকে বুজায়।

এই প্ৰাচীন ৰাজ্যখনৰ ভৌগোলিক অৱস্থানে সৈতে চতুঃ বা অষ্ট সীমাৰ পৰিধিৰ সংজ্ঞা এক কথাত দিবলৈ সহজ নহয়, এই কাৰণেই শতাব্দি জুৰি হোৱা ৰাজনৈতিক উত্থান-পতনৰ লগতে ইয়াৰ পৰিসৰ প্ৰাপ্তি বা সংকোচন ঘটিছিল। ইয়াৰ প্ৰাচীনতম নাম প্ৰাগ্‌জ্যোতিষ নে কামৰূপ আছিল সেইটোও নিৰ্ণয়যোগ্য। কিছুমান পণ্ডিতৰ মতে উক্ত দুয়োটা নাম অইন ঠাইৰ পৰা আমদানি কৰিহে অনা হৈছে। আমদানি কৰিবলগীয়াই বা কিয় হৈছিল, আৰু কামৰূপ-কামাখ্যা আৰু প্ৰাগ্‌জ্যোতিষ নামৰ উৎপত্তি সম্বন্ধেই বা আমি কি জানো? অসম নামটোই বা ক'ৰ পৰা ওলাল? বহুতৰে ধাৰণা আহোম সকল ইয়াত পদাৰ্পণ কৰাৰ লগে লগেই ঠাইখনৰ নাম অসম হ'ল, নাইবা অসম নামৰ উৎপত্তি আহোম সকলৰ লগত সাঙোৰ খাই আছে। বুৰঞ্জীৰ প্যাততো ইয়াৰ সন্দেহ পোৱা যায়। কিছুমানে আকৌ কয়, অসম নামটো বড়ো শব্দৰ পৰা ওলাইছে। অসমৰ থলুৱা বাসিন্দাই টাইভাষাভাষী সকলক বহিৰাগত হেতুকে তেওঁলোকক বুজাবলৈ আহোম (ন+স (সো) ম) নামৰ প্ৰচলন কৰাটোহে নিশ্চিত, ঠিক যেনেকৈ বড়োজনজাতিসকলৰ প্ৰত্যেকৰে বেলেগ বেলেগ নামকৰণ উক্ত থলুৱা বাসিন্দাই কৰিছিল। সেয়ে হ'লে, অসম নামৰ উৎপত্তি অইন ঠাইত বিচাৰ কৰিবলগীয়া হয়। আমাৰ বোধেৰে, অসম নামৰ উৎপত্তিৰ ব্যাখ্যা ইয়াৰ প্ৰাকৃতিক ভূগোলেহে দিব পাৰে, যদিও চতুৰ্পীঠৰ ভিতৰৰ সৌমাৰ পীঠৰ লগতো ইয়াৰ সম্বন্ধ নথকা নহয়। কামৰূপ নামৰ ভৌগোলিক আৰু আধ্যাত্মিক ব্যাখ্যাই অসম নামৰ ব্যুৎপত্তিগত ব্যাখ্যা ঢাকি পেলোৱা কাৰণে এই নাম পুৰাণ-তন্ত্ৰকাৰসকলৰ দৃষ্টিগোচৰৰ বাহিৰত আছিল বুলি কব পৰা যায়। কিন্তু, অসম নামৰো মাহাত্ম্য আছে, আৰু এই মাহাত্ম্য প্ৰকাশ পাইছে কালৰ গছকত ওপোজা আমাৰ ভাষা-সাহিত্যৰাজি আৰু সাংস্কৃতিক সৌষ্ঠবৰ, বৰ ভাণ্ডাৰত। উক্ত মাহাত্মৰ প্ৰাচুৰ্য্য বঢ়োৱাত অঁৰিহণা যোগাইছিল ইয়াৰ ৰজা-প্ৰজা নিৰ্বিশেষে, ভৌগোলিক সীমাৰেখাৰ মাজতেই আৱদ্ধ ৰাখি নহয়, দূৰ-দূৰণিলৈকেও প্ৰচাৰ কৰি।

প্ৰাগ্‌জ্যোতিষ-প্ৰাগ্‌জ্যোতিষপুৰৰ নামোৎপত্তি সম্বন্ধেও মতভেদ আছে। এই নামৰ প্ৰাচীনতা সম্বন্ধে ভাৰতৰ মহাকাব্য দুখন, সংহিতা আৰু পুৰাণ বিশেষে সাক্ষ্য বহন কৰিছে। অসম নামৰ নিচিনা এই নামোৰো উৎপত্তি কিছুমানে প্ৰাকৃতিক ভূগোলত বিচাৰি পাইছে। সাধাৰণতে জ্যোতিষ চৰ্চ্চা আৰু সূৰ্যদেৱতাৰ সৈতে নৱগ্ৰহৰ উপাসনাৰ প্ৰধান আৰু প্ৰথম বা পূৰ্বদিশৰ কেন্দ্ৰস্থলী বুলি প্ৰাগ্‌জ্যোতিষপুৰৰ উৎপত্তি নিৰ্ণয় কৰা হয়। ই নামৰ অৰ্থগত সংজ্ঞাৰ ওপৰত নিৰ্ভৰশীল। প্ৰথম শতিকাৰ গ্ৰীক লিখনী "পেৰিপ্লাছত" প্ৰাগ্‌জ্যোতিষপুৰৰ উল্লেখ থকাটো সম্ভৱপৰ আৰু কিছুমান পণ্ডিতৰ মতে "দিছে" প্ৰাগ্‌জ্যোতিষক বুজায়।

প্ৰাগ্‌জ্যোতিষৰ শব্দাংশ "প্ৰাগজ্যো" বাদ দিলে "তিষ" পোৱা যায়, আৰু এই "তিষৰ" পৰিবৰ্ত্তে উক্তগ্ৰন্থত "দিছ" ব্যৱহৃত হোৱাটো অসম্ভৱ নহয়। আমাৰ বোধেৰে আজিলৈকে ওচৰাওচৰিকৈ থকা দুখন গাঁও, জতীয়া আৰু দিছপুৰে জ্যোতিষপুৰৰ পুৰণি স্মৃতি বহন কৰি আছে। এই নামৰ আগত "প্ৰাগ" সংযোগ কৰিলে আৰ্য্য-গোষ্ঠীৰ আৰ্য্য ভাষা সংস্কৃতত সংযুক্ত শব্দ প্ৰাগ্‌জ্যোতিষ পোৱা যায়। গতিকে, যিহেতু অসমৰ প্ৰাচীনতৰ ৰাজধানী উক্ত অঞ্চলতে বৰ্ত্তমান আছিল, উক্ত দুই স্থানৰ নামৰ লগত প্ৰাগজ্যোতিষৰ সম্বন্ধ সাঙোৰ খাই আছে বুলি ধৰি লব পাৰি। আজিৰ অস্থায়ী ৰাজধানী এসময়ৰ অসমৰ স্থায়ী ৰাজধানীৰ বুকুতে হৈ উঠাত আচৰিত হবলগীয়া একো নাই। সিয়ো স্থায়ীহৈ উঠিলেহে অসমৰ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ পুনৰুদ্ধাৰ হব, ঠিক যেনেকৈ পাটনা চহৰে প্ৰাচীন মগধৰাজ্যৰ ৰাজধানী পাটলিপুত্ৰৰ গৌৰৱ পুনঃপ্ৰতিষ্ঠা কৰাত সহায়তা কৰিছে। সি যি কি নহওক, যি সকলে প্ৰাগজ্যোতিষ নামটি অইন ঠাইৰ পৰা আমদানি কৰি ভাৰতৰ এই প্ৰান্তলৈ অনা বুলি ধাৰণা কৰে, সেই সকলৰ অসমৰ সংস্কৃতিৰ লগত পৰিচয় নাই। আৰু ইয়াৰ সংস্কৃতিৰ আভাস নাজানিলে স্থানবিশেষৰ ব্যুৎপত্তিগত অৰ্থৰ আভাসেই বা কেনেকৈ পাব। এই কথা কামৰূপ নামৰ উৎপত্তি সংক্ৰান্ত আখ্যানতো খাটে, অৰ্থাৎ এই নামো লোকৰপৰা ধাৰ কৰি আনি ইয়াত প্ৰচলন কৰা নহৈছিল। নীলাচল পাহাৰখন অইন ঠাইৰ পৰা উঠাই আনি ইয়াত পতা হৈছিল বুলি কলে সত্যৰ অপলাপ কৰা হয়, আৰু কামাখ্যাক বাদ দি কামৰূপ নামৰ মাহাত্ম্যই বুজিব নোৱাৰি। গতিকে বিশেষকৈ ব্ৰহ্মপুত্ৰৰ সমতলাবৃত কামৰূপ-কামাখ্যা অনাদি কালৰপৰাই একে ঠাইত বৰ্ত্তমান। ইয়াৰ ঐতিহাসিক সমলেও এই সত্যকে সাব্যস্ত কৰে। কামাখ্যা প্ৰকৃতি দেৱী যেনেকৈ অসমৰ ত্ৰিকোণাকাৰ ভৌগোলিক সীমাৰেখাৰ প্ৰতীক, ঠিক তেনেকৈ কামৰূপ পুৰুষ-শিৱ অসমৰ আধ্যাত্মিক সত্তাৰ বীজ-মন্ত্ৰ। এই দুই নাম-মন্ত্ৰৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী-ভাৱত বিজয়ী। কামাখ্যাৰ উল্লেখ যদিওবা পুৰণি তামৰ ফলি আদিত পোৱা নাযায়, কামৰু বা কামৰূপৰ উল্লেখেই যথেষ্ট। কামৰূপৰ বীজ-মন্ত্ৰই কামাখ্যাকে বুজায়। কালিকা পুৰাণে ইয়াৰে ইঙ্গিত দিছে। বুঢ়া লুইতে ঢৌত উৰ্বৰা ভূখণ্ডে সৈতে ইপাৰ-সিপাৰৰ পৰ্বত-পাহাৰাবৃত প্ৰান্তদেশখনেই প্ৰাগ্‌জ্যোতিষ—কামৰূপ। কিন্তু, প্ৰাগ্‌জ্যোতিষেই কামৰূপ নে ?

কালিদাসৰ ৰঘুবংশত প্ৰাগজ্যোতিষ আৰু কামৰূপ, এই দুই নামৰে উল্লেখ আছে। ৰাজশাসনৰ মোহৰত যেনেকৈ ৰাজন্যবৰ্গক প্ৰাগজ্যোতিষাধিপতি আখ্যা দিয়া হৈছে, তেনেকৈ মূলত ৰাজধানীৰূপে প্ৰাগজ্যোতিষপুৰৰ উল্লেখ আছে। যদি অইন

ৰাজ্যৰ নিচিনা ইয়াতো ৰাজ্যৰ নামেৰেহে ৰজাৰ পৰিচয় পোৱা হয়, তেনেহ'লে প্ৰাগজ্যোতিষ ৰাজ্যখনৰ নাম আছিল বুলি ধৰিলে ভুল কৰা নহয়। কিন্তু, ৰাজ্যখন আৰু ৰাজধানীৰ একেনাম হোৱাৰ তাৎপৰ্য্য বা কি? আৰু ইয়াৰ উল্লেখ ক'ত ক'ত পোৱা গৈছে? ৰঘুবংশ, বৃহৎসংহিতাৰ বাহিৰেও বাণৰ হৰ্ষচৰিতত প্ৰাগজ্যোতিষৰ উল্লেখ আছে। ইয়াত কামৰূপৰ ৰজা ভাস্কৰবৰ্মাক প্ৰাগজ্যোতিষেন্দ্ৰ অৰ্থাৎ প্ৰাগজ্যোতিষ ৰাজ্যৰ ৰজা আখ্যা দিয়া হৈছে। গতিকে ঐতিহাসিক সমলে প্ৰাগজ্যোতিষ আৰু কামৰূপে একেখন ৰাজ্যকে বুজায় বুলি সাক্ষ্য দিছে, যদিও প্ৰাগজ্যোতিষ নামটো নিশ্চয় প্ৰাচীতম বুলি ধাৰণা কৰাৰ যুক্তি আছে, আৰু যদিও এই নামটো পিছতো কামৰূপৰ সলনি ব্যৱহাৰ কৰা পোৱা গৈছে। অতি মনকৰিবলগীয়া কথা, দ্বাদশ শতিকাৰ ঐতিহাসিক সমলে কামৰূপক মণ্ডল আৰু প্ৰাগজ্যোতিষক ভুক্তি শাসনগোটৰ আখ্যা দিছে, ঠিক যেনেকৈ দশম শতিকাত কামৰূপক বিষয় আখ্যা দিছে। ইবোৰে প্ৰমাণ কৰে, সেই সময়ত পূৰ্বাণি অসমৰ পৰিধি ইমান বৃদ্ধি পাইছিল যে আগৰ প্ৰাগজ্যোতিষ বা কামৰূপৰ ৰাজনৈতিক ভূগোলৰ সংজ্ঞাই উক্ত আয়তনৰ অসমক সামৰি লব নোৱাৰিছিল। কেন্দ্ৰীয় শাসনগোট ৰাজ্যৰ নামেৰে উল্লেখ থকা ঐতিহাসিক ঘটনাবো সমসাময়িক ৰাজ্যৰ ইতিহাসৰ পৰা পোৱা যায়। আৰু সেয়ে প্ৰমাণ কৰে, সময়ত কামৰূপ আৰু প্ৰাগজ্যোতিষ কেন্দ্ৰীয় শাসন গোট হিচাপেহে ভুক্তি, মণ্ডল বা বিষয় ৰূপে জনাজাত আছিল। মুঠৰ ওপৰত দ্বাদশ শতিকা শেষ হোৱালৈকে ভাৰতৰ এই প্ৰান্তৰ ৰাজ্যৰ নাম প্ৰাগজ্যোতিষ-কামৰূপহে আছিল।

প্ৰাগজ্যোতিষ ৰাজ্যৰ প্ৰাচীনতা সম্বন্ধে বা এই ৰাজ্যৰ আয়তনৰ বিষয়ে সবিশেষ জনা নাযায়। পালিসাহিত্যত বুদ্ধৰ সম-সাময়িক প্ৰাচীন ভাৰতৰ যোলখন ৰাজ্যৰ ভিতৰত প্ৰাগজ্যোতিষৰ উল্লেখ নাই। লোহিচ্চ (লৌহিত্য) বা ব্ৰহ্মপুত্ৰৰ উল্লেখ কিন্তু মনকৰিবলগীয়া। গ্ৰীক বুৰঞ্জীবিদৰ টোকাতো ইয়াৰ নামোল্লেখ নাই। সমসাময়িক ভাৰতীয় সাহিত্যত উল্লেখ থাকিলে উক্ত টোকাতো নিশ্চয় প্ৰাগজ্যোতিষৰ উল্লেখ থাকিলহে'তেন। ভাৰতীয় সাহিত্যই কিন্তু প্ৰমাণ কৰে, যি সময়ত বঙ্গৰ ভালেখিনি অংশ পূৰ্বসাগৰ বা লৌহিত্য সাগৰৰ তলিত আছিল তেতিয়া প্ৰাগজ্যোতিষ ৰাজ্যৰ ভৌগোলিক ৰাজনৈতিক মানচিত্ৰ লেখত লবলগীয়া আছিল। আনফালে আলেকজেণ্ডাৰৰ সমসাময়িক মেগাস্থেনিছৰ টোকাত মগধৰাজ্যৰ পূব প্ৰান্তত অৱস্থিত গঙ্গাৰাষ্ট্ৰ আৰু প্ৰাচ্য (Prasii) ৰাজ্যৰ উল্লেখ আছে। বৌদ্ধ নিকায় পুথিয়েও অঙ্গ আৰু বঙ্গৰ উল্লেখ কৰা পাইছো। ইবোৰে হয়তো প্ৰমাণ কৰে, বঙ্গদেশত গৌড়

ৰাজ্য প্ৰতিষ্ঠা হোৱাৰ বহু আগলৈকে অঙ্গ আৰু বঙ্গৰ বাহিৰে ভালেখিনি অংশ প্ৰাগজ্যোতিষৰ অন্তৰ্ভুক্ত আছিল, আৰু বাকী অংশখিনি সাগৰতলিত আছিল, আৰু প্ৰমাণ কৰে গ্ৰীক বুৰঞ্জীবিদৰ টোকাত উল্লেখ থকা প্ৰাচ্য ৰাজ্যই প্ৰাগজ্যোতিষ বা ইয়াৰ অংশবিশেষক বুজায়। এই ৰাজ্যখণ্ড মৌৰ্য্য-নন্দ বংশই প্ৰতিষ্ঠা কৰা মগধ সাম্ৰাজ্যৰো অন্তৰ্ভুক্ত আছিল। এই ঐতিহাসিক ঘটনা অশোকৰ শিলালিপিয়ে প্ৰমাণ কৰে, অৰ্থাৎ যেতিয়ালৈকে উক্ত মৌৰ্য্যসম্ৰাটৰ প্ৰস্তৰস্তম্ভ প্ৰাগজ্যোতিষৰ চতুসীমাৰ ভিতৰত আৱিষ্কাৰ নহব, তেতিয়ালৈকে কব লাগিব, এই ৰাজ্যৰ স্বাধীন অস্তিত্ব আছিল, মগধ সাম্ৰাজ্যই ইয়াক সামৰি লব নোৱাৰিছিল।

মহাভাৰতৰ পৰ্ব বিশেষে প্ৰমাণ কৰিছে, ভগদত্তৰ দিনৰ প্ৰাগজ্যোতিষ ৰাজ্যৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী আছিল আৰু এই ৰাজ্যই উত্তৰে হিমালয় প্ৰান্তৰ সীমা ৰেখা স্পৰ্শ কৰিছিল, ঠিক যেনেকৈ দক্ষিণ পশ্চিমে বঙ্গোপসাগৰলৈ বিস্তৃতি লাভ কৰিছিল। **উদ্যোগপৰ্বৰ পূৰ্বসাগৰবাসী** আৰু **দ্ৰোণপৰ্বৰ পৰ্বতপতি** আখ্যাই ভগদত্তৰ ৰাজ্যৰ সীমাৰ পৰিধি বাৰুকৈয়ে প্ৰমাণ কৰিছে। লৌহিত্যসাগৰৰ পাৰত বৰাহ পৰ্বতত অৱস্থিত প্ৰাগজ্যোতিষ ৰাজধানীৰ উল্লেখ **ৰামায়ণ** মহাকাব্যইও কৰিছে। নীলাচলৰ পৰা পাণ্ডুঘাটলৈ আগুৰা ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে অৱস্থিত পৰ্বতমালাই উক্ত বৰাহ পৰ্বতৰ সাক্ষ্য দিছে। এই ভূখণ্ডতেই নৰক ৰজাই ৰাজধানী প্ৰতিষ্ঠা কৰি প্ৰাচীন অসমৰ ৰাজনৈতিক ব্যৱস্থাৰ পাতনি মেলিছিল। কিন্তু নৰক-ভগদত্তৰ প্ৰাচীন অসমৰ ইতিহাসৰ কাল-নিৰ্ণয় সঠিককৈ হোৱা নাই। নাইবা মহাকাব্যৰ অসমৰ মানচিত্ৰ মহাভাৰতৰ ধৰ্মযুদ্ধৰ যুগৰ মানচিত্ৰ নহয় যেন লাগে। ইয়ে খৃঃ প্ৰথম শতিকা মানৰ ঐতিহাসিক বৰ্ণনাৰহে আভাস দিয়ে। অৰ্থাৎ নৰকসুত ভগদত্তৰ অসম নাইবা মহাকাব্যত সন্নিবিষ্ট প্ৰাগজ্যোতিষৰ বৰ্ণনা উক্ত সময় ৰেখাত পেলালেহে বুৰঞ্জীমূলক ঘটনাত নিৰ্ণয় কৰা হব। নহ'লে পৌৰাণিক আখ্যান হৈয়ে থাকিব।

সি যি কি নহওক, মৌৰ্য্য-নন্দ বংশৰ ৰাজত্বকাল শেষ নোহোৱালৈকে প্ৰাগজ্যোতিষৰ পশ্চিম সীমা কৰতোয়া নদীৰ সিপাৰলৈকে বিস্তৃতি লাভ কৰিব নোৱাৰিছিল। দক্ষিণ-পশ্চিমে হয়তো বঙ্গৰ কিছু অংশ সামৰি লব পাৰিছিল। ১ম-২য় শতিকাৰ **পেৰিপ্লাছ** আৰু **টোলেমিৰ** বৰ্ণনা আৰু মহাকাব্যৰ উল্লেখে কিন্তু প্ৰতীয়মান কৰাইছে, প্ৰাগজ্যোতিষ ৰাজ্যই দক্ষিণ-পশ্চিমে সাগৰলৈ আৰু উত্তৰে নেপাল-ভূটান-চীনৰ অংশবিশেষ অন্তৰ্ভুক্ত কৰিছিল, আৰু তেতিয়াৰ অসমৰ মানচিত্ৰই ভাৰতৰ মানচিত্ৰত এখন বিশিষ্ট আসন লাভ কৰিব পাৰিছিল। পশ্চিম সীমাৰেখা কৰতোয়াৰ সিপাৰে কোশীলৈকে বৃদ্ধি পাইছিল বুলিও প্ৰমাণ পোৱা যায়। **কালিকাপুৰাণৰ** কথাই

নাই, বিষ্ণুপুৰাণকে আদি কৰি অন্যান্য পুৰাণেও প্ৰমাণ দিছে, প্ৰাচীন অসমৰ মানচিত্ৰ অখণ্ড বৰ্তমানৰ অসমৰ আয়তনতকৈও বিশাল আছিল ; কিন্তু চতুৰ্থ শতিকাৰ পৰা আৰম্ভ কৰি ষষ্ঠ শতিকাৰ আৰম্ভণিলৈকে এই ৰাজ্যৰ পশ্চিম সীমা কৰতোয়াৰ পৰাও পুৱলৈ সংকুচিত হৈছিল। মগধৰ গুপ্তসম্ৰাট সমুদ্ৰগুপ্তৰ ৰাজশাসন এলাহাবাদ প্ৰশস্তি, যত সমতট, ডবাক, নেপালৰ লগত কামৰূপ ৰাজ্যখন প্ৰান্তীয় ৰাজ্য বুলি উল্লেখ আছে, আৰু ৰঘুবংশ, বৃহৎসংহিতা আদি পুথিয়েও এই সংকুচিত কামৰূপ ৰাজ্যখনৰ আভাস দিছে। অৰ্থাৎ গুপ্তসাম্ৰাজ্যৰ প্ৰভুত্ব থকালৈকে কামৰূপৰ ভৌগোলিক মানচিত্ৰৰ অৱনতি ঘটিছিল। কিন্তু পুব-দক্ষিণে বৰ্তমানৰ ডবাক, শ্ৰীহট্ট, ত্ৰিপুৰা, মৈমনসিঙ আদি ভূমিখণ্ড কামৰূপৰ ৰজা ভূতিবৰ্মাৰ ৰাজ্যত চামিল হৈ এই ৰাজ্যৰ পূৰ্বৰ গৌৰৱ পুনৰুদ্ধাৰ হোৱা ঘটনাৰ সত্যতা, ইয়াৰ তাম্ৰশাসন আৰু ৰজাজনাৰ নিজৰ খোদিত বৰগঙ্গা শিলালিপিয়ে প্ৰমাণ কৰিছে। খৃঃ পঞ্চম শতিকাৰ মহেন্দ্ৰ বৰ্মাৰ শাসন কালতেই এই ৰাজ্যৰ মানচিত্ৰৰ পৰিবৰ্দ্ধন ঘটে। আৰু তেতিয়াৰে পৰা ৮ম শতিকালৈকে, অৰ্থাৎ হৰ্ষদেৱৰ শাসনকাললৈকে, এই ৰাজ্যৰ পশ্চিম সীমা কোশীনদীলৈকে বিস্তৃতি লাভ কৰিছিল। আৰু ইয়াৰ ভিতৰত চামিল হৈছিল গৌড়, কৰ্ণসুবৰ্ণ, পুণ্ড্ৰবৰ্দ্ধন, উৎকল বা উড়িষ্যা, কোশলকে আদি কৰি ৰাজ্যসমূহ। ভাস্কৰবৰ্মাৰ নিধনপুৰৰ তাম্ৰশাসন, নেপালৰজা ২য় জয়দেৱৰ পশুপতিৰ প্ৰস্তৰ শাসন আৰু চীনপৰিব্ৰাজক হিউৱেন ছাঙৰ টোকাই সাব্যস্ত কৰিছে, খৃঃ ৭ম-৮ম শতিকাত অসমৰ মানচিত্ৰই চৰম সীমা পাইছিল। ৯ম শতিকাৰ লগে লগে এই মানচিত্ৰৰ অলপ সঙ্কোচন ঘটিলেও, এই শতিকাৰ মাজভাগত ৰজা বনমালৰ অসমে ৬ষ্ঠ শতিকাৰ মানচিত্ৰ অটুট ৰাখিছিল, আৰু গৌড়ৰ পুণ্ড্ৰবৰ্দ্ধনকে আদি কৰি বঙ্গৰ আগৰ দক্ষিণ-পশ্চিমৰ ভূখণ্ড সামৰি লৈছিল। খৃঃ ১০ম-১১দশ শতিকাত, পালবংশৰ ৰজা ৰত্নপাল আৰু ইন্দ্ৰপালৰ ৰাজত্বকালত কামৰূপৰ আগৰ মানচিত্ৰ উজ্জ্বল হৈ আছিল। ১২শ-১৩শ শতিকাৰ পৰা ৰাজশাসনৰ পট পৰিৱৰ্তনৰ লগে লগে আৰু গৌড়ৰ পালসেন বংশৰ হেচাত আগৰ কামৰূপৰ মানচিত্ৰ সংকুচিত হবলৈ ধৰে, বিশেষকৈ ইয়াৰ পশ্চিম প্ৰান্তত।

পুৱদিশত ডবাক আৰু ইয়াৰ ওচৰ-চুবুৰীয়া ভূমিখণ্ড ৫ম শতিকাতে মহেন্দ্ৰবৰ্মাৰ শাসন কালত অন্তৰ্ভুক্ত হৈ কামৰূপ ৰাজ্যৰ পৰিবৰ্দ্ধন ঘটে। হিউৱেন ছাঙৰ টোকাই প্ৰমাণ কৰে, ৰজা ভাস্কৰ বৰ্মাৰ ৰাজ্যৰ পুব আৰু পুব-দক্ষিণ সীমা চীন আৰু বৰ্ম্মাদেশৰ পাৰ্বত্য অঞ্চললৈ বিস্তৃতি আছিল। শালস্তম্ভ আৰু পাল বংশৰ ৰজা সকলৰ তাম্ৰশাসন আৰু শিলালিপিয়ে প্ৰমাণ কৰে, খৃঃ দ্বাদশ শতিকালৈকে ভাস্কৰবৰ্মাৰ

ৰাজ্যৰ পূৱ সীমা অটুট আছিল। আনকি উত্তৰ আৰু উত্তৰ-পূৱ অংশৰ পাৰ্বত্য অঞ্চলত বাস কৰা লোকসকলো এই ৰাজ্যৰ প্ৰজা আছিল, অৰ্থাৎ উক্ত অঞ্চলবোৰ প্ৰাচীন অসমৰ অন্তৰ্ভুক্ত আছিল। বৰ্তমানৰ নেফাৰ অঞ্চল বিশেষত পোৱা আৰ্য্য-হিন্দু-বৌদ্ধ সংস্কৃতিৰ নিদৰ্শন,—প্ৰত্নতাত্ত্বিক সমলে বাৰুকৈয়ে প্ৰমাণ কৰিছে, যিবোৰ অঞ্চলত ইবোৰ পোৱা হৈছে, সেই অঞ্চলবোৰ অন্ততঃ ১২শ শতিকাৰ আগলৈকে পুৰণি কামৰূপ ৰাজ্যৰ ভৌগোলিক সীমাৰ ভিতৰত থকাই নহয়, এক সাংস্কৃতিক গোটৰ অংশ আছিল। তাকে এতিয়া প্ৰমাণ কৰি দেখুৱাই, পুৰণি আত বিচাৰি উলিয়াই নেফাক পুনৰ অসমৰ ভৌগোলিক চাৰিবেৰৰ মাজলৈ আনিলেহে আমাৰ সংস্কৃতিৰ বিশাল দিশটো পুনৰুদ্ধাৰ হোৱাত সহায়ক হব।

অকল প্ৰত্নতাত্ত্বিক সমলেই নহয়, পুৰাণ আৰু তন্ত্ৰপুথিয়েও, পুৰণি অসমৰ আয়তনৰ আভাস দিছে। কালিকা পুৰাণত দিয়া আছে, কামৰূপ ত্ৰিকোণাকাৰ, দীঘলে ১০০ যোজন আৰু পথালিকৈ ৩০ যোজন, পশ্চিমে কৰতোয়া নদীৰ পৰা পূবে দিক্কৰ বা দিক্ৰং নদীলৈ বিস্তৃত আছিল। চতুৰ্পীঠ যেনে ৰত্নপীঠ, কামপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰপীঠত বিভক্ত বিশাল ভৌগোলিক গোট কামৰূপ ৰাজ্যৰ বৰ্ণনা কালিকা পুৰাণৰ নিচিনা যোগিনীতন্ত্ৰ আৰু হৰ-গৌৰী সংবাদ পুথিতো পোৱা গৈছে। গতিকে দুয়োবিধ বুৰঞ্জীৰ সমল, অৰ্থাৎ প্ৰত্নতাত্ত্বিক আহিলা-পাতি আৰু সমসাময়িক তথা পিছত প্ৰণীত পুথি সমূহেও পুৰণি কামৰূপৰ বিশাল ৰাজ্যখণ্ডৰ প্ৰাকৃতিক ভূগোল আৰু সাংস্কৃতিক দিশটোৰ আভাস দি প্ৰতিপন্ন কৰিছে যে এই ৰাজ্যখণ্ডই ভাৰতৰ প্ৰাকৃতিক ৰাজনৈতিক মানচিত্ৰত বিশিষ্ট আসন লাভ কৰিব পাৰিছিল, আহোম ৰাজত্বৰ পাতনি মেলাৰ বহুত আগতেই।

প্ৰায় চাৰিওফালে অলঙ্ঘ্য পৰ্বতমালা বেষ্টিত হ'লেও অইন ৰাজ্যৰ লগত কামৰূপৰ সম্বন্ধ বাৰুকৈয়ে হৈছিল। উক্ত গিৰিপথেৰেই ইয়ালৈ নানা সময়ত জন-প্ৰব্ৰজন হৈ আৰু নানা ঠাইত সিচঁৰিত হৈ বসবাস কৰি, বিশেষ জল-বায়ুৰ প্ৰভাৱত একৰকম গাইগুটীয়া সমাজ সংস্কৃতিৰ ব্যৱস্থা কৰিছিল। এফালে যেনেকৈ ব্ৰহ্মপুত্ৰ আৰু অসংখ্য নদী উপনদী ধৌত সাৰুৱা মাটিৰ প্ৰভাৱ পৰি সমতলৰ আৰ্য্য গোষ্ঠীৰ লোকৰ প্ৰচেষ্টাত এক গৌৰৱময় সংস্কৃতি ঠন ধৰি উঠিছিল, ঠিক তেনেকৈ পাহাৰৰ দূৰ-দুৰণিত বসবাস কৰি, তাৰ জলবায়ুৰ প্ৰভাৱত এক সুকীয়া জনগোষ্ঠীৰ সভ্যতাৰ জন্ম হৈছিল। কিন্তু আদান-প্ৰদানৰ কাৰণে আৰু সমতলৰ সভ্যতাৰ গুণৰ গৰিমাৰ গুণত সময়ে সময়ে দুই সোঁতৰ মিলন-সংমিশ্ৰণ ঘটিছিল। হয় পৰ্বতৰ জনজাতীয় লোকে ভৈয়ামলৈ

আহি ইয়াৰ বাসিন্দাক পৰাভূত কৰিবলৈ সক্ষম হৈছিল, নহয়, ভৈয়ামৰ সভ্যতাৰ প্ৰভাৱত পৰি নিজৰ খিনি পাহৰি প্ৰধান সুঁতিত জাহ গৈছিল। বুৰঞ্জীৰ সমলে ইয়াৰেই আভাস দিয়ে। সমতলৰ উৰ্বৰা মাটিত জাত প্ৰাচুৰ্য্যই এচামক আনি দিছিল অকৰ্মণ্যতা, সোৱোপা স্বভাৱ আৰু আনফালে সৃষ্ট হৈছিল পাহাৰৰ প্ৰাকৃতিক সুযোগ-দুৰ্যোগৰ মাজত প্ৰতিপালিত, প্ৰভাৱান্বিত হৈ সুঠাম দেহৰ জনগোষ্ঠী। কিন্তু কি সমতলীয়া, কি পৰ্বতীয়া, স্বাধীন চিতীয়া স্বভাৱ আৰু দেশপ্ৰেমৰ নিদৰ্শন দুয়ো গোষ্ঠীৰ লোকৰ মাজতে পোৱা গৈছে। সৌ সিদিনালৈকে পৰ্বত-ভৈয়ামৰ জনগোষ্ঠীৰ প্ৰচেষ্টাত বৰ্ত্তি থকা অসমৰ স্বাধীনতাৰ বুৰঞ্জীয়ে ইয়াৰেই সাক্ষ্য দিছে।

পানী-মাটিৰ তলত, হাবি-বননি, পাহাৰে-কন্দৰে সিঁচৰিত হৈ পৰি থকা মূল্যবান খনিজ পদাৰ্থসমূহে যেনেকৈ অসমক সোণৰ অসম গঢ়াত সহায়ক হৈছিল, আনফালে প্ৰচণ্ড ভুঁইকপৰ জোকাৰণি, বান-পানীৰ তাণ্ডৱলীলা আৰু অন্যান্য প্ৰাকৃতিক দুৰ্যোগ, সকলোৱে কম বেছি পৰিমাণে চৰম আঘাত হানি যুগ যুগ ধৰি পৰিবৰ্দ্ধিত ইয়াৰ সংস্কৃতিৰ আপুৰুগীয়া প্ৰত্নতাত্ত্বিক সমল আৰু অন্যান্য নিদৰ্শনসমূহ কালৰ গতিত ধ্বংসপ্ৰাপ্ত কৰালে। এনেকুৱা নিদৰ্শন কিমানবোৰ ভূগৰ্ভত লুকাই আছে কোনে জানে? কোনে জানে, প্ৰকৃতিৰ বুকুত কিমানবোৰ মঠ-মন্দিৰ, দৌল-দেবালয়, স্থাপত্য-ভাস্কৰ্য্যৰ গৌৰৱ সম্পদ ইতিমধ্যে লীন হৈ গৈছে। ইবোৰ অসমৰ প্ৰাকৃতিক ভূগোল আৰু ভৌগোলিক অৱস্থানৰে প্ৰতিফলন। সময়ত ৰাজনৈতিক পট পৰিৱৰ্তনে এই অৱস্থানৰ ওপৰত প্ৰভুত প্ৰভাৱ পেলাইছিল। সেই প্ৰভাৱৰ ছাব ডাঙি ধৰে সমাজ-ব্যৱস্থা, তথা ৰাজনৈতিক পটৰ বিশদ বিশ্লেষণে।

---

# জনগোষ্ঠীত প্ৰজাতীয় উপাদান

অধ্যাপক ড' ভুবনমোহন দাস

দ্বাদশ শতিকাৰ আগলৈকে অসম নামৰ কোনো ৰাজ্য নাছিল। কিন্তু ৰাজনৈতিক অৰ্থত অসমৰ নাম নাথাকিলেও ভৌগোলিক অৰ্থত এই অঞ্চলটো প্ৰাচীন কালৰেপৰা আছে। এতিয়াও ৰাজ্যৰ নামৰ আৰু সীমাৰেখাৰ প্ৰায়ে সালসলনি হৈ থকাৰ দৰে যুগে যুগে এই অঞ্চলটোও বিভিন্ন নামেৰে পৰিচিত হৈ আহিছে আৰু লগতে ইয়াৰ চাৰিসীমা পৰিৱৰ্তিত হৈছে।

প্ৰাচীন কালত এই অঞ্চলটোৰ নাম আছিল প্ৰাগজ্যোতিষ আৰু পিছলৈ ই কামৰূপ নামেৰে পৰিচিত হ'ল। ৰামায়ণ আৰু মহাভাৰতত এই ৰাজ্যৰ উল্লেখ আছে। এই ৰাজ্যৰ পৰিধি সাগৰলৈ বিস্তৃত আছিল। প্ৰাগজ্যোতিষৰ ৰজা ভগদত্তই কুৰুক্ষেত্ৰ ৰণত যোগ দিছিল আৰু তেওঁৰ সৈন্যবাহিনী কিৰাত, চীন আৰু সাগৰ উপকূলৰ বাসিন্দাৰে গঠিত আছিল। এই সাগৰ বৰ্তমানৰ বাংলাদেশৰ দক্ষিণ অঞ্চল। প্ৰাচীন কালত এই অঞ্চলটো সাগৰৰ তলত আছিল আৰু প্ৰাগজ্যোতিষ ৰাজ্যৰ সীমাৰেখা সেই সাগৰ উপকূললৈ বিস্তৃত আছিল। ভুটান পাহাৰ আৰু নেপালৰ কিছু অংশই এই ৰাজ্যৰ উত্তৰ সীমাৰেখা গঠন কৰিছিল। পশ্চিমে কুশী নদীলৈকে এই ৰাজ্য বিস্তৃত আছিল।

কোনো ৰাজ্যৰ জনগোষ্ঠী অধ্যয়নত সেই ৰাজ্যৰ ভৌগোলিক সীমাৰেখা আৰু লগতে প্ৰাকৃতিক অঞ্চলবোৰৰ বিষয়ে জনাটো নিতান্ত প্ৰয়োজনীয়। কিয়নো তাৰ দ্বাৰা কোন দিশৰপৰা কোনবিধ মানুহৰ সেই ৰাজ্যত প্ৰৱেশ কৰাৰ সম্ভাৱনা সেই বিষয়ে কিছু ধাৰণা কৰিব পৰা যায়।

পুৰাণৰ সময়ত এই ৰাজ্যই কামৰূপ নাম পালে। সপ্তম শতিকাৰ মাজভাগত অহা চীনা পৰিব্ৰাজক হিউৱেনচাঙৰ টোকাত কামৰূপৰ উল্লেখ আছে। তেওঁ কৰতোৱা নদী পাৰ হৈ কামৰূপত (কা-ম-লু-প) প্ৰৱেশ কৰে। তেওঁতকৈ আগৰ সময়ৰ মহাকবি কালিদাসে (পঞ্চম শতিকাৰ প্ৰথম ভাগ বুলি ধৰা হয়) কামৰূপৰ দ্বাৰা প্ৰাগজ্যোতিষকে বুজাইছে। আকৌ দশম শতিকাৰ আগভাগৰ কনৌজৰ ৰজা মহীপালৰ ৰাজকবি ৰাজশেখৰে আৰ্য্যাবৰ্তৰ বৰ্ণনা কৰোঁতে প্ৰাগজ্যোতিষৰহে উল্লেখ কৰিছে, কামৰূপৰ উল্লেখ নাই। আনহাতে এঘাৰ শতিকাৰ আৰব পণ্ডিত আলবেৰুণীয়ে পূৰ্ব ভাৰতৰ ৰাজ্যৰ বিৱৰণত কামৰূপৰ নামহে উল্লেখ কৰিছে। গতিকে দেখা যায়

যে সেই সময়ত অৰ্থাৎ প্ৰায় দ্বাদশ শতিকালৈকে প্ৰাগজ্যোতিষ আৰু কামৰূপৰ দ্বাৰা একেখন ৰাজ্যকে বুজোৱা হৈছিল। অৱশ্যে সময়ৰ লগে লগে ৰাজ্যখনৰ নাম পৰিবৰ্তন হোৱাৰ লগতে সীমাৰেখাৰো সালসলনি হৈছিল।

যিহেতু অসম নামেৰে কোনো ৰাজ্য নাছিল, অসমীয়া নামেৰে পৰিচিত কোনো লোকো নাছিল। পিছে প্ৰাগজ্যোতিষ বা কামৰূপ শূন্যপুৰী নাছিল। সেই ৰাজ্যই পিছলৈ অসম নাম পোৱাৰ দৰে তাৰ বাসিন্দাবোৰো অসমীয়া নামেৰে পৰিচিত হ'ল। এই প্ৰবন্ধৰ উদ্দেশ্য হ'ল সেইকালৰ অসমৰ বাসিন্দাবোৰৰ মাজত থকা প্ৰজাতীয় উপাদানবোৰৰ লগত থূলমূলভাৱে পৰিচিত হোৱা। নৃতত্ত্বৰ দিশৰপৰা বাসিন্দাবোৰক কিছুমান গোটত ভাগ কৰিব পাৰি। এনে একোটা গোটক নৃগোষ্ঠীয় সমষ্টি নাম দিব পাৰি। ইয়াত এই নৃগোষ্ঠীয় সমষ্টিক সাধাৰণভাৱে জনগোষ্ঠী বোলা হব।

জনগোষ্ঠীৰ নৃতাত্ত্বিক বিশ্লেষণৰ বাবে বিজ্ঞানসম্মত পদ্ধতিৰে সংগৃহীত আৱয়বিক আৰু আনুবংশিক তথ্যৰ প্ৰয়োজন। দুখৰ বিষয় অসমৰ জনগোষ্ঠীবোৰ এই দৃষ্টিভংগীৰে এতিয়ালৈকে সম্পূৰ্ণৰূপে অধ্যয়ন কৰা হোৱা নাই। জনগোষ্ঠীবোৰৰ আৱয়বিক চৰিত্ৰ সম্বন্ধে যিখিনি তথ্যপাতি আছে, এই প্ৰবন্ধত তাৰ সহায় লোৱা হব। জনগোষ্ঠীৰ সাংস্কৃতিক আৰু সামাজিক অৱস্থাৰ বিৱৰণেও এনে অধ্যয়নত বিশেষ আলোকপাত কৰে। এই সকলোবোৰ সমল প্ৰাক-ইতিহাস আৰু ইতিহাসৰ পৰিপ্ৰেক্ষিতত বিশ্লেষণ কৰাটো যুক্তিসংগত। সকলোবোৰ জনগোষ্ঠীৰে সৰ্বজনগৃহীত প্ৰণালীবদ্ধ ঐতিহাসিক বিৱৰণ পোৱাটো সম্ভৱপৰ নহয়। সেইবাবে কাব্য, মহাকাব্যবোৰৰ আশ্ৰয় গ্ৰহণ কৰিবলগীয়া হয়। প্ৰাক-ঐতিহাসিক আৰু ঐতিহাসিক কালৰ পৰা উদ্ধাৰিত হোৱা সা-সজুলি আৰু ধ্বংসাৱশেষবোৰেও এনে অধ্যয়নত বিশেষ সহায় কৰে।

অসমৰ জনগোষ্ঠীবোৰৰ বিষয়ে আলোচনা কৰিবলৈ যোৱাৰ আগতে বৰ্তমান কালত ভাৰতবৰ্ষত থকা প্ৰজাতীয় উপাদানবোৰৰ লগত পৰিচিত হৈ লোৱাটো সমীচীন হব যেন পাওঁ। বিভিন্ন জন নৃতাত্ত্বিক নানান ধৰণে ভাৰতীয়ৰ প্ৰজাতীয় উপাদানৰ ব্যাখ্যা দিবলৈ প্ৰয়াস কৰিছে। অৰ্থাৎ এই বিষয়ত নৃতাত্ত্বিকৰ মাজত মতানৈক্য থকা দেখা যায়। এই নৃতাত্ত্বিকসকলৰ ভিতৰত ৰিজলে ( ১৮৮৮ ), ৰুগেৰি ( ১৯২১ ), হেডন ( ১৯২৪ ), আইকষ্টেড ( ১৯৩৪ ), গুহ ( ১৯৩৯ ), হাটন ( ১৯৩৫ ), সৰকাৰ ( ১৯৬১ ) আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ইয়াৰ ভিতৰত ড° বিৰজাশংকৰ গুহৰ প্ৰজাতিকৰণখনেই বেছিকৈ জনাজাত। গুহৰ মতে নিম্নলিখিত প্ৰজাতীয় উপাদানেৰে ভাৰতীয় লোক গঠিত হৈছে।

১। নেগ্ৰিটো

২। প্ৰায় অষ্ট্ৰেলীয়

৩। মংগোলীয়ঃ (ক) প্ৰত্ন-মংগোলীয় (১) দীৰ্ঘমস্তকী (২) প্ৰশস্তমস্তকী
(খ) তিব্বেতো মংগোলীয়।

৪। ভূমধ্যসাগৰীয়ঃ (ক) প্ৰত্ন-ভূমধ্যসাগৰীয়
(খ) ভূমধ্যসাগৰীয়
(গ) প্ৰাচ্য

৫। পাশ্চিমীয়া
প্ৰশস্তমস্তকীঃ (ক) আলপাইনীয়
(খ) আৰ্মেনীয়
(গ) ডিনাৰিক

৬। নৰ্ডিক

আনহাতে ড° শশাংকশেখৰ সৰকাৰে ভাৰতীয়ৰ মাজত ছটা প্ৰজাতীয় উপাদান বিশ্লেষণ কৰি পাইছে। সেইকেইটা—(১) অষ্ট্ৰেলীয় (২) ইণ্ডো-আৰ্য (৩) ইৰাণো-চীথীয় (৪) মুণ্ডাৰী ভাষা-ভাষী (৫) মালয়-পলিনেছীয় আৰু (৬) মংগোলীয়।

এইখিনিতে এটা কথা উল্লেখ কৰি থব পাৰি যে পৃথিৱীৰ বৰ্তমান কালৰ সকলো মানুহকে একগোট কৰি এটা জীৱগোষ্ঠীৰ অন্তৰ্ভুক্ত কৰা হৈছে। সেই গোষ্ঠীটো হ'ল মানৱ জীৱগোষ্ঠী, যাৰ বৈজ্ঞানিক নাম হমছেপিয়েন্স্। এই জীৱগোষ্ঠীটো চাৰিটা মুখ্য প্ৰজাতিত বিভক্ত। যেনে, ককেছীয়া, মংগোলীয়, নিগ্ৰো আৰু অষ্ট্ৰেলীয়। কোনো কোনোৱে অষ্ট্ৰেলীয়ক বেলেগ আসন নিদি প্ৰত্ন-ককেছীয় নাম দি ককেছীয়ৰ অন্তৰ্ভুক্ত কৰি মানৱ মুখ্য প্ৰজাতি তিনিটা বুলি কব খোজে। মুখ্য প্ৰজাতিবোৰ আকৌ কিছুমান উপ-প্ৰজাতিত বিভক্ত।

গতিকে গুহৰ প্ৰজাতিকৰণখন বিশ্লেষণ কৰিলে দেখা যায় যে ভাৰতীয়ৰ মাজত চাৰিও প্ৰকাৰ মুখ্য প্ৰজাতীয় উপাদান প্ৰৱেশ কৰিছে। নেগ্ৰিটো নিগ্ৰো প্ৰজাতিৰ প্ৰতিনিধি। প্ৰায় অষ্ট্ৰেলীয়বোৰেই অষ্ট্ৰেলীয়, ভূমধ্যসাগৰীয়, পাশ্চিমীয়া প্ৰশস্তমস্তকী আৰু নৰ্ডিক, ককেছীয়ৰ অন্তৰ্ভুক্ত। মংগোলীয় লোকসকল আছেই। গুহৰ মতে ভাৰতৰ আদিবাসীবোৰ প্ৰধানকৈ প্ৰায় অষ্ট্ৰেলীয় আৰু মংগোলীয় উপাদানেৰে গঠিত। কোনো কোনোৰ মাজত সামান্য নেগ্ৰিটো উপাদান দেখা যায়। সাধাৰণভাৱে ক'বলৈ

গলে পূৱ আৰু উত্তৰ-পূৱৰ আদিবাসী লোক মংগোলীয়। আনহাতে দাক্ষিণাত্যৰ আদিবাসীৰ মাজত প্ৰায়-অষ্ট্ৰেলীয় লক্ষণ বিদ্যমান।

এইবাৰ চোৱা যাওক ভাৰতবৰ্ষৰ খিলঞ্জীয়া আদিবাসী বা থলুৱা লোক কোন। ৰিজলেই দ্ৰাবিড়সকলকে ভাৰতৰ আদিম অধিবাসী বুলি কব খোজে। গুহ, হাটন প্ৰমুখ্যে নৃতাত্ত্বিকবৃন্দৰ মতে নেগ্ৰিটো লোকেই ভাৰতৰ খিলঞ্জীয়া লোক। আনহাতে সৰকাৰ, মজুমদাৰ প্ৰমুখ্যে নৃতাত্ত্বিকে অষ্ট্ৰেলীয়ক ভাৰতৰ আদিবাসী বুলি প্ৰতিষ্ঠা কৰিব খোজে। গতিকে এই বিষয়তে মতানৈক্য থকা দেখা যায়। পিছে সাম্প্ৰতিক কালত হোৱা বৈজ্ঞানিক গবেষণাই এই বিতৰ্কৰ সামৰণি পেলাইছে বুলিও কব পাৰি।

দ্ৰাবিড়ক থলুৱা লোক বুলি কোনেও মানি লব নোখোজে। কিয়নো দ্ৰাবিড়সকলক ভাৰতৰ বাহিৰৰপৰা আনিলেও তেওঁলোক অহাৰ আগতেও ভাৰতবৰ্ষত লোকবসতি আছিল। আকৌ সৰকাৰৰ মতে প্ৰাক-দ্ৰাবিড়ৰপৰা দ্ৰাবিড়ৰ উৎপত্তি হোৱাৰ সম্ভাৱনা মানি ললেও দ্ৰাবিড়ক আদিম অধিবাসী বুলি কব নোৱাৰি।

নেগ্ৰিটোও ভাৰতৰ খিলঞ্জীয়া লোক হব নোৱাৰে। অষ্ট্ৰেলীয়সকলহে ভাৰতৰ থলুৱা লোক। ভাৰতৰ বিভিন্ন ঠাইৰপৰা প্ৰাক-ঐতিহাসিক কালৰ নৰকংকালৰ অৱশেষ আবিষ্কৃত হৈছে। সেইবোৰেও প্ৰমাণ কৰে যে ভাৰতৰ প্ৰাচীন আদিবাসী অষ্ট্ৰেলীয়। বিৱৰ্তনৰ ধাৰা আৰু যুগে যুগে মানুহৰ ক্ৰমবিকাশ বিশ্লেষণ কৰিলেও এই বিষয়তো সমৰ্থন পোৱা যায়। গতিকে সাম্প্ৰতিক কালৰ প্ৰায় সকলো নৃতাত্ত্বিকেই বিশ্বাস কৰে যে ভাৰতৰ খিলঞ্জীয়া লোক অষ্ট্ৰেলীয়।

যদিও এই প্ৰবন্ধৰ উদ্দেশ্য দ্বাদশ শতিকাৰ আগৰ অসমৰ জনগোষ্ঠীৰ বিষয়ে আলোচনা কৰাটো, তথাপি বৰ্তমান কালৰ অসমৰ মানুহৰ মাজত কোন কেইটা প্ৰজাতীয় উপাদান সোমাইছে সেইটো বিশ্লেষণ কৰি চোৱাটো অপ্ৰাসংগিক নহব। কিয়নো প্ৰয়োজন অনুসৰি পম খেদি আগলৈ ঘূৰি যাব পৰা যাব। তাৰ আগতে অসমৰপৰা বা অসমলৈ প্ৰাকৃতিক প্ৰব্ৰজন পথকেইটাৰ লগত সাধাৰণভাৱে পৰিচিত হৈ লোৱাটো উচিত হব। চাৰিও দিশৰপৰা প্ৰব্ৰজনৰ পথ আছে। পশ্চিমে ব্ৰহ্মপুত্ৰ আৰু গংগা উপত্যকাৰ প্ৰশস্ত পথ, যি পথেৰে ককেছীয় লোকসকলে সময়ে সময়ে অসমত প্ৰৱেশ কৰি আহিছে। উত্তৰ দিশত পশ্চিম কোণেৰে তিব্বত, নেপাল আৰু ভূটানৰপৰা থকা গিৰিপথবোৰ একপ্ৰকাৰ মংগোলীয় লোকে ব্যৱহাৰ কৰিছিল। উত্তৰ-পূৱ দিশত থকা পাটকাই পৰ্বতৰ মাজৰ গিৰিপথবোৰেৰেও মংগোলীয় লোক আহিছিল। আকৌ দক্ষিণ-পূৱৰ গিৰিপথবোৰে অসমক ব্ৰহ্মদেশ আৰু দক্ষিণ-পূৱ এছিয়াৰ লগত সংযোগ কৰিছে। আনহাতে দক্ষিণ-পশ্চিমে আছিল সাগৰ পথ। আগতেই উল্লেখ কৰি

কৰা হৈছে যে এসময়ত অসমৰ প্ৰান্তদেশ সাগৰে চুই আছিল। বিভিন্ন সময়ত বিভিন্ন বিধ লোকে এইবোৰ পথেৰে অসমত প্ৰৱেশ কৰিছিল বা এইবোৰ পথ ধৰি অসমৰ মাজেৰে পাৰ হৈ গৈছিল।

প্ৰাচীন সংস্কৃত গ্ৰন্থত, যেনে ঋগ্বেদত দাস বা দস্যু আৰু পিছলৈ নিষাদ নামে পৰিচিত এবিধ লোকৰ উল্লেখ পোৱা যায়। ভাগৱত পুৰাণত নিষাদসকলৰ সুন্দৰ বৰ্ণনা আছে। তেওঁলোক কাউৰীৰ নিচিনা ক'লা, বৰ চুটিচাপৰ আৰু খৰ্ব বাহু। তেওঁলোকৰ কপোলাস্থি উচ্চ, নাসিকা নিম্ন চূড়ান্বিত, চক্ষু ৰক্ত আৰু কেশ তাম্ৰবৰ্ণ। প্ৰজাতিগতভাৱে এইবিধ লোকেই অষ্ট্ৰেলীয়, যাক ভাৰতৰ আদিম অধিবাসী বুলি কোৱা হয়।

অষ্ট্ৰেলীয়সকল বিভিন্ন নামেৰে পৰিচিত। কোনোৱে এইবিধলোকৰ নাম দিছে প্ৰাক দ্ৰাবিড়, কোনোৱে প্ৰাক-অষ্ট্ৰেলীয়, কোনোৱে ভেড্ডীয়, কোনোৱে বা নিষাদ ইত্যাদি। ইয়াত অষ্ট্ৰেলীয় নামটোকে ব্যৱহাৰ কৰা হয়।

অষ্ট্ৰেলীয়ৰ আবয়ৱিক চৰিত্ৰৰ বৰ্ণনা এনেদৰে দিব পাৰি: কেশ তৰংগায়িত বা বক্ৰ। দাড়ি-গোঁফ বৰ ঘন। শৰীৰতো নোমৰ প্ৰাচুৰ্য্য দেখা যায়। মস্তক দীৰ্ঘ। ললাট এঢলীয়া। ভ্ৰূ আবৃত। অস্থি বৰ মোটা আৰু স্পষ্ট। নাসিকা বৰ প্ৰশস্ত। নাসিকামূলদেশ গভীৰ। মুখমণ্ডল খৰ্ব আৰু ঠেক। মুখমণ্ডলীয় প্ৰক্ষিপ্ততা লক্ষণীয়। থুতৰি অনুন্নত। খৰ্বকায় আৰু ক্ষীণকায়।

দক্ষিণ ভাৰতৰ উৰালি, কানিকৰ, পানিয়ান, কাডাৰ আদি বিভিন্ন জনজাতিবোৰ অষ্ট্ৰেলীয় প্ৰজাতিৰ অন্তৰ্গত। এনে জনজাতিৰ বাহিৰেও অন্য নানাবিধ লোকৰ মাজত এই উপাদান কম বেছি পৰিমাণে সোমাই পৰিছে। একালত অষ্ট্ৰেলীয় লোকৰ বিস্তাৰ দক্ষিণ বা মধ্য ভাৰততে সীমাবদ্ধ নাছিল, উত্তৰ আৰু পূব ভাৰতলৈও বিস্তাৰিত হৈ পৰিছিল। প্ৰাক-ঐতিহাসিক কালৰপৰা পোৱা নৰকংকালৰ অৱশেষ আৰু লগতে বৰ্তমানৰ আবয়ৱিক লক্ষণ সূক্ষ্মভাৱে পৰীক্ষা কৰিলে ইয়াৰ সত্যতা ওলাই পৰে।

সিন্ধু উপত্যকাৰপৰা সংগৃহীত কংকাল অৱশেষবোৰ প্ৰায় খৃঃ পূঃ ৩৫০০ বছৰ আগৰ বুলি কোৱা হয়। মহেঞ্জোদাৰোৰ পৰা পোৱা কৰোটিবোৰৰ তিনিটা অষ্ট্ৰেলীয় প্ৰকাৰৰ বুলি হুৱেল আৰু গুহৰ লিখনিৰপৰা জনা যায়। হৰপ্পাৰ দুটা স্তৰেৰে গঠিত সমাধিৰ দুটা স্তৰে দুবিধ প্ৰজাতীয় প্ৰকাৰৰ আভাস দিয়ে। নিম্ন স্তৰত পোৱা অৱশেষবোৰ অষ্ট্ৰেলীয় প্ৰকাৰৰ। বেলুচিস্তান, পাঞ্জাব আৰু সিন্ধুৰ প্ৰাচীন প্ৰজাতি-বোৰৰ বিষয়ে লিখা কিতাপখনত সৰকাৰে সেইবোৰ ঠাই, লগতে ভাৰতৰ অন্যান্য

ঠাইৰপৰা সংগৃহীত নৰকংকালৰ অৱশেষ সম্বন্ধে আলোচনা কৰি কৈছে যে সিন্ধু উপত্যকাৰ লোকৰ প্ৰজাতীয় বুনিয়াদত দেখা দীৰ্ঘ কৰোটিৰ উপাদান ভাৰতৰ আদিম অধিবাসীৰ অৱদান। এই অধিবাসীবোৰ আন কোনো নহয়, অষ্ট্ৰেলীয়।

দক্ষিণ ভাৰতৰ টিন্নেভেলী জিলাত আদিচানালুৰৰ লোহযুগৰ অৱশেষৰপৰা সংগৃহীত কৰোটিৰ মাজতো অষ্ট্ৰেলীয় প্ৰকাৰৰ কৰোটি পোৱা গৈছে।

সাধাৰণতে হাবি, পাহাৰৰ নামনি অঞ্চল বা পাহাৰৰ ওপৰত অষ্ট্ৰেলীয়ৰ বাস দেখা যায়। তেওঁলোক প্ৰধানকৈ চিকাৰজীৱী আৰু আহাৰ সংগ্ৰহকাৰী। তেওঁলোকে যি পৰিবেশত থাকি ভাল পাইছিল, তাত কৃষিকৰ্মৰ সুবিধা নাছিল। পিছলৈ অন্য লোকৰ সংস্পৰ্শলৈ আহি তেওঁলোকে খেতিবাতি কৰিবলৈ শিকিলে। তেওঁলোকৰ মনকৰিবলগীয়া সজুলি আছিল খনিত্ৰ, মানে দুই মুৰ বা এটা মুৰ জোঙা গছৰ ডাল এটা। স্ক্ৰুইডালেৰে মাটি খুচৰি গছৰ গুটি বোৱে, মাটিৰ তলৰপৰা খাদ্যবস্তু সংগ্ৰহ কৰে। পিছলৈ জোঙা আগটো লোৰে নিৰ্মিত হবলৈ ধৰিলে আৰু সুবিধা অনুযায়ী বিভিন্ন আকৃতি গ্ৰহণ কৰিলে। সম্ভৱতঃ তেওঁলোকে মাটিৰ পাত্ৰ গঢ়িব জানিছিল, কিন্তু চাকৰ ব্যৱহাৰ নাজানিছিল। হাতেৰে পাত্ৰ গঢ়িছিল অথবা সৰু পাচি খৰাহীৰ ভিতৰত মাটিৰে ডাঠকৈ লেপ দি পাচিটো পুৰি পেলাই মাটিৰ পাত্ৰটো পাইছিল। মাদ্ৰাজৰ ইযুলাসকলে বুমেৰাং ব্যৱহাৰ কৰে। সম্ভৱতঃ এইপাত অস্ত্ৰ বহুলভাৱে ব্যৱহৃত হৈছিল। অষ্ট্ৰেলিয়াৰ আদিবাসীৰ মাজতো এই অস্ত্ৰৰ প্ৰচলন আছে। ধনুকাড় অষ্ট্ৰেলীয় সংস্কৃতিৰ অংগ নহয়। বিভিন্ন ঠাইৰপৰা বহুত প্ৰস্তৰ সজুলি পোৱা গৈছে। কিন্তু এইবোৰৰ বেছিভাগেই ভূপৃষ্ঠৰ ওপৰৰপৰা পোৱা বাবে এইবোৰ কোনবিধ মানুহে ব্যৱহাৰ কৰিছিল সঠিককৈ কোৱা টান।

জীৱবাদ আৰু পিতৃপুৰুষৰ পূজাক কেন্দ্ৰ কৰি তেওঁলোকৰ ধৰ্মীয় বিশ্বাস আৰু আচাৰ-ব্যৱহাৰসমূহ গঢ়ি উঠিছে। আসুৰিক চিকিৎসকে তেওঁলোকৰ মাজত বিশেষ স্থান অধিকাৰ কৰে। কোনো জীৱ, গছ বা আন কোনো প্ৰাকৃতিক বস্তুৰপৰা গোত্ৰবোৰৰ উৎপত্তি হ'ল বুলি তেওঁলোকে ভাৱে। দীক্ষা সংস্কাৰ সামাজিক জীৱনৰ আন এটা অংগ। অষ্ট্ৰেলিয়াৰ আদিবাসীৰ মাজত দীক্ষা সংস্কাৰৰ সময়ত দাঁতবোৰ ঘঁহি ঘঁহি সৰু কৰা প্ৰথা কেৰালাৰ কাডাৰৰ মাজত এতিয়াও দেখা যায়।

সংস্কৃতিগত আৰু প্ৰজাতিগতভাৱে ভাৰতৰ আদিম অধিবাসী অষ্ট্ৰেলীয়সকল অন্যান্য বিধ মানুহৰ লগত এনেভাৱে সংমিশ্ৰিত হৈ গ'ল যে তেওঁলোকৰ প্ৰকৃত সাংস্কৃতিক আৰু প্ৰজাতীয় লক্ষণ বিচাৰি পাবলৈ টান।

অষ্ট্ৰেলীয়ৰ ভাষা কি আছিল, সেইবিষয়ে সঠিককৈ এফোকে কব নোৱাৰি। কিন্তু

অষ্ট্ৰিক ভাষা আৰু অষ্ট্ৰেলীয়ৰ মাজত কিবা এটা সম্বন্ধ থকা যেন লাগে। আজিকালিও প্ৰচলিত অষ্ট্ৰিক ভাষাক দুটা প্ৰধান ভাগত ভাগ কৰিব পাৰি। যেনে, অষ্ট্ৰো-এছীয় আৰু অষ্ট্ৰো-নেছীয়। প্ৰথম ভাগৰ ভাষা ইণ্ডো-চীন, ব্ৰহ্মদেশ আৰু ভাৰতবৰ্ষত প্ৰচলিত আছে। মধ্যভাৰতৰ কোল, মুণ্ডা; নিকোবৰ দ্বীপৰ আদিবাসী আৰু মেঘালয়ৰ খাছীসকলে অষ্ট্ৰো-এছীয় ভাষা কয়। অষ্ট্ৰোনেছিয়াৰ তিনিটা উপভাগ যেনে, ইণ্ডোনেছীয়, মেলানেছীয়, আৰু পলিনেছীয়। এই তিনিটা ভাষা যথাক্ৰমে ইণ্ডো-নেছীয়, মেলানেছীয় আৰু পলিনেছীয়ৰ বিভিন্ন বিধ মানুহৰ মাজত প্ৰচলিত।

অসমত কোনো অষ্ট্ৰেলীয় জনসমষ্টি নাই। কিন্তু বিভিন্ন বিধ মানুহৰ মাজত, বিশেষকৈ জনজাতি কিছুমানৰ মাজত, বহুতো অষ্ট্ৰেলীয় লক্ষণ সোমাই আছে। বিচাৰিলে জাতিগোটৰ নিম্নস্তৰতো এই উপাদান দেখা যায়। ওপৰৰ স্তৰতো একে-বাৰে নোহোৱা নহয়। সৰকাৰে বিশ্বাস কৰে যে, ভাৰতৰ সকলো জাতিৰ মাজত অষ্ট্ৰেলীয় উপাদান আছে, নিম্নস্তৰৰ জাতিৰ মানুহৰ মাজত বেছি।

হেডনে ১৯২৪ চনত তাৰ পূৰ্বে সংগৃহীত নৃদেহমাপতাত্ত্বিক সমলবোৰ বিশ্লেষণ কৰি অসমৰ মানুহৰ মাজত কেইবাটাও উপাদান থকাৰ কথা কৈছে তাৰে এটা দীৰ্ঘ-মস্তকী প্ৰশস্তনাসিকী উপাদান। এইটো বৰ প্ৰাচীন উপাদান। হেডনে এই উপাদানক প্ৰাক-দ্ৰাবিড় বুলি উল্লেখ কৰিছে। তেওঁৰ মতে খাছী, কুকি, মণিপুৰী আৰু কছাৰীৰ মাজত এই উপাদানৰ প্ৰাধান্য বেছি।

আগতেই কোৱা হৈছে যে খাছীসকলে অষ্ট্ৰোএছীয় ভাষা কয় আৰু এই ভাষাৰ সম্বন্ধ অষ্ট্ৰেলীয়ৰ লগত। কিন্তু খাছীসকলৰ মাজত স্পষ্ট মংগোলীয় লক্ষণ বিদ্যমান। মংগোলীয় খাছীসকলে এই ভাষা ক'ত কেনেকৈ শিকিলে, এই প্ৰশ্ন স্বাভাৱিকতেই মনলৈ আহে। ড° সুনীতি কুমাৰ চেটাৰ্জীয়ে ইয়াৰ ব্যাখ্যা দিবলৈ চেষ্টা কৰিছে। এই মংগোলীয় লোকসকলে উত্তৰ-পূব কোণেৰে অসমত প্ৰৱেশ কৰে। তেওঁলোক অহাৰ আগতে ইয়াত অষ্ট্ৰেলীয় লোকে বাস কৰিছিল। আৰু তেওঁলোকৰ ভাষা আছিল অষ্ট্ৰোএছীয়। খাছীসকলে ইয়ালৈ আহি সেই ভাষাকে গ্ৰহণ কৰিলে। হয়তো এনেকুৱাও হব পাৰে অসমলৈ অহাৰ পথত ব্ৰহ্মদেশত তেওঁলোকে অষ্ট্ৰোএছীয় ভাষা শিকিলে আৰু সেই ভাষাকে লৈ অসমত প্ৰৱেশ কৰি বড়ো ভাষাভাষী লোকৰ দ্বাৰা পৰিবেষ্টিত হৈও সেই ভাষাকে সংৰক্ষণ কৰি থাকিল। এনে স্থলত বড়োসকল অহাৰ আগতেই খাছীসকল অহাৰ সম্ভাৱনা বেছি। অৰুণাচলৰ বাণ্ডুৰ মাজত অষ্ট্ৰো-এছীয়ৰ ভাষাৰ শব্দৰ ব্যৱহাৰ দেখা যায়। আবয়ৱিক চৰিত্ৰে দিশৰপৰাও বাণ্ডুৰ মাজত অষ্ট্ৰেলীয় উপাদান থকাৰ সম্ভাৱনা আছে। হব পাৰে সেই পথ ধৰিয়েই খাছীসকলে

অসমত প্ৰৱেশ কৰিছিল। খাছীয়াসকলে সকলোবোৰ অষ্ট্ৰেলীয়কে সাঙুৰি লব পৰা নাছিল যেন লাগে। কিয়নো বড়োৰ মাজতো অষ্ট্ৰেলীয় উপাদান দেখা যায়। সেই লক্ষণ পূৰ্বৰেপৰা থকা অষ্ট্ৰেলীয়ৰ লগত সংমিশ্ৰিত হৈ আহৰণ কৰাৰ সম্ভাৱনা।

আৰু এটা সম্ভাৱনাৰ কথা ভাবিব পাৰি। খাছীসকল দৰাচলতে অষ্ট্ৰেলীয়। পিছলৈ অহা মংগোলীয় লোক তেওঁলোকৰ লগত মিহলি হৈ গ'ল। সেই মংগোলীয় লোকে অষ্ট্ৰো-এছীয় ভাষা গ্ৰহণ কৰিলে। কিন্তু আবয়বিক বৈশিষ্ট্যত মংগোলীয় লক্ষণসমূহ প্ৰকট হৈ তেওঁলোক এতিয়া মংগোলীয় হৈ পৰিল।

এই প্ৰবন্ধৰ লিখকে গাৰো, ৰাভা, কছাৰী আদি বড়ো জনসমষ্টিৰ আবয়বিক লক্ষণ বৈজ্ঞানিক পদ্ধতিৰে অধ্যয়ন কৰি তাৰ মাজত যথেষ্ট অনা-মংগোলীয় বৈশিষ্ট্য দেখিবলৈ পাইছে। মংগোলীয় জনসমষ্টি বড়োৰ মাজত অনা-মংগোলীয় লক্ষণৰ উপস্থিতিৰ ব্যাখ্যাৰ প্ৰয়োজন। কিছু ককেছীয় চৰিত্ৰ যে এই মাংগোলীয়সকলৰ মাজত সোমাই পৰিছে তাত কোনো সন্দেহ নাই। কিন্তু তাৰ লগতে অষ্ট্ৰেলীয় লক্ষণো যথেষ্ট আছে। এই জনসমষ্টিৰ লোকক সমূহীয়াভাবে চালে অষ্ট্ৰেলীয় লক্ষণবোৰ চকুত পৰে। কিন্তু গাইগুটীয়াকৈ নিৰীক্ষণ আৰু বিশ্লেষণ কৰিলে অষ্ট্ৰেলীয় লক্ষণবোৰ স্পষ্ট হৈ পৰে।

অসমৰ মংগোলীয় জনজাতিবোৰক সমূহীয়াভাৱে এছীয় মংগোলীয়ৰ লগত তুলনা কৰিলে দেখা যায় যে এই জনজাতিবোৰৰ লোকসকল এছীয় মাংগোলীয়তকৈ চুটি আৰু তেওঁলোকৰ মস্তক দীৰ্ঘতৰ। যদিও এই জনজাতিবোৰ সাধাৰণভাৱে এছিয়াৰ মংগোলীয় তথাপি এছীয় মংগোলীয় বুলিলে যি বুজোৱা হয়, তাৰপৰা সামান্যৰূপে পৃথক। হেডনে ইয়াৰ ব্যাখ্যা দি কৈছে যে দক্ষিণৰ এছিয়াৰ মংগোলীয়সকল ঠাই বিশেষে শ্বেতচৰ্মীৰ লগত সংমিশ্ৰিত হৈ পৰাত চাৰিত্ৰিক লক্ষণৰ কিছু পাৰ্থক্য দেখা গৈছে। অসমত এই লোকসকল প্ৰথমে অষ্ট্ৰেলীয়ৰ আৰু পিছলৈ ককেছীয়ৰ সংস্পৰ্শত অহাত তেওঁলোকৰ মাজত ভালেখিনি পৰিৱৰ্তনে দেখা দিলে।

সাম্প্ৰতিক কালত এই লিখনে জাৰ্মান নৃতাত্ত্বিকৰ সহযোগিতাত ৰক্তাজন পৰীক্ষা কৰিও পাইছে যে একালত অসম, উত্তৰ বংগ আৰু আনকি নেপালৰ একাংশলৈকে অষ্ট্ৰো-এছীয় জনজাতিৰ লোক বিস্তৃত হৈ আছিল। পিছলৈ দক্ষিণ-পূৱ এছিয়াৰপৰা অহা এটা প্ৰব্ৰজনৰ সোঁতে অন্য ধৰণৰ ৰক্তজন এওঁলোকৰ মাজত প্ৰৱেশ কৰালে।

হেডনে অসমত প্ৰাচীন অষ্ট্ৰেলীয় উপাদান উপস্থিতিৰ উল্লেখ কৰিছে বুলি আগতে কৈ অহা হৈছে। গুহ আৰু বসুৱে (১৯৩১) সংগ্ৰহ কৰা নগা কংকালটিবোৰ দুটা প্ৰকাৰৰ। এক প্ৰকাৰক মংগোলীয় আৰু আনটো প্ৰকাৰক অষ্ট্ৰেলীয় বুলি কোৱা

হৈছে। এই কথাই হেডনক সমৰ্থন কৰি ইয়াকে প্ৰমাণ কৰে যে অষ্ট্ৰেলীয় উপাদানৰ বিস্তাৰ নগা পাহাৰলৈ আছে। ১৯২৫ চনতেই বাকচ্টনে ভাৰত পূৰ্ব সীমান্তৰ লোকৰ বিষয়ে আলোচনা কৰোতে কৈ গৈছে যে এই অঞ্চলৰ লোকৰ মূল প্ৰকাৰটো অষ্ট্ৰেলীয় (তেওঁ প্ৰাক্-দ্ৰাবিড় শব্দটো ব্যৱহাৰ কৰিছে)। তেওঁৰ মতে সম্ভৱতঃ আদিবাসী লোকসকল অষ্ট্ৰেলীয়। অ'ত ত'ত বিক্ষিপ্ত হৈ থকা বহুতো জনজাতিৰ মাজত এই উপাদান পোৱা যায়। সেই সময়ত বাকচ্টনৰ হাতত প্ৰামান্য তথ্যপাতি নাছিল। কিন্তু সাম্প্ৰতিক কালৰ গৱেষণাই তেওঁৰ মতামতত সমৰ্থন জনায়।

চিটাগঙত মুৰুং বুলি জনসমষ্টি এটা আছে। মিলচে লক্ষ্য কৰিছে যে মংগোলীয়ৰ দ্বাৰা পৰিবেষ্টিত এই গোটটোৰ লোকৰ মাজত মংগোলীয় লক্ষণ একেবাৰেই নাই। পিছলৈ সৰকাৰে সেই জনসমষ্টিটোক এটা প্ৰাচীন অষ্ট্ৰেলীয় গোট বুলি অভিহিত কৰিছে।

এইদৰে বিশ্লেষণ কৰি চালে দেখা যায় যে একালত অষ্ট্ৰেলীয় প্ৰজাতিৰ লোক অসমৰ বিভিন্ন ঠাইত বিস্তাৰিত হৈ আছিল। তেনেকৈ নাথাকিলেও অন্ততঃ তেওঁলোকে অসমৰ মাজেৰে প্ৰব্ৰজন কৰিছিল। প্ৰব্ৰজনত তেওঁলোকৰ প্ৰজাতীয় উপাদান অ'ত ত'ত এৰি থৈ যোৱাটো খুবেই স্বাভাৱিক। প্ৰাচীন মংগোলীয়সকল অহাৰ পিছত অষ্ট্ৰেলীয় মংগোলীয়ৰ লগত এনেধৰণে সানমিহলি হৈ গ'ল যে তেওঁলোকক এতিয়া আৰু চিনিব নোৱাৰি। ভূমধ্যসাগৰীয়সকল অহাৰ সময়ত তেওঁলোক অসমত আছিল নে নাই সঠিককৈ কব নোৱাৰি। ভূমধ্যসাগৰীয়ৰ মাজত থকা অষ্ট্ৰেলীয় লক্ষণবোৰ দেখি এনে ধাৰণা হয় যে তেওঁলোকে অসমত নহলেও অসম পোৱাৰ আগতে আন ঠাইত সেই অষ্ট্ৰেলীয় লক্ষণবোৰ আহৰণ কৰিলে। যিটোৱে নহওক, যিহেতু ভূমধ্যসাগৰীয়ৰ মাজত কিছু অষ্ট্ৰেলীয় চৰিত্ৰ আছে, সেইবাবে সেই চৰিত্ৰই জাতিগোটৰ মাজতো স্থান অধিকাৰ কৰিছে। অথবা আন এটা পথেৰেও এই উপাদান জাতিগোটলৈ আহিব পাৰে। প্ৰজাতীয় বুনিয়াদৰ নিম্নস্তৰত থকা অষ্ট্ৰেলীয় উপাদানে মংগোলীয় জনসমষ্টিৰ মাজেৰে ককেছীয় প্ৰজাতিৰ নিম্নস্তৰত প্ৰৱেশ কৰিলে।

ভাৰতৰ উত্তৰ-পূৱ অঞ্চলত বাস কৰা জনজাতিবোৰ যে স্পষ্টৰূপে মংগোলীয় তাত কোনো সন্দেহ নাই। এই জনসমষ্টিবোৰে বিভিন্ন সময়ত বিভিন্ন পথেৰে এই অঞ্চলত প্ৰৱেশ কৰে। চামে চামে অহা এই লোকসকলৰ মাজত ভাষা, সংস্কৃতি আৰু আবয়বিক লক্ষণত কিছু পাৰ্থক্য থাকিলেও মূলগতভাৱে সকলোৱে মংগোলীয়ৰ এটা শাখাৰ অন্তৰ্গত আৰু ভাষাগতভাৱেও সকলোৱে একে শ্ৰেণীৰ ভাষা কয়।

মধ্য এছিয়াৰ বিস্তৃত ষ্টেপ্‌ী অঞ্চল মংগোলীয় প্ৰকাৰৰ উৎপত্তি স্থান বুলি

সাধাৰণভাৱে কোৱা হয়। পিছলৈ তাৰপৰাই তেওঁলোকে বিভিন্ন দিশলৈ প্ৰব্ৰজন কৰিলে। মংগোলীয়ৰ আবয়বিক বৈশিষ্ট্যৰ বৰ্ণনা সাধাৰণভাৱে এনে ধৰণে দিব পাৰি: চৰ্মবৰ্ণ পীত বা পীত-পিংগল, কেশ ক'লা, ঋজু আৰু অমসৃণ। দাড়ি-গোঁফ আৰু গাৰ নোম তাকৰ। মুখমণ্ডল বহল আৰু চেপেটা। কপোলাস্থি বৰ স্পষ্ট। নেত্ৰ বক্ৰ, নেত্ৰ কোণ ঠেক। অন্তঃ নেত্ৰচ্ছেদ বা সম্পূৰ্ণ মংগোলীয় নেত্ৰচ্ছেদ মংগোলীয়ৰ বিশেষ লক্ষণ।

ভৌগোলিক বিস্তাৰ অনুযায়ী মাংগোলীয়ক চাৰিটা প্ৰধান ভাগত ভাগ কৰা হৈছে। প্ৰতিটো ভাগ আকৌ কিছুমান উপভাগত বিভক্ত। কিছুমান মংগোলীয় জনসমষ্টিয়ে বিভিন্ন ঠাইত বিভিন্ন অৱস্থাত নানাবিধ লোকৰ সংস্পৰ্শলৈ আহি অন্য লক্ষণ কিছুমান আহৰণ কৰিছে।

ভাষাৰ-ফালৰপৰা কব পাৰি যে চীনদেশৰ পশ্চিম অঞ্চলৰ মংগোলীয় লোকে চীনো-তিব্বোতীয় ভাষা কয়। সেই ভাষাৰ উৎপত্তি তাতেই হয় বুলি কোৱা হয়। মানুহৰ প্ৰব্ৰজনৰ লগে লগে সেই ভাষাও তাৰপৰা বিস্তাৰিত হয়। এই ভাষাৰ দুটা প্ৰধান ভাগ, যেনে, তিব্বেতো বৰ্মন আৰু শ্যামীজ-চাইনিজ। তিব্বতো-বৰ্মন ভাষাৰ উপভাগ কেইবাটাও। তিব্বত, হিমালয়ৰ দক্ষিণ অঞ্চল, ছিকিম, নেপাল আদি ঠাইৰ লোকে এই প্ৰকাৰৰ ভাষা কয়। অকা, মিৰি, আবৰ, মিচিমি, ডফলা আদিৰ ভাষাও এই গোটত পৰে। তিব্বতো-বৰ্মন ভাষাগোটৰ এটা অন্যতম ভাগ হ'ল অসম-ব্ৰহ্ম গোট। এই গোটকো আকৌ কিছুমান শাখাত বিভক্ত কৰিব পাৰি। যেনে, কছাৰী, ৰাভা, গাৰো, মেচ আদিয়ে কোৱা বড়ো ভাষা, নগাসকলৰ ভাষা, ত্ৰিপুৰা, মণিপুৰ, মিজোৰাম আদিৰ কিছুমান জনসমষ্টিয়ে কোৱা কুকী-চীন ভাষা, উত্তৰ-ব্ৰহ্মদেশত প্ৰচলিত কাচিন-জল' ভাষা আৰু ব্ৰহ্মদেশৰ বিভিন্ন জনসমষ্টিয়ে কোৱা ভাষা।

তিব্বতো-বৰ্মন ভাষাভাষী লোক আদিতে চীনদেশৰ পশ্চিমাঞ্চলত আছিল বুলি কোৱা হয়। তেওঁলোকৰ এটা দলে এসময়ত দক্ষিণলৈ গতি কৰে। ব্ৰহ্মদেশৰ উত্তৰাঞ্চলত সেই দলটো দুটা ভাগত বিভক্ত হয়। এভাগে উত্তৰ-পূব কোণেৰে অসমত প্ৰৱেশ কৰে। আনটো ভাগ তাতে ৰয় আৰু পিছলৈ দক্ষিণ দিশলৈ প্ৰব্ৰজন কৰে। এইবিধ লোক কোন সময়ত অসমলৈ আহে সেইটো ঠিককৈ জনা নাযায়। কিন্তু তেওঁলোক যে অতি প্ৰাচীন কালতে অহা আৰু তেওঁলোক যে প্ৰায় সমগ্ৰ অসমতে বিস্তাৰিত হৈ পৰিছিল সেইটো ধ্ৰুৱ। এইবিধ মংগোলীয় লোক উত্তৰ-পূব কোণেৰে অসমত প্ৰৱেশ কৰিছিল বুলি কোৱা হয় যদিও প্ৰকৃততে সেইটোৱে একমাত্ৰ পথ নহয়। উত্তৰ দিশৰপৰাও তেওঁলোক ইয়াত সোমাইছিল। ইতিমধ্যে এইবিধ লোক তিব্বত,

নেপাল আদি হিমালয়ৰ দক্ষিণাঞ্চললৈ বিস্তাৰিত হৈছিল। তাৰপৰা কোনো কোনো লোক অসমলৈও আহিছিল। গাৰোসকলৰ মাজত প্ৰচলিত থকা কিম্বদন্তী অনুসৰি তেওঁলোকৰ আদি বাসস্থান তিব্বত। তাৰপৰা কোন পথেৰে কেনেকৈ অসমত প্ৰৱেশ কৰি ক'ত ক'ত বাসস্থান পাতি শেষত গাৰোপাহাৰত থিতাপি লয় কিম্বদন্তীত তাৰো উল্লেখ আছে। গাৰোসকলৰ মাজত দেখা তিব্বতীয় ধৰণৰ গংৰাবে সেই কথাৰ সাক্ষী দিয়ে। অন্য কিছুমান জনসমষ্টিৰ মাজতো অনুৰূপ কিম্বদন্তীৰ প্ৰচলন আছে, যাৰপৰা কব পাৰি যে উত্তৰ দিশত থকা গিৰিপথবোৰেৰে বিভিন্ন সময়ত নানাবিধ মংগোলীয় লোকে চামে চামে অসমলৈ আহে। এককীকৰণ আৰু অন্যান্য জৈৱিক কাৰণত একে গোটৰ জনসমষ্টিবোৰ পৃথক পৃথক হৈ পৰিছে।

প্ৰাচীন সংস্কৃত গ্ৰন্থত কিৰাত বুলি এবিধ লোকৰ উল্লেখ আছে। কিৰাত সম্বন্ধে পণ্ডিতসকল এটা বিষয়ত প্ৰায় একমত যে হিমালয়ৰ পাদদেশ আৰু ভাৰতৰ উত্তৰ-পূব অঞ্চলত থকা অনাৰ্য্য লোকসকলকেই কিৰাত নামে অভিহিত কৰা হৈছিল আৰু এইবিধ লোক মংগোলীয়। চীনা, তিব্বতীয় আৰু অন্যান্য মংগোলীয় লোকক এই কিৰাত শব্দই সাঙুৰিছে। কিৰাতসকল যে নিষাদ আদি নামে পৰিচিত অষ্ট্ৰেলীয় লোকৰপৰা পৃথক সেই কথা আৰ্য্যসকলে জানিছিল আৰু সেইবাবেই এই দুটা অনাৰ্য্য গোটৰ এটাক আনটোৰপৰা বেলেগ কৰি বেলেগ বেলেগ নাম দিয়া হৈছিল। অষ্ট্ৰেলীয়ৰ চৰ্মবৰ্ণ যে ক'লা আৰু মংগোলীয়ৰ যে পীত সেইটো তেওঁলোকে বাৰুকৈয়ে লক্ষ্য কৰিছিল।

যজুৰ্বেদতে প্ৰথম কিৰাতৰ উল্লেখ পোৱা যায়। 'পুৰুষ মেধ' যজ্ঞৰ বাবে প্ৰয়োজনীয় সম্ভাৰৰ ভিতৰত গুহাৰ বাবে বা গুহাবাসী কিৰাত লোকৰ প্ৰয়োজন বুলি কোৱা হৈছে। তাৰ পিছত অথৰ্ব বেদতো কিৰাতৰ নাম পোৱা যায়। পৰ্বত শিখৰত বনৌষধি বিচাৰি মাটি খান্দি থকা এজনী কিৰাত ছোৱালীৰ উল্লেখ তাত আছে। গুহাৰ লগত কিৰাতক সংলগ্ন কৰাৰপৰা এনে অনুমান হয় যে আৰ্য্যসকলে কিৰাত লোকে গুহাত বাস কৰিছিল বুলি ভাবিব পাৰে। সেইটো কিমান দূৰ সত্য কব নোৱাৰি। কিন্তু তেওঁলোক যে পৰ্বতীয়া বা হাবিতলীয়া অঞ্চলত বাস কৰিছিল সেইটো ঠিক। পৰ্বত, হাবি আৰু গুহাক আৰ্য্যসকলে একেলগ কৰি পেলাব পাৰে। মাটি খন্দা ঘটনাৰপৰা অনুমান কৰিব পাৰি যে তেওঁলোকে মাটিৰ তলত আলু, কচু বিভিন্ন শিপামূল আদি সংগ্ৰহ কৰিছিল। আৰু তেওঁলোকে বনৌষধিৰ ব্যৱহাৰ জানিছিল। এতিয়াও তেওঁলোকে এইবোৰ কৰে।

ফলমূলৰ ওপৰত যে কিৰাত সকল বহুখিনি নিৰ্ভৰশীল আছিল মহাভাৰতৰ পৰাও

সেইটো জনা যায়। মহাভাৰতৰ সভাপৰ্বত নকুলে লগ পোৱা কিৰাতসকলৰ উল্লেখ আছে। সেই কিৰাতসকলে গছৰ ফলমূল খাই জীৱন নিৰ্বাহ কৰিছিল বুলি কোৱা হৈছে। তেওঁলোকে চৰ্মবস্ত্ৰ পৰিধান কৰিছিল আৰু তেওঁলোক অস্ত্ৰশস্ত্ৰেৰে সজ্জিত দুৰ্ধৰ্ষ লোক আছিল। আকৌ মহাভাৰতত উল্লেখ আছে যে ভীমে দিগ্বিজয় কৰিবলৈ ওলাই পূব দিশলৈ গতি কৰি বিদেহ ৰাজ্য পাৰ হৈ কিৰাতৰ সন্মুখীন হয়। তেওঁ সাতজন কিৰাত ৰজাক ৰণত ঘটুৱায়। অৰ্থাৎ তেতিয়া পূৰ্বাঞ্চলত কিৰাত সকলে আধিপত্য বিস্তাৰ কৰি আছিল। মহাভাৰতত বনপৰ্বৰ কিৰাত পৰ্ব শিৰোনামাৰ তলত কিৰাতৰ বিষয়ে উল্লেখ কৰা হৈছে।

প্ৰাগজ্যোতিষৰ ৰজা ভগদত্তই কুৰুক্ষেত্ৰ সমৰত কৌৰৱৰ পক্ষ লৈ অংশগ্ৰহণ কৰিছিল। মহাভাৰতত ভগদত্তক ম্লেচ বা অহিন্দু জাতিৰ ৰজা বুলি বৰ্ণনা কৰা হৈছে। তেওঁৰ সৈন্যবাহিনী কিৰাত আৰু চীন লোকেৰে গঠিত আছিল। সমুদ্ৰপাৰৰ যোদ্ধাসকলেও ভগদত্তৰ বাহিনীত যোগ দিছিল। সেই সময়ত যে প্ৰাগজ্যোতিষৰ সীমাই সমুদ্ৰ চুইছিলগৈ সেই কথা আগতে উল্লেখ কৰি অহা হৈছে। সৈন্যবোৰৰ আৱয়ৱিক লক্ষণৰ বৰ্ণনাও পোৱা যায়। তেওঁলোকক স্বৰ্ণবৰ্ণৰ বুলি কোৱা হৈছে। অৰ্থাৎ তেওঁলোক পীতবৰ্ণৰ মংগোলীয়। দাড়ি-গোঁফ যে তাকৰ তাৰ প্ৰতিও ইংগিত আছে। ৰামায়ণতো কিৰাতৰ স্বৰ্ণবৰ্ণৰ উল্লেখ আছে। কিষ্কিন্ধ্যা কাণ্ডত কিৰাতৰ আৱয়ৱিক লক্ষণ লগতে তেওঁলোকৰ প্ৰকৃতিৰ বৰ্ণনা কৰা হৈছে।

বিষ্ণুপুৰাণ আৰু মাৰ্কণ্ডেয় পুৰাণৰপৰা সেই সময়ত কিৰাতৰ ভৌগোলিক বিস্তাৰ সম্বন্ধে জনা যায়। ভাৰতৰ মধ্যাঞ্চলত বাস কৰে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰসকলে। পূবে কিৰাতসকলৰ বাস আকৌ পশ্চিমাঞ্চলত থাকে যবনসকল। প্ৰথম শতিকাৰ গ্ৰীক গ্ৰন্থ 'পেৰিপ্লাছ অব দি এৰিথ্ৰিয়ান ছি'ত কিৰহাডি বুলি এবিধ লোকৰ নাম পোৱা যায়। এই কিৰহাডিয়ে যে কিৰাত তাত কোনো সন্দেহ নাই। তাত কিৰাতক চেপেটা নকা বৰ্বৰ বুলি বৰ্ণনা কৰা হৈছে। সেই গ্ৰন্থৰ মতে পশ্চিমবংগলৈ কিৰাতৰ বিস্তাৰ আছিল।

অতি প্ৰাচীন কালত কামৰূপ বা প্ৰাগজ্যোতিষপুৰত এজন ৰজা আছিল বুলি শুনা যায়। ৰজাজনৰ নাম মহীৰাংগ দানৱ। দানৱ শব্দই প্ৰমাণ কৰে যে তেওঁ অনাৰ্য, গুৱাহাটীৰ ওচৰত থকা মৈৰাং পৰ্বতৰ নাম অনুসৰি এই ৰজাৰ নাম হ'ল বুলি কোৱা হয়। মহীৰাংগ মৈৰাঙৰ সংস্কৃতীয়া ৰূপ। মৈৰাং শব্দৰ উৎপত্তি বড়ো ভাষাৰপৰা। মহীৰাংগ ৰজাৰ প্ৰজাসকল কিৰাত অৰ্থাৎ মংগোলীয় আছিল। ৰজা নিজেও কিৰাত।

মহীৰাংগৰ পিছত ক্ৰমে হুতকাসুৰ, সম্বৰাসুৰ আৰু ৰত্নাসুৰ ৰজা হয়। ৰত্নাসুৰৰ পিছত ৰাজপাটত বহে ঘটাকাসুৰ। ঘটাকাসুৰকো কিৰাতৰ ৰজা বুলি বৰ্ণনা কৰা হৈছে। মহীৰাংগক দানব বোলা হৈছে, কিন্তু পিছৰ ৰজাসকলক অসুৰ বুলিছে। আৰ্যসকলে অনাৰ্যক দানব, অসুৰ আদি বিভিন্ন নামেৰে অভিহিত কৰিছিল বাবে এনে হব পাৰে। ঘটকাসুৰ নৰকাসুৰৰ হাতত পৰাস্ত হয় আৰু পিছলৈ নৰকে নিজ ৰাজবংশ প্ৰতিষ্ঠা কৰে।

প্ৰাচীন সংস্কৃত গ্ৰন্থত কিৰাতৰ উল্লেখ আগতে পাই অহা হ'ল। আনকি মধ্যযুগতো মংগোলীয়সকলক কেতিয়াবা কিৰাত নামেৰে অভিহিত কৰা হৈছে। ত্ৰিপুৰা ৰজাৰ কাহিনী ৰাজমালাত কিৰাটৰ উল্লেখ আছে। এই ৰাজমালা ষোলশ শতিকাত লিখা। প্ৰায় সেই একে সময়তে যোগিনীতন্ত্ৰতো কিৰাতৰ উল্লেখ আছে।

গতিকে কব পৰা যায় যে খৃষ্টিয় শতিকাৰ আৰম্ভণিৰ আগতে হিন্দু আৰ্যসকলে কিৰাত নামে এবিধ লোকৰ বিষয়ে জানিছিল। এইবিধ লোকে হিমালয়ৰ পাদদেশ আৰু অসমৰ বিভিন্ন অঞ্চলত বাস কৰিছিল। তেওঁলোকে বংগদেশ আৰু সমুদ্ৰ উপকূললৈ বিস্তাৰিত হৈ পৰিছিল। এইসকল লোক নিঃসন্দেহে মংগোলীয়। তেওঁলোকৰ চৰ্মবৰ্ণ পীত। তেওঁলোকৰ সংস্কৃতিও পৃথক। তেওঁলোক পৰ্বতীয়া অঞ্চলত বাস কৰিছিল। পৰ্বতৰ বনৰীয়া আৰু খনিজ সম্পদ আহৰণ কৰি তেওঁলোক চহকী আৰু শক্তিশালী আছিল।

মংগোলীয় লক্ষণ যে অসমৰ জনজাতিৰ মাজতেই সীমাবদ্ধ তেনে নহয়। অসমীয়া জাতিগোটৰ (ইয়াত অসমীয়া মুছলমানকো সাঙোৰা হৈছে) মাজত কম বেছি পৰিমাণে এনে মংগোলীয় লক্ষণ সোমাই পৰিছে। এই লিখকে তেওঁৰ সতীৰ্থসকলৰ সহযোগত কামৰূপৰ জাতিগোটৰ আৱয়বিক লক্ষণ অধ্যয়ন কৰোঁতে জাতিগোটৰ মাজত বহুতো মংগোলীয় লক্ষণ দেখা পাইছে। গতিকে অসমীয়া জাতিৰ আৱয়বিক বৈশিষ্ট্য গঠনত মংগোলীয় লোকৰো অৰিহণা আছে।

এইখিনিতে কোচসকলৰ বিষয়ে চমুকৈ বেগেলে আলোচনা কৰাটো অপ্ৰাসংগিক নহয়। কিয়নো কোচৰ বিষয়ে নানা জনে নানা মন্তব্য দিছে। পুৰাণ আৰু তন্ত্ৰত কোচক কুভাচ নামে অভিহিত কৰা হৈছে। হজছনে কোচক বড়োৰ অন্তৰ্গত কৰিছে। ডেল্টনে কোচক দ্ৰাবিড় বুলি কব খোজে। ৰিজলে কোচৰ মাজত দ্ৰাবিড় আৰু মংগোলীয় লক্ষণৰ সংমিশ্ৰণ দেখিছে। তেওঁৰ মতে এই দুইবিধৰ ভিতৰত দ্ৰাবিড় উপাদান বেছি। দ্ৰাবিড় লোক উত্তৰ আৰু উত্তৰ-পূবলৈ বিস্তাৰিত হৈ মংগোলীয়ৰ

লগত সংমিশ্ৰিত হ'ল। কিন্তু আনহাতে ৰাডেলৰ মতে কোচসকল স্পষ্টৰূপে মংগোলীয়।

কোচ সম্বন্ধে এনে বিভিন্ন মতামত থকাৰ এটা কাৰণ হ'ল কোচ আৰু ৰাজবংশী শব্দ দুটাৰ অবাধ ব্যৱহাৰ। কছাৰী, লালুং, ৰাভা, মিকিৰ আদি বিভিন্ন মংগোলীয় জনসমষ্টিৰ লোকে হিন্দুধৰ্ম গ্ৰহণ কৰি শৰণীয়া ৰূপে পৰিচিত হয়। তেওঁলোকে তেতিয়া গাহৰি ৰাখিবলৈ এৰে। চাউলৰ পৰা মদ তৈয়াৰ কৰি খাবলৈও এৰে। এনে ধৰণে কেইটামান পিৰি পাৰ হোৱাৰ পিছত তেওঁলোকক কোচৰ আসন দিয়া হয়। তেতিয়া তেওঁলোকৰ হাতে বামুণৰ পানীয় চলে বুলি কোৱা হয়। গতিকে এইদৰে কোচ হোৱাৰ বাবে কোচৰ সংখ্যা দিনে দিনে বাঢ়ি গৈ আছে। বহুদিন আগতে হোৱা কোচসকলে হিন্দুৰ জাতি বিভাগত স্থান লাভ কৰি অন্যান্য জাতিৰ লগতো বিবাহ সম্বন্ধ স্থাপন কৰি এটা জাতিৰূপে পৰিগণিত হ'ল। এনে লোকৰ মাজত মংগোলীয় লক্ষণ স্পষ্ট নহয়। আবয়বিক দিশলৈ চাই অন্য জাতিৰ লোকৰ পৰা এওঁলোকক পৃথক কৰিব নোৱাৰি। আনহাতে সাম্প্ৰতিক কালত হৈ থকা কোচৰ মাজত মংগোলীয় লক্ষণ বিদ্যমান। এইবিধ কোচে সামাজিক আৰু জৈৱিক পদ্ধতিৰ মাজেৰে গৈ আগৰবিধ কোচৰ নিচিনা হবলৈ যথেষ্ট সময় লাগিব। এইবিধ লোকে ৰাজবংশী বুলি পৰিচয় দিবলৈ ভাল পায়। কিয়নো এসময়ত কোচ ৰজা থকা কথা (এতিয়াও এই বংশবোৰ আছে) সকলোৰে বিদিত। ৰাজবংশী নাম লৈ ৰজাঘৰৰ লগত সম্বন্ধ থকা বুলি বহুতে গৌৰব বোধ কৰিব খোজে। সকলোবিধ কোচৰ বিষয়ে বৈজ্ঞানিক অধ্যয়ন নোহোৱালৈকে এই বিষয়ে সঠিককৈ কোৱাটো টান।

দক্ষিণ ভাৰতৰ অষ্ট্ৰেলীয় (প্ৰাক-দ্ৰাবিড়) প্ৰজাতীয় গোটৰপৰা নানান কাৰণত দ্ৰাবিড় সকলৰ উৎপত্তি হোৱাৰ সম্ভাৱনাৰ ইংগিত সৰকাৰৰ লিখনিত পোৱা যায়। লিখকে কাৰণবোৰ বিশ্লেষণ কৰিছে আৰু অনুৰূপ পৰিৱেশত ভাৰতৰ বিভিন্ন বিধ মানুহৰ মাজত হোৱা এনে ধৰণৰ আবয়বিক পৰিৱৰ্তনলৈ দৃষ্টি আকৰ্ষণ কৰিছে। কিন্তু সৰকাৰৰ এনে মতবাদ বহুলভাৱে প্ৰচাৰিত হোৱা নাই আৰু নৃতাত্ত্বিকসকলে এতিয়াও ইয়াক বিচাৰ কৰি চোৱা নাই। অৱশ্যে তেনে ধৰণৰ পৰিৱৰ্তন যে সম্ভৱ তাত সমৰ্থন জনাবলৈ নানান জন নৃতাত্ত্বিকৰ অধ্যয়ন আছে। তথাপি এতিয়া দ্ৰাবিড়ৰ উৎপত্তিৰ গুৰি ভাৰতবৰ্ষত নিবিচাৰি তেওঁলোকক বাহিৰৰপৰাই অনা যাওক।

অষ্ট্ৰেলীয়ৰ পিছত ভাৰতবৰ্ষলৈ আহে ভূমধ্যসাগৰীয় নামে পৰিচিত এবিধ লোক। তেওঁলোকৰ আদি বাসস্থান ভূমধ্যসাগৰৰ পূৰ্বাঞ্চল আৰু সেইবাবেই তেওঁলোকে ভূমধ্য-সাগৰীয় নাম পায়। ভূমধ্যসাগৰীয় ককেচীয়ৰ এটা প্ৰকাৰ। এইবিধ লোকৰ আবয়বিক

লক্ষণৰ বৰ্ণনা সাধাৰণভাৱে এনেদৰে দিব পাৰি ঃ তেওঁলোকৰ মস্তক দীৰ্ঘ। মুখমণ্ডলো অলপ দীঘলীয়া। নাসিকা মধ্যমীয়া। তেওঁলোকে মধ্যমীয়া উচ্চতাৰ লোক। চম্ৰবৰ্ণ পাতল কপিলৰপৰা কপিল। কেশ ক'লা তেওঁলোকক ক্ষীণাঙ্গী বুলি কব পাৰি অৰ্থাৎ শৰীৰৰ গঠন বৰ মজবুত নহয়। ভূমধ্যসাগৰীয়বো আকৌ বিভিন্ন প্ৰকাৰ আছে। প্ৰকাৰ ভেদে শাৰীৰিক লক্ষণবো তাৰতম্য হোৱা দেখা যায়।

একালত এইবিধ লোকৰ বিস্তৃতি, তেওঁলোকৰ উৎপত্তি স্থলৰপৰা ভাৰতবৰ্ষৰ মাজেৰে দক্ষিণ-পূব এছিয়ালৈ আছিল বুলি কোৱা হয়। এইদৰে বিস্তৃত হৈ থকা এই প্ৰকাৰ ভূমধ্যসাগৰীয়ক ইলিয়ট স্মিথে কপিল উপ-প্ৰজাতি নামে অভিহিত কৰিছে। শিকলি সদৃশ তেওঁলোকৰ এনে বিস্তাৰ পিছলৈ নাইকিয়া হৈ গ'ল। কাৰণ আন বিভিন্ন লোকৰ প্ৰব্ৰজন বা উৎপত্তিৰ ফলত এই শিকলিডাল ঠায়ে ঠায়ে ছিগি গ'ল। ভগা অংশবোৰ অ'ত ত'ত সিঁচৰিত হৈ পৰিল। তাৰে কিছুমান অন্য প্ৰকাৰ লোকৰ লগত এনেভাৱে সানমিহলি হৈ গ'ল যে পিছলৈ চিনিব নোৱাৰা হ'ল। হেডনে নগাৰ মাজত নেছিয়ট উপাদান থকা বুলি কৈছে। এই প্ৰকাৰকো ইণ্ডোনেছীয় প্ৰকাৰ নামেও জনা যায়। এইবিধ লোক দীৰ্ঘমস্তকী ( মধ্যমস্তকীও আছে ) আৰু মধ্যনাসিকী। এওঁলোক প্ৰধানকৈ মংগোলীয় যদিও কিছু অনা-মংগোলীয় উপাদানো সোমাই আছে। সেই অনা-মংগোলীয় উপাদানৰ এটা এনে ভূমধ্যসাগৰীয়। গতিকে এনে উপাদান অসমলৈ প্ৰাচীন কালতে আহিছিল বুলি ভাবিবৰ থল আছে।

ভূমধ্যসাগৰীয় লোকে একালত ভাৰতবৰ্ষৰ সকলো ঠাইতে বিস্তাৰিত হৈ পৰিছিল। এওঁলোকেই সিন্ধু উপত্যকাৰ সভ্যতা গঢ়ি তুলিছিল। এই সভ্যতাক তাম্ৰ-প্ৰস্তৰ যুগৰ সভ্যতা বুলি কোৱা হয়। দক্ষিণ-ভাৰতত এইবিধ লোকৰ বিস্তাৰ বেছি। দক্ষিণ-ভাৰতৰ বিভিন্ন ঠাইৰপৰা উদ্ধাৰিত সামগ্ৰীয়ে তেওঁলোকৰ প্ৰাচীনতা, বিস্তাৰ, সংস্কৃতি আদিৰ সম্ভেদ দিয়ে। দ্ৰাবিড় ভাষাভাষী ইণ্ডো-দ্ৰাবিড় নামে পৰিচিত লোকসকল ভূমধ্যসাগৰীয়। সেইবুলি ভূমধ্যসাগৰীয় বিস্তাৰ দাক্ষিণাত্যতে সীমাবদ্ধ নহয়। আগেতেই কোৱা হৈছে ভাৰতৰ বিভিন্ন ঠাইত তেওঁলোকৰ বিস্তাৰ দেখা গৈছিল। ইণ্ডো-আৰ্যৰ আগমনত উত্তৰ ভাৰতত তেওঁলোকৰ আধিপত্য কমি যায়। সেইবুলি নিঃশেষ হৈ যোৱা নাই। এতিয়াও উত্তৰ-পূব ভাৰতৰ লোকৰ মাজত ভূমধ্যসাগৰীয় উপাদান বিদ্যমান।

প্ৰাক-ঐতিহাসিক বা প্ৰাচীন কালৰপৰা উদ্ধাৰিত নৰকংকালৰ অৱশেষবোৰ বিশ্লেষণ কৰিলে দেখা যায় যে অতীজৰেপৰা ভাৰতৰ লোকৰ মাজত মিশ্ৰিত প্ৰজাতীয় উপাদান আছিল। উদাহৰণ স্বৰূপে মহেঞ্জোদাৰো আৰু হৰপ্পাত পোৱা নৰকংকালৰ

অৱশেষত ককে লোৱা যাওক। তাত চাৰিটা প্ৰধান প্ৰকাৰ দেখা পৈছে। এটা প্ৰকাৰক আদি-নৰ্ডিকৰ লগত তুলনা কৰিব পাৰি। এবিধ লোক আদি ভূমধ্যসাগৰীয় বা ভূমধ্যসাগৰীয়। একপ্ৰকাৰ লোক নিঃসন্দেহে অষ্ট্ৰেলীয়। আকৌ চতুৰ্থবিধ আলপাইন আৰ্মেনীয় প্ৰকাৰৰ। ইয়াৰ ভিতৰত চতুৰ্থ প্ৰকাৰটো প্ৰশস্তমস্তকী। বাকীবোৰ দীৰ্ঘমস্তকী।

মহেঞ্জোদাৰোত পোৱা কৰোটিবোৰক চুৱেল আৰু গুহই প্ৰজাতি অনুসাৰে মাৰিভাগত ভাগ কৰিছে। তিনিটা কৰোটি অষ্ট্ৰেলীয় (তেওঁলোকে অৱশ্যে প্ৰায় বা আদি অষ্ট্ৰেলীয় শব্দ ব্যৱহাৰ কৰিছে), ছটা কৰোটি ভূমধ্যসাগৰীয়, এটা আলপাইন গোটৰ মংগোলীয় শাখাৰ আৰু চাৰিটা সম্ভৱতঃ আলপাইন। গতিকে যদিও ভূমধ্যসাগৰীয় লোকেই বিখ্যাত সিন্ধু উপত্যকা সভ্যতাৰ গঢ় দিছিল বুলি কোৱা হয়, তথাপি সেই সময়ত তাত অন্য প্ৰজাতীয় প্ৰকাৰৰ লোকে আছিল। অষ্ট্ৰেলীয়ৰ উল্লেখ আমি আগতেই কৰি আহিছোঁ। এতিয়া প্ৰশস্তমস্তকী আলপাইনবো উপস্থিতিৰ বিষয়ে জনা গ'ল। মংগোলীয় লোকৰ থকাৰ প্ৰতিও ইংগিত আছে।

এছিয়াৰ আদি-ভূমধ্যসাগৰীয় বিষয়ে আলোচনা কৰোতে কেঁাপৰিয়ে কৈছে যে এজিয়ান অঞ্চল আৰু সিন্ধু উপত্যকাৰ মাজৰ অংশত প্ৰাচীন লোকসকল দীৰ্ঘমস্তকী। তেওঁলোক বহুদিনলৈ দীৰ্ঘমস্তকী হৈয়ে আছিল। পিছলৈ তালৈ প্ৰশস্তমস্তকী লোক আহে। এই প্ৰশস্তমস্তকী আলপাইন আৰ্মেনীয় লোকসকল সম্ভৱতঃ এছিয়া মাইনৰৰ ইৰাণীয় মালভূমি আৰু পামীৰ অঞ্চলৰ পৰা অহা। অৰ্থাৎ উত্তৰ-পশ্চিম দিশৰপৰা আহিছে। চুৱেল আৰু গুহয়ো এই কথা কৈছে যে আলপাইন-আৰ্মেনীয় উপাদান পশ্চিমৰপৰা আহিছে আৰু পিছত আহিছে। আনহাতে ডিক্সনে প্ৰত্ন-আলপাইন উপাদান এটা খৃঃ পূঃ দুই বা তিনিহেজাৰ কালত উত্তৰ-পশ্চিমৰপৰা ভাৰতবৰ্ষলৈ আনিব খোজে। যি নহওক সাধাৰণভাৱে হয়তো ইয়াকে কব পৰা যায় যে দীৰ্ঘমস্তকী আদি-ভূমধ্যসাগৰীয় বা ভূমধ্যসাগৰীয় লোকে পশ্চিম দিশৰপৰা ভাৰতত প্ৰৱেশ কৰাৰ পিছত প্ৰায় একে সময়তে পশ্চিম বা উত্তৰ-পশ্চিম দিশৰপৰা প্ৰশস্তমস্তকী আলপাইন-আৰ্মেনীয় লোকবো প্ৰব্ৰজন আৰম্ভ হয়। ইয়াৰ আগতে ভাৰতবৰ্ষত অষ্ট্ৰেলীয় লোক আছিল।

এইখিনিতে আধুনিক কালৰ নৃতাত্ত্বিকৰ দৃষ্টিভংগীৰে প্ৰজাতি সম্বন্ধে কেইটামান কথা যদি স্পষ্টভাৱে কৈ থোৱাটো খুৱেই যুক্তিসংগত হব যেন লাগে। 'প্ৰজাতি' নৃতাত্ত্বিকৰ 'ধাৰণা' এটামাত্ৰ বুলি কব পাৰি। অৰ্থাৎ নৃতাত্ত্বিকজনে কি উদ্দেশ্যে কি অৰ্থত প্ৰজাতি শব্দটো প্ৰয়োগ কৰিছে সেইবিষয়ে স্পষ্টভাৱে নকলে বুজা টান হৈ

পৰে। জীৱ-বিজ্ঞানৰ অগ্ৰগতিয়ে প্ৰজাতিৰ ওপৰত নতুন আলোকপাত কৰিছে, ফলত প্ৰজাতি সম্বন্ধে নতুনকৈ ভাবিবলগীয়া হৈছে। নানান জীৱতাত্ত্বিক আৰু অন্যান্য কাৰণত প্ৰজাতীয় লক্ষণৰ পৰিবৰ্তন হোৱা দেখা যায়। প্ৰজাতি গঠন পদ্ধতি স্থিতিশীল নহয়। ইমান দিনে যিবোৰ প্ৰজাতীয় লক্ষণৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰি প্ৰজাতিৰ বৰ্ণনা দিয়া হৈছিল, সাম্প্ৰতিক কালৰ গবেষণাই সেইবোৰৰ অনুকূলন ক্ষমতা আৰু পৰিবৰ্তনশীলতা সম্বন্ধে এনে কিছুমান তথ্য জানিবলৈ দিলে, যাৰ ফলত সেইবোৰৰ গুৰুত্ব আগতকৈ বহু কমি আহিল। উদাহৰণ স্বৰূপে মস্তকাকৃতিৰ কথাকে কব পাৰি। এসময়ত একমাত্ৰ মস্তকৰ ওপৰতে ভিত্তি কৰি প্ৰজাতি সম্বন্ধে নানান সিদ্ধান্তত উপনীত হোৱা গৈছিল। এতিয়া আৰু মস্তকাকৃতিৰো সেই মূল্য নাই, কমি আহিছে। বৰ্তমান কালত আপেক্ষিকভাৱে কম অনুকূলনশীল ৰক্তজিন আদি বিভিন্ন জিনৰ উপস্থিতিৰ ওপৰত বেছি প্ৰাধান্য দিয়া হয়। আৰু এটা কথা প্ৰায় মানুহৰ উৎপত্তি বা গঠন হোৱা সময়ৰপৰা প্ৰজাতিবোৰ এনেভাৱে সানমিহলি হৈ আহিছে যে বিশুদ্ধ প্ৰজাতি বুলি কোনো প্ৰজাতি নাই। সেইবাবে প্ৰজাতীয় লক্ষণ সম্বন্ধে আলোচনা কৰোতে বৰ সংযত আৰু সাৱধান হোৱা নিতান্ত উচিত। যিয়ে নহওক, নৃতাত্ত্বিকে অতি সাধাৰণভাৱে দিয়া প্ৰজাতিৰ সংজ্ঞা অনুসৰি প্ৰজাতি শব্দটো এই প্ৰবন্ধত ব্যৱহাৰ কৰা হৈছে।

ভাৰতবৰ্ষৰ অইন ঠাইত দেখা ককেছীয় প্ৰজাতিৰ এইসকল লোক অসমত কেতিয়া প্ৰৱেশ কৰিলে সঠিককৈ জনা নাযায়। অতি প্ৰাচীন কালতে কপিল উপপ্ৰজাতিৰ লোকে অসমৰ মাজেৰে প্ৰব্ৰজন কৰাৰ সম্ভাৱনাৰ ইংগিত আগতে দি অহা হৈছে। সময় নিৰ্ধাৰণ কৰা টান।

আগতেই কৈ অহা হৈছে যে নৰকাসুৰে কিৰাত ৰজা ঘটকাসুৰক পৰাস্ত কৰি প্ৰাগজ্যোতিষ ৰাজ্যৰ ভাৰ গ্ৰহণ কৰে। অসুৰ শব্দটোৱে সূচায় যে নৰকাসুৰ অনাৰ্য্য আছিল। বিদেহৰ ৰজাই নৰকাসুৰক প্ৰতিপালন কৰি ডাঙৰ দীঘল কৰে। সেই ৰজাৰ সাহায্যতে নৰকাসুৰে কিৰাতসকলক পৰাস্ত কৰে। নৰকাসুৰে ৰাজপাটত বহি বিদৰ্ভৰ ৰজাৰ কন্যা মায়াক বিয়া কৰায়। বিদেহৰ ৰজাক ইণ্ডো-দ্ৰাবিড় বা ভূমধ্যসাগৰীয় বুলি কোৱা হয়। তেওঁৰ প্ৰজাসকলো সেই একে প্ৰকাৰৰ লোক। সম্ভৱতঃ নৰকাসুৰো ভূমধ্যসাগৰীয় লোক আছিল। গতিকে সেই সময়তে অসমলৈ ভূমধ্যসাগৰীয় উপাদান অহাৰ সম্ভাৱনা আছে। আকৌ কনকলাল বৰুৱাই কোৱা মতে প্ৰাগজ্যোতিষ পূৰ্বৰেপৰা ভূমধ্যসাগৰীয়ৰ ৰাজ্য আছিল। উত্তৰ-পূৰ্বৰপৰা মংগোলীয় লোক আহি এই ৰাজ্য অধিকাৰ কৰে। পিছত বিদেহ ৰজাৰ সাহায্যত নৰকাসুৰে ভূমধ্যসাগৰীয়ৰেই

হেবৰুৱা সেই ৰাজ্য মংগোলীয়ৰ কবলৰপৰা পুনৰুদ্ধাৰ কৰে। সেয়ে হলে নৰকাসুৰৰ আগতেই ভূমধ্যসাগৰীয়ৰ লোক অসমত আছিল। প্ৰাচীন ভূমধ্যসাগৰীয়ৰ প্ৰব্ৰজনৰ কথা আগতে উল্লেখ কৰা হৈছে।

পৰিৱেশ আৰু অন্যান্য কাৰণত প্ৰজাতিৰ প্ৰকাৰ ভেদ হয়। দাক্ষিণাত্যত ভূমধ্যসাগৰীয়ৰ এটা ভাগে ইণ্ডো-দ্ৰাবিড় প্ৰকাৰত পৰিণত হ'ল। উত্তৰ-পূব ভাৰতৰ ভূমধ্যসাগৰীয় ইণ্ডো-দ্ৰাবিড় প্ৰকাৰতকৈ কিছু বেলেগ হবও পাৰে। সেইবাবে এওঁলোকক ইণ্ডো-দ্ৰাবিড় নুবুলি ভূমধ্যসাগৰীয় বোলাই ভাল হব যেন লাগে।

এনে ভূমধ্যসাগৰীয় উপাদান অসমৰ আধুনিক কালৰ মানুহৰ মাজতো দেখা যায়। কিন্তু পৰিৱেশ, সংমিশ্ৰণ আদি নানান কাৰণত সেই লক্ষণবোৰে বিভিন্নৰূপ লৈছে। ভূমধ্যসাগৰীয়ৰ লগতে আলপাইন-আৰ্মেনীয় উপাদানৰ অৱস্থিতিও দেখি অহা হৈছে। এই উপাদানো সেই সময়তে অসমত সোমাবাৰ সম্ভাৱনা আছে। কিন্তু প্ৰকৃত আলপাইন-আৰ্মেনীয় উপাদানৰ প্ৰাবল্য আধুনিক অসমৰ মানুহৰ মাজত কম। জৈৱিক কাৰণতো প্ৰাবল্য কমি যোৱাৰ সম্ভাৱনা বা দৃষ্টান্ত আছে। আকৌ এনেকুৱাও হব পাৰে। আলপাইন প্ৰকাৰৰ লোক পূবলৈ বেছি দূৰলৈ আগ নাবাঢ়িল। কিছু সংখ্যক লোকেহে অসমত প্ৰৱেশ কৰিলে। তেওঁলোকে দীৰ্ঘ-মস্তকী ভূমধ্যসাগৰীয়ৰ লগত বেছিকৈ মিলি যোৱাত আলপাইনীয় লক্ষণবোৰ অস্পষ্ট হৈ গ'ল।

প্ৰামাণ্য তথ্যপাতিৰ অভাৱত বহুতো ধৰণৰ সম্ভাৱনা আহি পৰে। তথাপি এইটো হয়তো কব পাৰি যে ভূমধ্যসাগৰীয় আৰু আলপাইন উপাদান এই অঞ্চলৰ মানুহৰ মাজত আছে।

লিংগ আৰু যোনীৰ পূজা আৰ্যসকলে অনাৰ্য্য ইণ্ডো-দ্ৰাবিড়ৰ পৰা গ্ৰহণ কৰা। সিন্ধু উপত্যকা সভ্যতাৰ কালত এনে পূজাৰ প্ৰচলন আছিল। কামাখ্যা দেৱীৰ পূজাৰ গুৰিতে এনে বিশ্বাস জড়িত। গতিকে কামাখ্যা দেৱীয়েই অসমত প্ৰাচীন ভূমধ্যসাগৰীয়ৰ উপস্থিতিৰ সাক্ষী দিয়ে। কোনো কোনোৱে অৱশ্যে আৰু কিছু পিছুৱাই গৈ যৌনাংগৰ পূজা আৰু অষ্ট্ৰেলীয়ৰ মাজত সম্বন্ধ স্থাপন কৰিব খোজে। কিন্তু অন্ততঃ আধুনিক কালৰ অষ্ট্ৰেলীয়ৰ মাজত লিংগ পূজাৰ প্ৰচলন দেখা নাযায়।

ইমানলৈকে ককেছীয় প্ৰজাতিৰ লোকক অসমলৈ পশ্চিম দিশৰপৰা অনা হৈছে। কিন্তু উত্তৰ-পূব দিশৰ পৰাও ককেছীয় লোকৰ প্ৰব্ৰজনৰ সম্ভাৱনাৰ কথা কীন প্ৰমুখ্যে কোনো কোনো লোকে কব খোজে। অতি প্ৰাচীন ককেছীয় দল এটাই পশ্চিমৰপৰা মংগোলীয় আৰু চীনদেশৰ মাজেৰে জাপানলৈ প্ৰব্ৰজন কৰিছিল বুলি ভাবিবৰ থল আছে। পিছলৈ মাংগোলীয়ৰ অভ্যুত্থানত এই প্ৰাচীন ককেছীয়বোৰ নিঃশেষ হৈ যায়।

মাত্ৰ আইনু নামে পৰিচিত এটা গোট মংগোলীয়ৰ দ্বাৰা পৰিবেষ্টিত হৈ জাপানত তিষ্ঠি আছে। এই প্ৰব্ৰজনৰ এটা সোতে দক্ষিণ চীনদেশৰ পৰা দক্ষিণলৈ গতি কৰি অসমত সোমোৱাৰ সম্ভাৱনা নথকা নহয়। এই একে পথেৰেই পিছলৈ আলপাইন প্ৰজাতিৰ লোকো অসমত প্ৰৱেশ কৰে বুলি কোনো কোনোৱে কব খোজে। সেইবাবেই হয়তো মিৰিমি, ডফলা আদি লোকৰ মাজত কিছু ককেছীয় উপাদান দেখা যায়। অৱশ্যে উত্তৰ-পূব সীমান্তৰ কিছু জনজাতি, নগা, মণিপুৰী আদিৰ মাজত দেখা ককেছীয় উপাদান এই প্ৰব্ৰজনৰপৰা নানি আগতে উল্লেখ কৰা প্ৰাচীন ভূমধ্যসাগৰীয়ৰপৰাও আনিব পাৰি।

ইণ্ডো আৰ্য্যৰ আগমনত ভাৰতবৰ্ষত এটা নতুন যুগৰ সূচনা হয়, সাংস্কৃতিক আৰু প্ৰজাতীয় ইতিহাসৰ বিশেষ পৰিবৰ্তন হয়। ইণ্ডো-আৰ্য্য সকল সাধাৰণতে আৰ্য্য নামেৰেই পৰিচিত। তেওঁলোকে স্বকীয় উন্নত সংস্কৃতিৰে পৰিপুষ্ট হৈ উত্তৰ-পশ্চিম কোণেৰে ভাৰতবৰ্ষত প্ৰৱেশ কৰে। আফগানিস্থানৰ সীমান্ত, সিন্ধু আৰু গংগা উপত্যকাত পোৱা তাম্ৰ, ব্ৰোঞ্জ আদিৰ বিভিন্ন প্ৰকাৰৰ সামগ্ৰীবোৰ পৰীক্ষা কৰি ভাৰতত ইণ্ডো-আৰ্য্যৰ প্ৰৱেশ কাল প্ৰায় খৃঃ ১২০০ বুলি অনুমান কৰা হয়। ইয়াৰ পূৰ্বেও সৰু সৰু দলত মাজে মাজে তেওঁলোক ভাৰতলৈ অহাৰ সম্ভাৱনা নোহোৱা নহয়। কিন্তু এই সময়তে তেওঁলোকৰ বৃহৎ প্ৰব্ৰজন প্ৰবাহ দেখা যায়। তেওঁলোকে আৰল-কাস্পিয়ান অববাহিকাৰ পৰা প্ৰব্ৰজন আৰম্ভ কৰে।

ইণ্ডো-আৰ্য্যসকলে ভাৰতলৈ অহাৰ আগতেই কৃষিকৰ্ম জানিছিল। ধাতুবিদ্যাত পাৰদৰ্শী আছিল আৰু অন্যান্য বিদ্যাও তেওঁলোকৰ আয়ত্তাধীন আছিল। এইদৰে স্বকীয় সাংস্কৃতিক বৈশিষ্ট্য আৰু আবয়বিক লক্ষণেৰে ইণ্ডো-আৰ্য্য ভাৰতবৰ্ষৰ এটা স্বতন্ত্ৰ প্ৰজাতি গোট। তেওঁলোক আগৰ অষ্ট্ৰেলীয় আৰু ভূমধ্যসাগৰীয়ৰপৰা পৃথক। ইণ্ডো-আৰ্য্যসকল ওখ। তেওঁলোকৰ চৰ্মবৰ্ণ আৰু নেত্ৰবৰ্ণ পাতল। কেশও অষ্ট্ৰেলীয়ৰ কেশৰ নিচিনা ইমান ক'লা নহয়। ইণ্ডো-আৰ্যও দীৰ্ঘমস্তকী। কিন্তু তেওঁলোকৰ মস্তক দীৰ্ঘতৰ। আয়তনো বৃহৎ। কৰোটিধাৰণ ক্ষমতাও বেছি। দৈহিক গঠন অধিক দৃঢ় আৰু সবল। আনহাতে আলপাইনসকল প্ৰশস্তমস্তকী।

হিন্দুকুশ পৰ্বতৰ দক্ষিণাঞ্চলত থকা বৰ্তমানৰ বাল্টিকসকল ইণ্ডো-আৰ্য্যৰ আদৰ্শ প্ৰতিনিধি। সিন্ধু আৰু গংগা উপত্যকাত ইণ্ডো-আৰ্য্যৰ প্ৰাধান্য দেখা যায়। গংগা উপত্যকাত তেওঁলোক অখণ্ডভাৱে পশ্চিম বিহাৰলৈ বিস্তৃত। তাৰপৰা পূবলৈ এওঁলোকৰ অখণ্ড বিস্তৰ দেখা নগলেও বিক্ষিপ্তভাৱে পূব বিহাৰ, বংগ আৰু অসমতো

তেওঁলোকক দেখা যায়। প্ৰধানকৈ উচ্চ জাতিৰ মানুহৰ মাজতহে এওঁলোকৰ লক্ষণৰ প্ৰাবাল্য চকুত পৰে।

ভাৰতৰ বিভিন্ন ঠাইত বাস কৰা ইণ্ডো-আৰ্য্য বৈশিষ্টসম্পন্ন সকলো লোকৰে আবয়াবিক চৰিত্ৰ একে নহয়। বিভিন্ন বিধৰ মাজত কম-বেছি পৰিমাণে পাৰ্থক্য পৰিলক্ষিত হয়। সংমিশ্ৰণ, পাৰিপাৰ্শ্বিকীয় বৈচিত্ৰ্য আৰু অন্যান্য জৈৱিক কাৰণত এনে ধৰণৰ পাৰ্থক্যই দেখা দিছে।

আগতে নহলেও অন্ততঃ খৃঃ পূঃ ৭০০ সময়ছোৱাত উত্তৰ বিহাৰলৈ ইণ্ডো-আৰ্য্যৰ বিস্তাৰৰ কথা আগতে উল্লেখ কৰি অহা হৈছে। তাৰপৰা তেওঁলোকে সময়ে সময়ে সৰু সৰু দলত পূবলৈ আগবাঢ়িছিল যেন লাগে। কোন সময়ত তেওঁলোকে অসমত প্ৰৱেশ কৰিলে সঠিককৈ কোৱা টান।

কালিকা পুৰাণত পোৱা যায় যে নৰকে কিৰাতসকলক সাগৰৰ পাৰলৈ খেদি পঠায় আৰু কৰতোয়া আৰু ললিতাকান্তাৰ অন্তৰৱৰ্তী অঞ্চলত দ্বিজক (ইণ্ডো-আৰ্য) প্ৰতিষ্ঠা কৰে। এইজন নৰক কোনজন কোৱা টান। কাৰণ এতিয়া বিশ্বাস কৰা হয় যে নৰক নামে মাত্ৰ এজন ৰজা নাছিল।

মহাভাৰত আৰু ৰামায়ণত প্ৰাগজ্যোতিষৰ উল্লেখ আছে। অৰ্থাৎ সেইকালতেই ইণ্ডো-আৰ্য্যসকলে অসমৰ বিষয়ে জানিছিল। গতিকে সেই সময়তে অসমত ইণ্ডো-আৰ্য্যৰ প্ৰভাৱ পৰিব পাৰে। কিছু আনুবংশিক উপাদানো আহিব পাৰে। কিন্তু কোনো প্ৰব্ৰজনৰ কথা কব নোৱাৰি।

ভাস্কৰবৰ্মণৰ ৰাজবংশটোক ক্ষত্ৰিয় বংশ বুলি কোৱা হয়। যদি সেয়ে হয় সেই বংশৰ আদি ৰজা পুষ্যবৰ্মণ (প্ৰায় খৃঃ পূঃ ৩৮০-৪০০) ক্ষত্ৰিয় আছিল। তেওঁৰ সকলো প্ৰজা একে জাতিৰ নহলেও কিছু ক্ষত্ৰিয় লোক নিশ্চয় ৰাজ্যত আছিল। অৰ্থাৎ সেই সময়তে কিছু ইণ্ডো-আৰ্য্য লোক অসমলৈ আহে বুলি অনুমান কৰিব পাৰি। ভাস্কৰবৰ্মণৰ (সপ্তম শতাব্দী) প্ৰত্নলিপিৰপৰা জনা যায় যে কামৰূপত ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় লোক আছিল। চীন পৰিব্ৰাজক হিউৱেন চাং ভাস্কৰবৰ্মণৰ দিনত কামৰূপ ৰাজ্যলৈ আহি বহুতো বামুণ আৰু অন্য উচ্চ জাতিৰ লগ পালে। এইসকল লোকৰ মাজত নিশ্চয় ইণ্ডো-আৰ্য্য আছিল। ভাস্কৰবৰ্মণতকৈ আগৰ ষষ্ঠ শতিকাৰ আগভাগৰ ৰজা—মহাভূতবৰ্মণৰ সময়তো বামুণ আছিল বুলি জনা যায়। বামুণ থকা মানেই ইণ্ডো-আৰ্য্য সংস্কৃতি আৰু লগতে লোক থকা বুলি ধৰি লব পাৰি। নিদানপুৰ প্ৰতিলিপিতো কায়স্থ লোকৰ উল্লেখ আছে।

ইণ্ডো-আৰ্যসকল অহাৰ পূৰ্বে এই অঞ্চলত ভূমধ্যসাগৰীয় আৰু আলপাইন লোক

থকাৰ কথা আগতে পাই অহা হৈছে। গতিকে আগতে অহা আৰু পিছত অহা দুয়োবিধ লোকৰ মাজত যে কিছু সংমিশ্ৰণ ঘটিছিল সেইটো অনুমান কৰি লব পাৰি।

ভাৰতীয়ৰ মাজত প্ৰজাতীয় উপাদান বিশ্লেষণ কৰোতে সৰকাৰে ইৰাণো-চীথীয় উপাদান এটাৰ উল্লেখ কৰিছে। এই ইৰাণো-চীথীয় লোকে ইণ্ডো-আৰ্য্যৰ লগত প্ৰায় একে সময়তে ভাৰতবৰ্ষত প্ৰৱেশ কৰে। তেওঁলোকৰ প্ৰব্ৰজনৰ সম্ভাব্য পথ পশ্চিম উপকূল। কোনো কোনোৰ মতে এইবিধ লোকেই ভাৰতলৈ লোহ অনাৰ গৌৰৱৰ অধিকাৰী।

পশ্চিম বিহাৰলৈ দীৰ্ঘমস্তকী ইণ্ডো-আৰ্য্যৰ অখণ্ডিত বিস্তাৰ দেখি অহা হৈছে। পূব বিহাৰ, বংগ, অসম আৰু তাৰ দাঁতিকাষৰীয়া অঞ্চলত দীৰ্ঘমস্তকৰ স্থান ললে মধ্যমস্তকে। এই অঞ্চলৰ মানুহ মধ্যমীয়া উচ্চতাৰ। মধ্যকায়, মধ্যমস্তক ইৰাণো-চীথীয়ৰ অৱদান বুলি সৰকাৰে কব খোজে।

এনে ধৰণৰ আবয়বিক লক্ষণযুক্ত লোক পশ্চিম উপকূল, গুজৰাট, বোম্বে, মহাৰাষ্ট্ৰ আদি ঠাইতো দেখা যায়। তেওঁলোকৰ বিস্তৃতি উত্তৰ মহীশূৰ, আনকি একেবাৰে দক্ষিণলৈকেও সম্ভৱতঃ মহাপাষাণ সংস্কৃতিৰ লগত এইবিধ লোকৰ নিবিড় সম্বন্ধ। বিভিন্ন অঞ্চলৰপৰা সংগৃহীত সামগ্ৰীবোৰে ইয়াৰ সাক্ষী দিয়ে।

হুইলাৰৰ মতে ব্ৰহ্মগিৰিৰ মহাপাষাণ-কৃষ্টিৰ লগত জড়িত নৰকংকাল অৱশেষবোৰ খৃঃ পূঃ ২০০ বছৰ আগৰ। ব্ৰহ্মগিৰিৰ অৱশেষৰ লগত দক্ষিণ-মধ্য পাৰস্যৰ খৃঃ পূঃ ১০০০ৰ পৰা ৫০০০ বছৰ সময়ৰ চিয়াল্ক নামৰ প্ৰাক-ঐতিহাসিক স্থলীৰপৰা উদ্ধাৰিত অৱশেষৰ সাদৃশ্য আছে। দাক্ষিণাত্যৰ মহাপাষাণ স্থলীত কৰা খননকাৰ্য্যই সেই সময়ত পাৰস্য আৰু ভাৰতৰ এই অঞ্চলৰ মাজত থকা বাণিজ্যিক সম্বন্ধৰ আভাস দিয়ে। হায়দৰাবাদ আৰু আদিচানালুৰ স্মৃতিশিলাস্তূপ সমাধিৰপৰাও মধ্যমস্তকী কৰোটি আবিষ্কৃত হৈছে।

পশ্চিম উপকূলৰ মধ্যমস্তকী আৰু বংগৰ মধ্যমস্তকীৰ মাজত আনুবংশিক সম্বন্ধ থকাৰ সম্ভাবনা আছে। নৰ্মদা আৰু শোণ নদীৰ উপত্যকা ধৰি এই বিধ লোকে পশ্চিম উপকূলৰপৰা বংগলৈ প্ৰব্ৰজন কৰে। মাৰাঠা লুণ্ঠনকাৰীসকলে এই পথেৰেই বংগদেশলৈ আহিছিল। কুনৰ মতে চীথীয় সংস্কৃতিৰ লগত অশ্বৰ নিবিড় সম্বন্ধ। ভাৰত বুৰঞ্জীৰ প্ৰখ্যাত মাৰাঠা অশ্বাৰোহীসকলে পুৰণি দিনৰ কুনৰ সেই কথা মনত পেলাই দিয়ে।

বিজলে আগবঢ়োৱা ভাৰতৰ প্ৰজাতি শ্ৰেণীকৰণখনত চীথীয় উপাদানৰ উল্লেখ আছে। ক্যাপেৰুচে এই মধ্যমস্তকী লোকসকলৰ বিষয়ে মন্তব্য প্ৰকাশ কৰি কৈছে যে

এইবিধ লোক দক্ষিণ-পূবে দিশলৈ প্ৰব্ৰজন কৰিছিল নে নাই সঠিককৈ জনা নাযায়। কিন্তু এইটো ঠিক যে এইবিধ লোক ইণ্ডো-আৰ্য্যৰ পৰা পৃথক। পাৰস্যৰ লগত এই প্ৰকাৰ লোকৰ সম্বন্ধ। আধুনিক পাৰস্যৰ জনসমষ্টিবোৰৰ কুৰ্দ নামৰ জনসমষ্টিৰ মাজত এই প্ৰকাৰ লোকৰ আদৰ্শ প্ৰতিনিধি দেখা যায়। পশ্চিম ভাৰতীয়ৰ মাজত থকা উচ্চ মধ্যমস্তকী আৰু প্ৰশস্তমস্তকী উপাদান এই প্ৰকাৰ লোকৰে অৱদান হব পাৰে।

ওপৰোক্ত মধ্যমস্তকী লোকৰ সম্প্ৰসাৰণ অসমলৈ দেখা গৈছে। এওঁলোকে ঠিক কোন সময়ত অসম সোমাল কোৱা টান। ইণ্ডো-আৰ্য্য আৰু ইৰাণো-চীথীয় প্ৰায় একে সময়তে বা দ্বিতীয় বিধ কিছু পিছত ভাৰতবৰ্ষত সোমায়। পূব দিশলৈ ইণ্ডো-আৰ্য্য লোকে গংগা উপত্যকা ধৰি আগবাঢ়ি পশ্চিম বিহাৰ পায়। আনহাতে ইৰাণো-চীথীয়ই ভাৰতৰ পশ্চিম দিশেৰে দক্ষিণলৈ গতি কৰে। এভাগে নৰ্মদা আৰু শোণ উপত্যকা ধৰি বংগদেশত উপনীত হয়। তাৰপৰা অসমত প্ৰৱেশ কৰে। কোনবিধে প্ৰথমতে অসমত প্ৰৱেশ কৰে সেইটো সঠিককৈ কোৱা টান। কিন্তু অসমৰ জাতিগোটৰ মানুহৰ মাজত ইৰাণো-চীথীয় উপাদানৰ প্ৰাবল্য বেছি যেন অনুমান হয়। অৱশ্যে বিভিন্ন জাতিগোটৰ মাজত থকা আবয়বিক চৰিত্ৰসমূহ ভালদৰে বিশ্লেষণ কৰিলেহে সঠিককৈ কব পৰা যাব।

এই প্ৰবন্ধত অসমৰ বিভিন্ন জনসমষ্টিবোৰৰ প্ৰতিটোকে বেলেগ বিচাৰ কৰি চোৱা নহল। আবয়বিক নৃতাত্ত্বিকৰ দৃষ্টিভংগীৰে বিচাৰ কৰিবলৈ ললে প্ৰথমে জনসমষ্টি-টোৰ লক্ষণবোৰ জানি লৈ তাৰ পিছত তাৰ গুৰি বিচাৰি গলে ভাল হব যেন লাগে। তেনে আলোচনা প্ৰবন্ধৰ এই অংশৰপৰা বাদ দিব পাৰি বুলি ইয়াত সন্নিবিষ্ট কৰা নহল। বিভিন্ন জনসমষ্টিৰ বাসভূমি অসমত দ্বাদশ শতিকাৰ আগতেই কি কি প্ৰজাতীয় উপাদানে ঠাই পালে সেই বিষয়েহে সাধাৰণভাৱে আলোচনা কৰা গ'ল।

---

# সমাজ ব্যৱস্থা

অধ্যাপক ৰামচৰণ দাস

অসমীয়া সমাজ আৰু সংস্কৃতি গঢ়ি উঠিছে ইয়াৰ প্ৰাকৃতিক পৰিৱেশৰ লগত সমন্বয় ৰাখি। অৱশ্যে বাহিৰৰ সাংস্কৃতিক ঢৌৰ প্ৰভাৱতো ইয়াৰ কিছু পৰিমাণে ৰূপান্তৰ হৈছে। ইয়াত সমাজ কেতিয়া কেনেকৈ সংগঠিত হ'ল তাৰ লিখিত বিৱৰণ পোৱা নাযায়।

আমাৰ সমাজ সংগঠনৰ লগত জনগোষ্ঠীৰ প্ৰব্ৰজনৰ প্ৰশ্ন সাঙোৰ খাই আছে। অসমত কেতিয়াৰ পৰা মানুহৰ বসতি আৰম্ভ হ'ল তাক ঠাৱৰ কৰা কঠিন যিহেতু ইয়াত মানুহৰ কোনো পুৰণি জীৱাশ্ম আৱিষ্কৃত হোৱা নাই। তদুপৰি ইয়াত প্ৰত্নপ্ৰস্তৰ যুগৰ কোনো শিলৰ অস্ত্ৰ বা আন আহিলা-পাতিৰ সম্ভেদো পোৱা নাই। অৱশ্যে গাৰো পাহাড়ত কিছুমান প্ৰত্নপ্ৰস্তৰ যুগৰ শিলৰ অস্ত্ৰ পোৱা গৈছে বুলি দুই এজনে কৈছে। কিন্তু সেইটো এতিয়াও সকলো দিশৰ পৰা বিজ্ঞানসম্মতভাৱে প্ৰমাণিত হোৱা নাই। গতিকে অসমত প্ৰত্নপ্ৰস্তৰ যুগত মানুহে বসতি কৰিছিল নে নাই কব নোৱাৰি।

প্ৰত্নপ্ৰস্তৰ যুগৰ আন আন ঠাইত পোৱা জীৱাশ্ম আৰু হাতিয়াৰ বা আহিলা-পাতিৰ পৰা আৰু বৰ্তমান জীৱিত কিছুমান আদিবাসীৰ সাংস্কৃতিক জীৱনধাৰণ আৰু সমাজ ব্যৱস্থাৰ পৰা বিজ্ঞ পণ্ডিতসকলে প্ৰমাণ কৰিছে যে প্ৰত্নপ্ৰস্তৰ যুগত মানুহ অঘৰী ( nomadic ) আছিল আৰু জাক পাতি বা জুম বান্ধি আহাৰ সংগ্ৰহ কৰি ঘূৰি ফুৰিছিল। তেওঁলোকে মুকলি ঠাইত বা গুহাত বাস কৰিছিল। অসমত প্ৰত্নপ্ৰস্তৰ যুগৰ মুকলি বসতি ( open air station ) বা গুহা বসতি ( cave home )ৰ অৱস্থিতি এতিয়াও আৱিষ্কৃত হোৱা নাই। যদি সেই সময়ৰ অসমত মানুহ আছিল তেন্তে তেওঁলোকে আনদেশৰ প্ৰত্নপ্ৰস্তৰ যুগৰ মানুহৰ দৰেই ফলমূল খাই বা পোক-পৰুৱা, জন্তু আদি মাৰি জীৱিকা নিৰ্বাহ কৰিছিল আৰু কোনো ঠাইতে স্থায়ীভাৱে বাস নকৰি সৰু সৰু দলত জাক পাতি ঘূৰি ফুৰিছিল। মাজে মাজে হয়তো, গুহাতো জিৰণি লৈছিল। বিবাহৰ প্ৰচলন আছিলনে নাই কব নোৱাৰি। পৰিয়ালো পূৰ্ণাৱস্থাপ্ৰাপ্ত হৈছিল নে নাই কব পৰা নাযায়।

নৱপ্ৰস্তৰ যুগ প্ৰায় দহ হাজাৰ বছৰ আগতে আৰম্ভ হোৱা বুলি পণ্ডিতসকলে কয়। অসমত এই যুগ কেতিয়া আৰম্ভ হৈছিল এতিয়াও বিজ্ঞানসম্মতভাৱে

প্ৰমাণিত হোৱা নাই। কিন্তু ইয়াত যে নবপ্ৰস্তৰ যুগৰ মানুহ আছিল এইটো ঠিক। কাৰণ অসমৰ কেবা ঠাইতো নব-প্ৰস্তৰ যুগৰ কিছুমান শিলৰ হাতিয়াৰ আৰু মাটিৰ বাচনৰ টুকুৰা পোৱা গৈছে।

নবপ্ৰস্তৰ যুগৰ অস্ত্ৰশস্ত্ৰ আৰু বাচন-বৰ্ত্তনবিলাকৰ টুকুৰাবিলাক সাধাৰণতে পাহাড় বা পাহাড়ৰ দাতি কাষৰীয়া ঠাইত পোৱা হৈছে যদিও সমতলৰ ঠাই বিশেষতো আবিষ্কৃত হৈছে।

অসমত নবপ্ৰস্তৰ যুগ প্ৰায় খৃঃ পূঃ ৩০০০ বছৰৰ আগতে আৰম্ভ হৈছিল। সেই সময়ত সমাজৰ গাঁথনি কেনে ধৰণৰ আছিল তাৰ বিষয় সঠিক প্ৰমাণ পোৱা নাযায়। তথাপি ইউৰোপৰ বিখ্যাত প্ৰত্নতত্ত্ববিদ্ গৰ্ডন, চাইল্ড, বাৰ্কিট আদি পণ্ডিতসকলে গবেষণা কৰি উলিয়াইছে যে নবপ্ৰস্তৰ যুগে মানৱ জীৱনত এটা ডাঙৰ বিপ্লৱ আনিলে যাৰ বাবে সমাজত এটা বিৰাট পৰিবৰ্ত্তন ঘটিল।

প্ৰত্নপ্ৰস্তৰ যুগত মানুহ আছিল ফলমূল সংগ্ৰহকাৰী, চিকাৰজীৱী আৰু মাছমৰীয়া। এই সুদীৰ্ঘ কালছোৱাত মানুহে প্ৰাকৃতিক পৰিবেশৰ ওপৰত নিৰ্ভৰশীল হৈ আছিল আৰু নিজে একো উৎপাদন কৰিব নাজানিছিল। শস্য উৎপাদন আৰু পশুপালনৰ উপায়ো তেওঁলোকৰ অবগত নাছিল। কিন্তু নবপ্ৰস্তৰ যুগত মানুহে উৎপাদন ক্ষমতা লাভ কৰিলে। শস্য উৎপাদনৰ লগে লগে পশুপালন প্ৰথাও তেওঁলোকৰ জ্ঞাত হ'ল আৰু সামাজিক আৰু অৰ্থনৈতিক ক্ষেত্ৰলৈ আমূল পৰিবৰ্ত্তন আহিল। মানুহৰ জীৱনত নতুন আশাৰ ৰেঙণি পৰিলক্ষিত হ'ল। প্ৰত্নপ্ৰস্তৰ যুগৰ অঘৰী চিকাৰজীৱী মানুহে স্থায়ীভাবে ঘৰ সাজি বসবাস কৰিবলৈ ধৰিলে। নতুন অভিজ্ঞতাই মানুহক উন্নতিৰ পথত ধাপে ধাপে আগুৱাই নিবলৈ ধৰিলে। কেইবাটাও পৰিয়ালে এক গোট হৈ পাৰস্পৰিক সহায় আৰু সহযোগিতাৰ ভিত্তিত স্থায়ীভাৱে খেতিপথাৰৰ ওচৰত থাকিবলৈ ললে। লগে লগে সেই ঠাইৰ নামকৰণ হ'ল। এনেকৈয়ে গাঁওৰ জন্ম হ'ল আৰু গাৱঁলীয়া সমাজৰ সৃষ্টি হ'ল। গাঁওত থাকি মানুহে সমূহীয়া জীৱন যাপন কৰিবলৈ ধৰিলে, কিন্তু সমূহীয়া জীৱনত নানা দন্দ্বখৰিয়ালৰ সূচনা হ'ল। সেয়েহে সমূহীয়া জীৱন নিয়ন্ত্ৰণৰ ব্যৱস্থা হ'ল। গাঁওৰ মুখিয়ালসকলৰ দ্বাৰা গাৱঁলীয়া পৰিষদ বা পঞ্চায়ত গঠিত হ'ল। এই পৰিষদ বা পঞ্চায়তে কিছুমান নিয়ম কানুনৰ ব্যৱস্থা কৰি মানুহক শান্তিময় আৰু সুস্থ পৰিবেশৰ মাজত জীৱন যাপন কৰিবলৈ সুবিধা দিলে।

মানুহে যেতিয়া কোনো কোনো ঠাইত খেতিবাতি আৰু পশুপালন কৰি, ঘৰ

সাজি, গাওঁ পাতি স্থায়ীভাবে বসতি কৰিবলৈ ধৰিলে, তেতিয়া তেওঁলোকৰ খোৱা লোৱাৰ অভাৱ কমি আহিল। তেওঁলোকে পেট প্ৰবৰ্তনৰ অনিশ্চয়ৰ কথা পাহৰিবলৈ ধৰিলে। বনৰীয়া শস্য বা পশুপক্ষীৰ ওপৰতেই নিৰ্ভৰ নকৰি নিজে উৎপাদন কৰি, পশুপালন কৰি ভাত আৰু মাংসৰ ব্যৱস্থা কৰিব পাৰিলে কিন্তু চিকাৰ, মাছ মৰা আৰু বন্য শাকপাচলিৰ সংগ্ৰহ তেতিয়াও চলিয়েই থাকিল। এনেকৈ আৰ্থিক অনাটন দূৰ হ'ল। মানুহে জীৱন যাপনৰ মান উন্নততৰ কৰিবলৈ মনোনিবেশ কৰিলে। তেওঁলোকে স্থায়ীভাবে বসতি কৰাৰ লাগে লগে ঘৰ সজাৰ প্ৰণালী উন্নততৰ হবলৈ ধৰিলে। প্ৰথমতে, সাধাৰণভাবে গছৰ ডালপাত, খেৰ, নল-খাগৰি, ইকৰা আদিৰে ঘৰ সাজিবলৈ ধৰিলে। অস্ত্ৰ-শস্ত্ৰ উন্নত কৰি লোৱাৰ পাচত কাঠৰ কামও আৰম্ভ হ'ল। শোৱা আৰু বহাৰ বাবে কাঠৰ আচবাববোৰ সাধাৰণভাবে তৈয়াৰ হবলৈ ধৰিলে। খোৱাবস্তু জমা কৰি ৰাখিবলৈ আৰু ৰন্ধা-বঢ়া কৰিবলৈ মৃৎপাত্ৰ উৎপাদিত হ'ল। লগে লগে বাঁহ-বেত আদিৰ দ্বাৰা পাচি খৰাহি, কুলা-চালনী ইত্যাদি ঘৰৰ লাগতিয়াল সজুলিবোৰ তৈয়াৰ হবলৈ ধৰিলে। লজ্জা নিবাৰণ কৰিবলৈ আৰু জাৰৰ পৰা ৰক্ষা পৰিবলৈ সূতা-কটা আৰু কপোৰ বোৱা শিল্পৰ অৱতাৰণা হ'ল। গতিকে কুটীৰ শিল্পৰ যোগেদি মানুহে লাহে লাহে শিল্প কাৰ্যত নৈপুণ্য অৰ্জন কৰিবলৈ ধৰিলে। এই সময়ছোৱাত মানুহে নিজৰ খোৱা খাদ্য উৎপাদন কৰি আত্মনিৰ্ভৰশীল হৈ সুখ-শান্তিৰে দিন নিয়াবলৈ ধৰিলে। ইয়াৰ কাৰণে যিখিনি অস্ত্ৰ-শস্ত্ৰ দৰ্কাৰ হৈছিল সেইবিলাক শিলৰ পৰা তৈয়াৰ কৰা হৈছিল আৰু তাক ঘঁহি পিহি মিহি কৰি কামৰ কাৰণে উৎকৃষ্ট নহলেও কিছু পৰিমাণে উপযুক্ত কৰি লোৱা হৈছিল। ইয়াৰ লগতে বাঁহ, নল-খাগৰি, কাঠ আদিৰ অস্ত্ৰ-শস্ত্ৰও বোধকৰোঁ তৈয়াৰ হৈছিল যদিও এইবিলাকৰ কোনো ভগ্নাৱশেষ পোৱা নাযায় যিহেতু এইবিলাক বস্তু বেছিদিনলৈ মাটিত পোঁত খাই থাকিলে পঁচিগেলি বিনষ্ট হৈ যায়।

প্ৰকৃতিৰ লগত মানুহৰ ওতঃপ্ৰোত সম্বন্ধ। জীৱিকা উপাৰ্জনৰ বাবে প্ৰকৃতিজাত বস্তুৰ ওপৰত নিৰ্ভৰ কৰি চলিব লগা হয়। সেইকাৰণে প্ৰকৃতিক সন্তুষ্ট কৰিবৰ বাবে কিছুমান যাগ-যজ্ঞ, পূজা-পাতলৰ যাদুবিদ্যা আদিৰ সৃষ্টি হ'ল। লগে লগে প্ৰাকৃতিক সৃষ্টিৰ বিষয় মানুহৰ মনত নানাধৰণৰ বিশ্বাস আৰু ধৰ্মমতৰ উদয় হ'ল। গতিকে মানুহৰ বেমাৰপাতি, জন্ম, মৃত্যু, বিবাহ আদিত নানাধৰণৰ আচাৰ অনুষ্ঠান আৰু পূজা-পাতলৰ প্ৰচলন হবলৈ ধৰিলে। বিবাহ পদ্ধতিও বোধকৰোঁ সেই সময়তেই আৰম্ভ হ'ল। মানুহে যেতিয়া সমাজপাতি

মানুহৰ আচৰণ নিয়ন্ত্ৰণ কৰিবলৈ ধৰিলে তেতিয়াৰ পৰাই বোধকৰোঁ যৌন সম্পৰ্কৰো নিয়ন্ত্ৰণ হ'ল আৰু বিবাহেই হ'ল ইয়াৰ সাধন।

প্ৰস্তৰ যুগৰ পাচত ধাতুযুগ আৰম্ভ হয়। বিভিন্ন সময়ত বিভিন্ন দেশত ক্ৰমে তাম, ব্ৰঞ্জ, লোহ এই তিনিবিধ ধাতুৰ পৰা নানাবিধ অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ হৈছিল আৰু সেইকাৰণে কোনো বিশেষ সময়ত কোনো বিশেষ ধাতুৰ ব্যৱহাৰ অনুসাৰে যুগৰ নামকৰণ হৈছিল।

খ্ৰীঃ পূঃ প্ৰায় পাচ হাজাৰ বছৰ আগৰ পৰা ধাতুৰ ব্যৱহাৰ পৰিলক্ষিত হয়। ইয়াৰ ব্যৱহাৰ সকলো দেশতে একে সময়তে আৰম্ভ হোৱা নাই। প্ৰয়োজন অনুপাতে তাম পোৱা নগৈছিল বাবে তামৰ প্ৰচলন আৰম্ভ হোৱাৰ সময়ত শিলৰ অস্ত্ৰ-শস্ত্ৰৰ বহুল প্ৰচলন আছিল। অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰাৰ কাৰণে শিল আৰু তামৰ ব্যৱহাৰ সমসাময়িকভাৱে চলি থকাত মানৱ ইতিহাসৰ এই কালছোৱাক তাম্ৰ-শৈল ( chalcolithic ) যুগ বুলি কোৱা হয়।

মানৱ সমাজত প্ৰায় দুহেজাৰবো অধিক কাল ধৰি ব্ৰঞ্জ ধাতুৰ প্ৰাধান্য আছিল। উত্তৰ আফ্ৰিকা, ইউৰোপ আৰু এচিয়া মহাদেশৰ নানা ঠাইত এইবিধ ধাতুৰ প্ৰচলনহেতু কেইটামান নগৰীয় সভ্যতাৰ আৰম্ভণিৰ লগে লগে মানুহৰ জীৱনত এটা নতুন অধ্যায় আৰম্ভ হ'ল। পৃথিৱীৰ ইতিহাস অধ্যয়ন কৰিলে দেখা যায় যে পূৰ্বাণ-কালত নৈৰ পাৰতহে নগৰীয় সভ্যতাৰ উৎপত্তি আৰু বিকাশ হৈছিল। নীল নদীৰ কাষত প্ৰাচীন মিছৰীয় আৰু ইউফ্ৰেটিছ আৰু টাইগ্ৰীচ নদীৰ পাৰত বেবিলন আৰু এচিৰীয় সভ্যতাৰ উদ্ভৱ হৈছিল। সেইদৰে সিন্ধু উপত্যকাতো নগৰীয় সভ্যতাৰ উৎপত্তি আৰু বিকাশ হৈছিল। পৰিত্যক্ত মহেঞ্জোদাৰো আৰু হৰপ্পা নগৰদ্বয়ৰ আৱিষ্কাৰে অতীজৰ ভাৰতবৰ্ষত নগৰ সভ্যতাৰ অস্তিত্বৰ প্ৰমাণ কৰিছে। এই দুয়োখন নগৰেই বৰ্তমান পাকিস্তানৰ অন্তৰ্ভুক্ত। সিন্ধু সভ্যতাৰ কাল খ্ৰীঃ পূঃ ৩২৫০ৰ পৰা খ্ৰীঃ পূঃ ২৭৫০ৰ ভিতৰত বুলি স্থিৰ কৰা হৈছে। এই সভ্যতা যে কেৱল মহেঞ্জোদাৰো আৰু হৰপ্পাতে সীমাবদ্ধ আছিল এনে নহয়, ই বেলুচিস্তানৰ পৰা গঙ্গা উপত্যকালৈকে বিয়পি আছিল বুলি কোনো কোনোৱে কয়। অসমতো নগৰ সভ্যতা আৰম্ভ হয় ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈৰ পাৰত। কিন্তু এই সভ্যতা সিন্ধু-সভ্যতাৰ সমসাময়িক বুলি কোনো প্ৰমাণ পোৱা নাযায়। নাইবা ইয়াত সিন্ধু সভ্যতাৰ কিবা প্ৰভাৱ পৰিছে বুলিও কব নোৱাৰি।

ব্ৰঞ্জ যুগৰ পিচত লোহ যুগ আৰম্ভ হয়। এই যুগ ভাৰতত আৰ্য্যসভ্যতা উদ্ভৱ হোৱাৰ পিচতহে আৰম্ভ হয় বুলি পণ্ডিতসকলে প্ৰমাণ কৰিছে। অসমত

লোহ যুগ কেতিয়া আৰম্ভ হয় তাক সঠিককৈ কোৱা টান যিহেতু এই সম্পৰ্কত পুৰাতাত্ত্বিক কোনো প্ৰমাণ নাই। অসমীয়া সমাজ বিভিন্ন জাতি, উপজাতি আৰু সম্প্ৰদায়ৰ সমাজ ব্যৱস্থাৰ সমন্বয়ত গঢ়ি উঠিছে। পুৰণি অসমীয়া সংস্কৃতি আৰ্য্য, অষ্ট্ৰিক আৰু মঙ্গোলীয় সংস্কৃতিৰ সমন্বয়ত প্ৰতিফলিত হৈছিল। দ্বাদশ শতিকালৈ অসমত বাস কৰা লোকসকলৰ সমাজ ব্যৱস্থা কেনে ধৰণৰ আছিল সেই সম্বন্ধে ক'তো পুঙ্খানুপুঙ্খভাবে বৰ্ণনা কৰা হোৱা নাই। তথাপি বৈদিক যুগৰ পৰা সংগঠিত সমাজৰ ঐতিহ্য পৰম্পৰা আৰু বৰ্ত্তমান সমাজব্যৱস্থাৰ প্ৰস্থচ্ছেদৰ পৰা পুৰণি অসমীয়া সমাজৰ স্বৰূপটো অনুমান কৰিব পাৰি। ভাৰতীয় সমাজত আৰ্য্য-সভ্যতাৰ যথেষ্ট প্ৰভাৱ পৰিছে। অসমেও এই প্ৰভাৱৰ পৰা মুক্ত হব পৰা নাই। অৱশ্যে মঙ্গোলীয় সংস্কৃতিৰ প্ৰভাৱো উল্লেখযোগ্য।

পণ্ডিতসকলৰ মতে খৃঃ পূঃ এহেজাৰ বছৰৰ পূৰ্বে আৰ্য্য মঙ্গোলীয় বা আৰ্য্য-কিৰাতৰ মাজত সংস্কৃতিৰ সমন্বয় গঢ়ি উঠিছিল।

ভাষাগত প্ৰমাণ, সমাজৰ ৰীতি-নীতি আৰু অসমৰ বিভিন্ন ঠাইৰ নামৰ পৰা জানিব পাৰি যে অসমৰ আদিমবাসীসকল হ'ল—মংখেৰ (Mon-kmer) পৰিয়ালৰ ইন্দো-চীন ভাষী। বিখ্যাত পণ্ডিত স্কিমড্‌ট্ (Schimdt)-এ এই ভাষাক অষ্ট্ৰিক ভাষাৰ অন্তৰ্গত বুলি কৈছে। অষ্ট্ৰিক ভাষী মানুহবিলাক কেতিয়া অসমলৈ আহিছিল জনা নাযায়। কিন্তু এইটো ঠিক যে তেওঁলোক আৰ্য্যসকল পশ্চিমৰ পৰা অসমত প্ৰৱেশ কৰাৰ আগতে ইয়ালৈ আহিছিল। অষ্ট্ৰিকভাষী মঙ্গোলীয় খাছী আৰু জয়ন্তীয়া সকলৰো অসমীয়া সংস্কৃতি সমৃদ্ধ কৰাত বৰঙণি আছে।

খাছীয়া আৰু জয়ন্তীয়া পাহাৰক বাদ দি অসমৰ প্ৰায়বোৰ ঠাইতে তিব্বত-বৰ্মী ভাষাভাষী মঙ্গোলীয় লোকসকল সিচঁৰিত হৈ পৰিছিল।

সমাজ কিছুমান সৰু ডাঙৰ জনগোটৰ সমষ্টি। অসমীয়া সমাজতো কেতবোৰ সামাজিক গোট আছে। সমাজত আটাইতকৈ সৰু গোট হ'ল পৰিয়াল, পৰিবাৰ বা গিৰী। ইয়াৰ কিছুমান সৰু বা ক্ষুদ্ৰ গিৰী আৰু কিছুমান ডাঙৰ গিৰী। সৰু গিৰীবোৰ মাক-বাপেক আৰু লৰা-ছোৱালীৰে গঠিত। ডাঙৰ গিৰীবোৰত মাক-বাপেক, লৰা-ছোৱালী, ভায়েক-ভনীয়েক, আৰু লৰা বা ছোৱালীৰ পৰিয়ালেৰে গঠিত হয়। ডাঙৰ গিৰীক বৰগিৰী বা জাকৈতা গিৰী বুলিও কোৱা হয়। পৰিয়াল অসমীয়া তথা পৃথিৱীৰ সকলো সমাজতে দেখিবলৈ পোৱা যায়। পৰিয়ালেই সমাজৰ নাভিকেন্দ্ৰ। ইয়াক কেন্দ্ৰ কৰিয়ে আন আন সামাজিক গোটৰ সৃষ্টি হৈছে। বৈদিক যুগতো ঘৰ আৰু পৰিয়ালেই সমাজৰ নাভিকেন্দ্ৰ আছিল।

প্ৰতিটো সামাজিক গোটৰ একো একোটা স্থায়ী উদ্দেশ্য আছে আৰু এই উদ্দেশ্য সাধন কৰিবলৈ প্ৰত্যেক গোটৰে কিছুমান প্ৰকাৰ্য আছে। পৰিয়ালৰ উদ্দেশ্য হ'ল যৌন সম্পৰ্ক পৰিচালনা কৰা, নিজে কৰি খাব নোৱাৰালৈকে সাঁত-সন্ততিৰ ভৰণ-পোষণ কৰা, শিক্ষা-দীক্ষা দিয়া, ভৱিষ্যৎ বংশ ৰক্ষা কৰা, ইত্যাদি। পৰিয়ালৰ জৰিয়তে যৌন সম্পৰ্ক নিয়ন্ত্ৰিত নহ'লে সমাজত ব্যভিচাৰ হোৱাৰ সম্ভাৱনা থাকে। লৰা-ছোৱালীক পোহপাল দিব নোৱাৰিলে ভৱিষ্যৎ বংশধৰৰ অপমৃত্যুত সমাজ বাচি নাথাকিব। সমাজত বৰ্ত্তি থাকিবলৈ হ'লে লৰা-ছোৱালীক সকলো ধৰণৰ যেনে, খেতিবাতি কৰা, চিকাৰ কৰা, মাছ ধৰা, জন্তু আৰু শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰা, পূজা-পাৰ্বণ, উৎসৱ পালন, অনুশাসন, বিচাৰ পদ্ধতি ইত্যাদি বিষয়ৰ শিক্ষাৰ প্ৰয়োজন হয়। তদুপৰি সামাজিক নীতি নিয়মবোৰো লৰা-ছোৱালীক অৱগত কৰোৱা হয় পৰিয়ালৰ জৰিয়তেই।

মানৱৰ আবিৰ্ভাৱৰ লগে লগেই সমাজৰ আবিৰ্ভাৱ হৈছে কিন্তু পৰিয়ালৰ অস্তিত্ব মানৱ সমাজৰ পূৰ্বেই হৈছিল বুলি কব পাৰি। কাৰণ ইতৰ প্ৰাণীৰ মাজত পৰিয়ালৰ নমুনা ফটফটীয়াকৈ ওলাই পৰে। পৰিয়াল নহ'লে কোনো সমাজেই তিষ্ঠি থাকিব নোৱাৰে। তিৰোতাৰ গৰ্ভাৱস্থাত, লৰা-ছোৱালীৰ কেছুৱা অৱস্থাত বাপেকৰ সহায় আৰু সহযোগিতা অত্যন্ত প্ৰয়োজনীয় সেইদৰে মাক-বাপেকৰ বৃদ্ধাৱস্থাত লৰা-ছোৱালীয়ে ঘৰখনৰ উত্তৰাধিকাৰী হৈ তেওঁলোকৰ যত্ন লব লগাত পৰে। এইটো উপলব্ধি কৰি আটায়ে দায়িত্ব পালন কৰাৰ কাৰণে পৰিয়াল সুন্দৰ-ভাৱে চলি থাকে। আন আন সমাজৰ নিচিনা অসমীয়া সমাজতো এই দায়িত্ব পৰিলক্ষিত হৈছে। অসমীয়া সমাজৰ পৰম্পৰাৰ পৰা এইটো সহজে অনুমেয় যে অতি পুৰণি কালৰ পৰাই অসমীয়া সমাজত পৰিয়ালৰ অস্তিত্ব আছিল।

পৰিয়াল বিভিন্ন প্ৰকাৰৰ আছে। যেনে, প্ৰাথমিক পৰিয়াল, যুগ্ম পৰিয়াল, সংযুক্ত পৰিয়াল ইত্যাদি।

এজন লোকে যদি কেৱাগৰাকীও তিৰোতা বিয়া কৰাই নাইবা এজনী তিৰোতাই যদি কেবা গৰাকীও মতা মানুহক বিয়া কৰায় আৰু যদি তেওঁলোকৰ ঔৰসত জন্ম হোৱা লৰা-ছোৱালী আৰু তেওঁলোকে নিজে একেলগে বাস কৰে তেন্তে সেই পৰিয়ালক যুগ্ম পৰিয়াল বোলা হয়। যুগ্ম পৰিয়াল—দুই প্ৰকাৰৰ যেনে বহুপতিক যুগ্ম পৰিয়াল আৰু বহুপত্নীক যুগ্ম পৰিয়াল। বহুপতিক যুগ্ম পৰিয়াল অসমীয়া সমাজত দেখিবলৈ পোৱা নাযায় যদিও ভাৰতৰ অন্যান্য ঠাইত এতিয়াও ইয়াৰ প্ৰচলন

আছে। বহুপত্নীক যুগ্ম-পৰিয়াল বৰ্তমান অসমীয়া সমাজত আছে। পুৰণি কালতো এইবিধ পৰিয়াল থকা বুলি বিশ্বাস হয়।

কোনো লোকৰ জন্মপৰিয়াল আৰু প্ৰজনন পৰিয়াল একেলগে থাকিলে সেই পৰিয়ালক সংযুক্ত পৰিয়াল বুলি কোৱা হয়। এই পৰিয়াল পৈতৃক আবাসস্থানীয় (Patrilocal) আৰু মাতৃক অবাসস্থানীয় (matrilocal) উভয়ে হ'ব পাৰে। অসমীয়া সমাজত পৈতক আবাসস্থানীয় পৰিয়ালহে দেখা যায়। অৱশ্যে গাৰো আৰু খাছীৰ মাজত মাতৃক আবাসস্থানীয় পৰিয়ালত বিবাহৰ পিছত ছোৱালীয়ে স্বামীৰ ঘৰত থাকে আৰু মাতৃক আবাসস্থানীয় পৰিয়ালত স্বামীয়ে স্ত্ৰীৰ ঘৰলৈ গৈ জীৱন যাপন কৰে। ইয়াৰ উপৰিও পৈতৃক-মাতৃক আবাস স্থানীয় (bilocal) পৰিয়ালো অসমীয়া সমাজত দেখিবলৈ পোৱা যায়। যেতিয়া পুতেক, জীয়েক উভয়ে বিয়াৰ পাছত মাক বাপেকৰ লগত একে পৰিয়ালতে থাকে তেতিয়া তাক পৈতৃক-মাতৃক আবাস স্থানীয় যৌথ পৰিয়াল বোলা হয়। গাৰো পাহাৰ, গোৱালপাৰা সীমাবৰ্ত্তী অঞ্চলত থকা কোচ, হাজং, ৰাভা আদি সম্প্ৰদায়ৰ মাজত আৰু নগাঁও জিলাৰ লালুং সম্প্ৰদায়ৰ মাজত এনে ধৰণৰ যৌথ পৰিয়াল দেখিবলৈ পোৱা যায়। ইয়াৰ উপৰিও চপনীয়া বা ঢকা থকা লোকে শহুৰেকৰ ঘৰলৈ আহি স্থায়ীভাৱে বাস কৰে। গতিকে তেনে ক্ষেত্ৰত সেই পৰিয়ালকো পৈতৃক-মাতৃক আবাসস্থানীয় বুলি কব পাৰি। এই প্ৰথা অসমীয়া সমাজত পুৰণিকালৰ পৰাই চলি অহা যেন লাগে।

বিবাহ পৰিয়ালৰ ভেটিস্বৰূপ। বিবাহৰ পৰাই পৰিয়ালৰ অস্তিত্ব পৰিলক্ষিত হয়। নবপ্ৰস্তৰ যুগত মানুহে যেতিয়া খেতিবাতি কৰিবলৈ ধৰিলে আৰু স্থায়ী ভাবে সমাজপাতি গাঁওত বসবাস কৰিবলৈ ধৰিলে তেতিয়াই বোধকৰোঁ যৌনসম্পৰ্কৰ স্থায়ীৰূপ দিবলৈ বিবাহপ্ৰথাৰ সৃষ্টি হ'ল। নাৰী-পুৰুষৰ মিলন বা বন্ধনক সমাজে স্বীকৃতি বা অনুমোদন দিয়াত বিবাহৰ সূত্ৰপাত হ'ল। গতিকে বিবাহ এটা সামাজিক অনুষ্ঠান হৈ পৰিল। বিবাহ কেৱল যৌন সম্পৰ্কতেই আবদ্ধ নাথাকে। বিবাহক কেন্দ্ৰ কৰিয়েই পাৰিবাৰিক জীৱন প্ৰবৰ্ত্তিত হ'ল। ইয়াৰ লগত সংশ্লিষ্ট হ'ল আত্মীয়স্বজন আৰু জ্ঞাতি-কুটুম আৰু বৃহত্তৰ স্বাৰ্থত সুশৃংখলতাৰ বাবে সমাজ। কালক্ৰমত বিবাহ সম্পৰ্কত কিছুমান নীতিনিয়ম বা বিধি-বিধানৰ সৃষ্টি হ'ল। নিজৰ বংশ, গোত্ৰ আদিৰ-পুৰুষ আৰু নাৰীৰ মাজত যৌনসম্পৰ্ক বা বিবাহ নিষিদ্ধ হ'ল। সামাজিক নিয়ন্ত্ৰণসূত্ৰে বিবাহে নৰ-নাৰীৰ স্বভাৱ-সংযত কৰে। সেয়েহে অবিবাহিত নৰ-নাৰীৰ জীৱন অসম্পূৰ্ণ বুলি মন্তব্য

কৰা হয়। বিবাহবিহীন মানুহক অপূর্ণ মানব বুলি ধৰা হয়। বৈদিক যুগৰ যিসকল নৰ-নাৰী অবিবাহিত হৈ আছিল তেওঁলোকক পূজা-অৰ্চনাৰ পৰা বঞ্চিত কৰা হৈছিল। অসমীয়া সমাজতো অবিবাহিত লোকক দুৰ্ভগীয়া বা অমঙ্গলীয়া লোক বুলি অভিহিত কৰা হৈছিল। বিবাহক সকলো ধৰ্মৰ মানুহেই এটা শ্ৰেষ্ঠ সামাজিক সংস্কাৰ হিচাবে স্বীকাৰ কৰি আহিছে।

হিন্দু সমাজৰ বিবাহৰ উদ্দেশ্য ধৰ্মগত। হিন্দু ধৰ্মমতে বিবাহিতা নাৰী স্বামীৰ আধ্যাত্মিক আৰু পাৰ্থিৱ জীবনৰ সহচৰী। সেইকাৰণে নাৰীক গৃহলক্ষ্মী আৰু সহধৰ্মিণী কোৱা হয়। সতীত্ব আৰু স্বামীভক্তি এই দুটা হ'ল হিন্দু নাৰীৰ প্ৰধান লক্ষণ বা অলঙ্কাৰ। অসমৰ হিন্দুসমাজৰ উদ্দেশ্য সৰ্বভাৰতীয় হিন্দু সমাজৰ সমসৰী। বড়োকছাৰী, মিচিং, মিকিৰ আদিৰ বিবাহতো ধৰ্মৰ প্ৰভাব দেখা যায়। ধৰ্মৰ উপৰিও বিবাহে এটা পৰিয়াল সুচাৰুৰূপে পৰিচালনা কৰাত সহায় কৰে। তদুপৰি বংশ ৰক্ষাত আৰু বংশ বৃদ্ধি কৰাত বা সমাজক সুশৃঙ্খল-ভাবে জীয়াই ৰখাত বিবাহৰ যথেষ্ট বৰঙনি আছে। অৰ্থনৈতিক ক্ষেত্ৰত স্বাস্থ্যৱতী আৰু কৰ্মনিপুণা বিবাহিতা নাৰী পৰিয়ালৰ ডাঙৰ সম্বল। খেতিবাতি আৰু ঘৰুৱা শিল্পত বিশেষকৈ কাপোৰবোৱা, ভাতপানীৰ যোগান ধৰা আদি কামত ন বোৱাৰীৰ যথেষ্ট বৰঙনি আছিল আৰু এতিয়াও আছে। ইয়াৰ বাহিৰেও বিবাহৰ বান্ধোনে দুটা গোষ্ঠীৰ মাজত সম্প্ৰীতি বঢ়ায়। আগৰ দিনত কোনো কোনো ৰজাই ৰাজনৈতিক প্ৰীতি বঢ়োৱাৰো দৃষ্টান্ত আছে।

হিন্দু শাস্ত্ৰত ৮ প্ৰকাৰৰ বিবাহ পদ্ধতিৰ উল্লেখ আছে। সমাজত কম বেছি পৰিমাণে ব্ৰাহ্ম প্ৰাজাপত্য, গান্ধৰ্ব, অসুৰ আৰু ৰাক্ষস বিবাহপ্ৰথাৰ প্ৰচলন দেখা যায়। ইয়াৰ বাহিৰেও আন আন কিছুমান বিবাহ পদ্ধতিৰ প্ৰচলন অসমীয়া সমাজত আছিল।

পৃথিবীৰ আন সমাজৰ নিচিনাকৈ অসমৰ সমাজতো প্ৰাথমিক পৰিয়ালৰ লোকৰ মাজত বিবাহ নিষিদ্ধ। এই সৰ্বপ্ৰযোজ্য নিয়মৰ (অৱশ্যে প্ৰাচীন মিছৰৰ আৰু হাউৱাই দ্বীপৰ ৰাজ পৰিয়ালৰ ৰক্ত বিশুদ্ধতা ৰক্ষাৰ উদ্দেশ্যে নিজৰ ভনীয়েকক বিয়া কৰোৱা প্ৰথাৰ প্ৰচলন আছিল) বাহিৰে সমাজভেদে নিষিদ্ধতাৰ যথেষ্ট তাৰতম্য দেখা যায়। অসমৰ হিন্দু সমাজত পিতৃপক্ষ বা মাতৃপক্ষ এই দুয়োৰে ভিতৰত জ্ঞাত ৰক্ত সম্বন্ধ থকা লোকৰ মাজত বিবাহ নিষিদ্ধ। হিন্দু সমাজত উচ্চবৰ্ণৰ ছোৱালীৰ লগত নীচবৰ্ণৰ ল'ৰাৰ বিবাহ নিষিদ্ধ। ইয়াক 'প্ৰতিলোম' বিবাহ বোলে। কিন্তু উচ্চবৰ্ণৰ ল'ৰাই নীচবৰ্ণৰ ছোৱালীক বিয়া কৰোৱাত আপত্তি

নাই। এই বিবাহক 'অনুলোম' বিবাহ বোলা হয়। এই বিবাহ প্ৰতিলোম বিবাহৰ নিচিনা সমাজৰ স্বীকৃতি নোপোৱা নহয়। বড়োকছাৰী, মিচিং আদি জনজাতি সকলৰ মাজতো নিজৰ বংশগোষ্ঠীৰ লোকৰ লগত বিবাহপাশত আবদ্ধ হোৱা নিষেধ।

বৈবাহিক সম্পৰ্ক স্থাপনৰ পূৰ্বে দৰা আৰু কইনাৰ বংশ, জাতি, বৰ্ণ, গোত্ৰ আদি বিচাৰ কৰি চোৱা হয়। হিন্দু সমাজত নিজবৰ্ণ বা জাতিৰ বাহিৰত বিয়া কৰোৱা নিষেধ। সেইদৰে জনজাতীয় সমাজত নিজৰ গোটৰ বাহিৰে আন গোটৰ লোকৰ লগত বিবাহ বন্ধন নিষিদ্ধ।

হিন্দু সমাজত সগোত্ৰ বিবাহ বা একে গোত্ৰৰ লৰা আৰু ছোৱালীৰ বিবাহ হব নোৱাৰে। জনজাতীয় সমাজতো সেই একে প্ৰথা চলি আছে আৰু আগতেও আছিল।

বৈদিকযুগত ডেকা-গাভৰুৰ যুজন অৱস্থাতহে বিয়া হৈছিল। তাৰ আগতেও নিশ্চয় প্ৰাপ্তবয়স্ক ডেকা-গাভৰুৰ মাজত বিবাহ সম্পাদিত হৈছিল। কিন্তু পুৰাণ কালত বাল্য-বিবাহৰে উদাহৰণ আছে।

পুৰাণ কালত স্বামীৰ মৃত্যুৰ পিচত দেৱৰক স্বামী হিচাপে গ্ৰহণ কৰা ৰীতি আছিল বুলি জনা যায়।

অসমীয়া সমাজত বিধবা নবৌৱেকৰ লগত দেৱৰেকৰ বিবাহ হোৱা দেখা নাযায়। কিন্তু কোনো কোনো লোকে বিধবাক হোম-যজ্ঞ নকৰাকৈয়ে বিয়া কৰাই অনা দেখা যায়। নামনি অসমত এই প্ৰথাক 'ধেমেনা' অনা বুলি কোৱা হয়।

বিবাহে পুৰুষ আৰু নাৰীৰ মাজত স্থায়ী মিলন সংঘটিত কৰে। হিন্দু শাস্ত্ৰমতে বিবাহ সম্পাদন এটা ধৰ্ম কাৰ্য বুলি ধৰা হয়। গতিকে ধৰ্মপত্নীক পৰিত্যাগ কৰাটো শাস্ত্ৰবিৰুদ্ধ আৰু অন্যায় কাৰ্য বুলি পৰিগণিত হৈছিল। কিন্তু তথাপি কিছুমান অপৰিহাৰ্য্য কাৰণত বিবাহ বিচ্ছেদ অনুমোদিত হৈছিল। অসমৰ জনজাতীয় সমাজতো বিবাহ বিচ্ছেদৰ ব্যৱস্থা আছে। আগতেও আছিল বুলি জনা যায়।

আগতেই উল্লেখ কৰি অহা হৈছে যে অসমীয়া সমাজত প্ৰাথমিক পৰিয়ালেই সকলোতকৈ সৰু সামাজিক গোট। পিতৃ আৰু মাতৃ উভয়ৰে লগত ৰক্তমাংসৰ সম্বন্ধ থকাৰ কাৰণে প্ৰাথমিক পৰিয়ালক দ্বিপাক্ষিক বংশানুক্ৰমিক গোট বোলা হয়। এই গোট অসমীয়া সমাজত সকলো সময়তে বৰ্তমান।

যৌথ পৰিয়াল এটা প্ৰাথমিক পৰিয়ালতকৈ ডাঙৰ বংশানুক্ৰমিক গোট। ইয়াত

পিতৃপক্ষ বা মাতৃপক্ষ যেই সেই কেৱল এটা পক্ষৰহে প্ৰাধান্য দেখা যায়। সেই কাৰণে যৌথ পৰিয়ালক একপাক্ষিক বংশানুক্ৰমিক গোট বোলা হয়। অসমীয়া সমাজত পিতৃপ্ৰাধান্য থকা বংশানুক্ৰমিক গোট আছে। খাছি আৰু গাৰো সমাজত বংশানুক্ৰমিক গোটসমূহত মাতৃৰ প্ৰাধান্য।

গোত্ৰ এটা বংশগোষ্ঠীতকৈ ব্যাপক পৰিসৰৰ বংশানুক্ৰমিক গোট। অসমৰ হিন্দু আৰু বিভিন্ন জনজাতীয় সমাজতে গোত্ৰৰ প্ৰাধান্য দেখিবলৈ পোৱা যায়। গোত্ৰ নিৰূপণ কৰা হয় একো একোজন ঋষিৰ পৰা। জনজাতীয় সমাজত গোত্ৰৰ লগত গছগছনি, পশু-পক্ষী, শিল আদিৰ জড়িত থকা দেখা যায়। স্বগোত্ৰ বিবাহ নিষেধ। জনজাতীয় লোকসকলে ইয়াক নিষ্ঠাৰে পালন কৰে। স্বগোত্ৰ বিবাহ কেৱল নিন্দনীয়েই নহয়, এনে বিবাহত আবদ্ধিত লোকসকলক সমাজে কঠোৰ শাস্তি বিহে আনকি সমাজচ্যুত কৰাৰো প্ৰমাণ আছে।

হিন্দু সমাজত যুগ্ম পৰিয়ালৰ বিশেষ ভূমিকা আছে। দৰাচলতে যুগ্ম পৰিয়ালেই হিন্দু সমাজৰ মেৰুদণ্ড। এই পৰিয়ালৰ লোকসকল সপিণ্ড অৰ্থাৎ প্ৰত্যক্ষ ৰক্ত-মাংসৰ সম্বন্ধৰ জৰীৰে বান্ধ খাই আছে। হিন্দু শাস্ত্ৰমতে পিণ্ডৰ অৰ্থ হ'ল মৃতকৰ উদ্দেশ্যে নিবেদন কৰা গাখীৰ, কল, চাউল আদিৰ সমষ্টি। সপিণ্ড তথ্যৰ দুটা দিশ আছে—যেনে—মিতাক্ষৰ আৰু দায়ভাগ। দায় ভাগৰ ওপৰত ভিত্তি কৰি উত্তৰাধিকাৰী স্বত্ব নিৰূপণ কৰা হয়। দায়ভাগৰ বিধিমতে মাটি সম্পত্তিৰ ওপৰত পিতৃৰ সম্পূৰ্ণ স্বত্ব থাকে। পিতাকৰ মৃত্যুৰ পাছত উত্তৰাধিকাৰীসূত্ৰে পুত্ৰসকলে সমানে তেওঁৰ সম্পত্তিৰ ভাগ লব পাৰে। তথাপি জ্যেষ্ঠপুত্ৰক অলপ বেছিকৈ সম্পত্তিৰ ভাগ দিয়াৰ দৃষ্টান্ত আছে। কাৰণ তেওঁ পিতাকৰ পাচত পৰিয়ালৰ দায়িত্ব গ্ৰহণ কৰিব লগা হয়। মিতাক্ষৰ প্ৰথামতে পৰিয়ালত জন্ম গ্ৰহণ কৰাৰ লগে লগে সকলো পুত্ৰই পৰিয়ালৰ সম্পত্তিৰ অধিকাৰী হয়। মিতাক্ষৰমতে পুত্ৰসকলৰ জন্মগত স্বত্ব নাথাকে। পুত্ৰৰ ব্যৱহাৰত অসন্তুষ্ট হলে পিতাকে পুত্ৰক ত্যাগ কৰিব পাৰে। তেতিয়া সেই পুত্ৰক ত্যাজ্য পুত্ৰ কোৱা হয়। কোনো পুত্ৰই ইচ্ছা কৰিলে পিতাকৰ পৰা বেলেগ হৈ থাকিব পাৰে। পিতাকে দয়াপৰবশ হৈ তেওঁক সম্পত্তিৰ ভাগ দিবও পাৰে। ককাই-ভাইসকলে ইচ্ছা কৰিলে পৈতৃক সম্পত্তি ভাগ কৰি বেলেগে বেলেগ থাকিব পাৰে।

আগৰ দিনত অসমীয়া সমাজত নাৰীৰ স্থান বা পদমৰ্য্যাদা পুৰুষতকৈ উচ্চ বা গৌণ আছিল বুলি এক কথাতে কব নোৱাৰি। ঋক বৈদিক যুগত বাল্যবিবাহৰ

প্ৰচলন নাছিল। যৌবনপ্ৰাপ্ত হোৱাৰ পিছতহে লৰা-ছোৱালীয়ে বিবাহ পাশত আবদ্ধ হৈছিল। লৰা-ছোৱালীয়ে নিজে নিজে পাত্ৰ-পাত্ৰী বাচি লব পাৰিছিল। দেউতাক বা ককায়েকৰ অনুমোদনৰ প্ৰয়োজন আছিল নে নাই সেই বিষয় কোনো উল্লেখ নাই। সমাজৰ ৰীতি অনুসাৰে নাৰীয়ে বিবাহৰ পাছত স্বামীৰ ঘৰলৈ আহিছিল। কিন্তু তথাপি স্বামীৰ ঘৰত নাৰীৰ কৰ্ত্তৃত্ব কম নাছিল। নাৰীক যাগ-যজ্ঞ অংশ গ্ৰহণ কৰিবলৈ দিয়া হৈছিল। কিন্তু মৃতকৰ প্ৰেতকৰ্মৰ দায়িত্ব পুৰুষৰহে আছিল। সন্তান বিহীন বিবাহিতা নাৰীক লৰা সন্তানৰ মাক নোহোৱালৈকে দেৱৰেকৰ লগত সহবাস কৰিবলৈ অনুমতি দিয়া হৈছিল। বিধবা বিবাহৰো প্ৰচলন আছিল। বহু পত্নী বিবাহ সাধাৰণতে ৰাজন্যবৰ্গৰ মাজতহে প্ৰচলিত আছিল। নাৰীসকলে সামাজিক নৈতিকতাৰ ওচৰত মূৰ দোঁৱাইছিল আৰু মুকলি মুৰীয়াভাবে ঘূৰি ফুৰাত কোনো বাধাৰ সন্মুখীন হোৱা নাছিল। বৈদিক যুগৰ শেষৰ ফালে নাৰীক অৰ্দ্ধাঙ্গিনী বুলি কোৱা হৈছিল যদিও নাৰীয়ে ৰাজনীতিত যোগ দিব নোৱাৰিছিল। সেই সময়ত পূজা পাৰ্বণ সম্পাদন কৰিবলৈ পুৰোহিত নিয়োজিত হৈছিল। ছোৱালীতকৈ লৰাৰ সমাদৰ আছিল। উচ্চতৰ জাতিৰ পুৰুষে নিম্নতৰ জাতিৰ নাৰীক বিয়া কৰাব পাৰিছিল—যাক "অনুলোম" বিবাহ কোৱা হৈছিল। কিন্তু উচ্চতৰ জাতিৰ নাৰীয়ে নিম্নতৰ জাতিৰ পুৰুষৰ লগত বিবাহ বন্ধনত লিপ্ত হব নোৱাৰিছিল। এনেকুৱা বিবাহক "প্ৰতিলোম" আখ্যা দিয়া হৈছিল। বহুবিবাহৰ প্ৰচলন আছিল। গতিকে বৈদিক যুগৰ শেষৰ ফালে নাৰীৰ পদমৰ্যাদাৰ কিছু লাঘব হৈছিল।

বৈদিক সমাজৰ নিচিনা প্ৰাচীন অসমীয়া সমাজতো এই প্ৰথাবোৰ চলিছিল আৰু এতিয়াও চলি আছে।

বৈদিক যুগত ভাৰতীয় সামাজিক জীৱন বৰ্ণাশ্ৰম ধৰ্মৰ ওপৰত ভিত্তি কৰি গঢ় লৈছিল। ইয়াৰ প্ৰভাৱ অসমৰ ওপৰতো পৰিছিল। ভাৰতলৈ আৰ্য্যবিলাক অহাৰ পাছত কৰ্ম অনুসৰি সমাজক চাৰিটা বৰ্ণত—ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ-বিভক্ত কৰা হৈছিল। জাতিভেদ প্ৰথা নানা কাৰণ বশতঃ সমাজত প্ৰৱৰ্ত্তিত হ'ল। বংশানুক্ৰম, বৈবাহিক সম্বন্ধ, আৰ্থিক ব্যৱস্থা, ধৰ্ম, ভৌগোলিক অৱস্থিতি, ৰাজনীতি আদিৰ ক্ৰিয়া প্ৰক্ৰিয়াৰদ্বাৰা সমাজত বিভিন্ন উচ্চ নীচ জাতিৰ অৱতাৰণা হ'ল। জন্মগত জাতিৰ সৃষ্টি হ'ল। সমাজৰ প্ৰত্যেক জাতিৰ মানুহৰ মনত বিভেদৰ মনোভাৱে খোপনি পুতিলে আৰু ইয়াৰ বাবে সমাজত নানা ধৰণৰ প্ৰতিক্ৰিয়া হ'ল। এতিয়ালৈকে এই জাতিভেদৰ বীজ নিৰ্ম্মূল হোৱা নাই। বৰ্ণাশ্ৰম

প্ৰথাৰ প্ৰচলন কালত বৰ্ণ, বংশানুক্ৰমে প্ৰবৰ্ত্তিত হোৱা নাছিল তেতিয়া কৰ্ম অনুসাৰে বৰ্ণ নিৰ্ণীত হৈছিল। আৰু সমাজখন সুশৃংখভাবে চলি আছিল কিন্তু পাচত জাতিভেদৰ তাড়নাত সমাজত নানাধৰণৰ শ্ৰেণী বিভাগ হ'ল—যাৰ কাৰণে সমাজ ৰুগ্ন হৈ পৰিল। যিসকল লোকে সমাজত বিশেষ অধিকাৰ বা স্বত্ব ভোগ কৰি আছিল বা বিশেষ স্থানত অধিষ্ঠিত হৈ আছিল, তেওঁলোকৰ উচ্চমন্যতাই জাতিভেদক কটকটীয়া কৰি পেলাইছিল।

হিন্দু সমাজৰ পৰম্পৰাগত ধৰ্ম পুৰণি অসমতো প্ৰতিপালিত হৈছিল বুলি জনা যায়। নগাঁও অনুদান অনুলেখ মতে ৰজা ভগদত্তই বৰ্ণাশ্ৰম ধৰ্মৰ পৃষ্ঠপোষকতা কৰিছিল। সেইদৰে নিধনপুৰ অনুদান ফলিতো উল্লেখ কৰা হৈছিল যে সমাজত আশ্ৰম ধৰ্মবোৰ নিগাজীকৈ পুনস্থাপন কৰিবলৈ ভাস্কৰবৰ্মাক সৃষ্টি কৰা হৈছিল। জানিব পৰা গৈছে যে ইন্দ্ৰপাল ৰজাৰ ৰাজত্বৰ সময়তো চতুৰ্বৰ্ণাশ্ৰমবোৰ যথাবিহিত-ভাবে পালন কৰা হৈছিল। কালক্ৰমত বৰ্ণৰ অন্তৰ্নিহিত অৰ্থৰ পৰিবৰ্তন ঘটিল। 'জাতি'য়ে ইয়াৰ পৰিৱৰ্তে মূৰ দাঙি উঠিল। ব্যৱসায় আৰু জীৱিকা অনুসাৰে নানা জাতিৰ উদ্ভৱ হ'ল। ৰিজলে ( Risly )-ৰ মতে জনজাতি, প্ৰজাতি আৰু ধৰ্মৰ ভিত্তিতো নানা নতুন নতুন জাতিৰ উদ্ভৱ হ'ল। হিন্দুৰ 'অনুলোম' আৰু 'প্ৰতিলোম' বিবাহৰ কাৰণত বোধকৰো বিছুমান নতুন নতুন জাতিৰ সৃষ্টি হ'ল।

অসমত জাতিভেদ প্ৰথাৰ প্ৰচলন কেতিয়াৰ পৰা আৰম্ভ হ'ল তাক সঠিককৈ কোৱা টান। কিন্তু আৰ্য্যসকলৰ প্ৰভাৱত যে এই প্ৰথাৰ গজালি মেলিলে এইটো ঠিক। অৱশ্যে অনাৰ্য্যসকলৰো ইয়াত যথেষ্ট বৰঙণি আছে। কাৰণ আৰ্য্য আৰু অনাৰ্য্যৰ সংস্পৰ্শত নানা নতুন নতুন জাতিৰ সৃষ্টি হৈছিল।

পঞ্চম শতিকাৰ শেষৰ ফালে ভাৰতবৰ্ষত গুপ্তবংশৰ ৰাজপ্ৰভাৱৰ ওৰ পৰে। কিন্তু সেই সময়ত উত্তৰ-পূৰ ভাৰতত অৱস্থিত কামৰূপ ৰজাৰ যথেষ্ট প্ৰতিপত্তি আছিল। তেতিয়াৰ কামৰূপৰ ৰজাৰ ধৰ্মৰ প্ৰতি আগ্ৰহ আছিল আৰু ধৰ্ম চৰ্চাৰ পৃষ্ঠ-পোষকতাও কৰিছিল। ধাৰ্মিক আৰু বিদ্বান লোক সকলক ৰজাই সম্মান প্ৰদৰ্শন কৰিছিল আৰু তেওঁলোকৰ পোহপালৰো দিহা কৰিছিল। সেই কাৰণে ভাৰতৰ মধ্যদেশৰ পৰা বহুতো ব্ৰাহ্মণ কামৰূপ ৰজাৰ গুণমুগ্ধ হৈ কামৰূপ ৰাজ্যলৈ প্ৰব্ৰজন কৰিছিল। নিধনপুৰ অনুদান অনুলেখত পোৱা যায় যে ব্ৰাহ্মণ-সকলে যাতে নিশ্চিতভাৱে ধৰ্ম আৰু বিদ্যা চৰ্চাত মনোনিবেশ কৰিব পাৰে তাৰ বাবে ৰজাই ব্ৰাহ্মণসকলক 'অগ্ৰহাৰ' ( গাঁওদান ) দি তেওঁৰ ৰাজ্যত সুশৃংখলভাবে

বহুৱাৰলৈ আঁচনি লৈছিল। আন আন ফলি কিছুমানতো ৰজাই ব্ৰাহ্মণসকলৰ প্ৰতি আগ বঢ়োৱা মাটি-বিত্ত দানৰ উল্লেখ পোৱা যায়।

ৰজাই এনেদৰে ধৰ্মৰ আৰু বিদ্যাৰ গুৰি ধৰাৰ কাৰণে কামৰূপত অন্য দেশৰ পৰা অহা বহু ব্ৰাহ্মণৰ সমাবেশ হৈছিল। কিন্তু উত্তৰ ভাৰতত বৌদ্ধ ধৰ্মৰ জোঁৱাৰ কমাৰ লগে লগে কিছুমান ব্ৰাহ্মণে কামৰূপৰ পৰা পশ্চিমৰ ফালে গতি কৰিলে।

**খাদ্য পানীয়ঃ** অসমৰ লোকৰ প্ৰাচীন খাদ্য দ্ৰব্য এতিয়াৰ দৰে ভাতহে আছিল। দৈ, ঘি আৰু পায়সো প্ৰিয় খাদ্য আছিল। চাউল আৰু গুৰৰ পৰা নানাবিধ পিঠাও তৈয়াৰ কৰিছিল।

মাছ মাংসৰ বিশেষ প্ৰচলন আছিল। মাংসৰ ভিতৰত হৰিণাৰ মাংস অতি প্ৰিয় আছিল। অসম আৰু বঙ্গদেশত মাছৰ ব্যৱহাৰ বোধকৰোঁ চীনদেশ আৰু দক্ষিণ পূব এচিয়াৰ প্ৰভাৱত হৈছিল। কাৰণ পশ্চিমত মাংস খোৱা লোকৰ মাজতো মাছ প্ৰিয় খাদ্য নহয়। যোগিনীতন্ত্ৰৰ বিবৰণমতে সাপকৃতিৰ মাছ, বাকলি নোহোৱা মাছ আৰু বোকাত থকা মাছ উচ্চ বৰ্ণৰ লোকে নেখাইছিল।

অতি প্ৰাচীন কালত মাটিমাহৰ বাহিৰে আন দাইলৰ ব্যৱহাৰ নহৈছিল যেন লাগে। ৰজা বা সমৃদ্ধিশালী লোকে মুগৰ দাইল আন ঠাইৰ পৰা আনি খালেও ই সৰ্বসাধাৰণৰ পক্ষে সম্ভৱপৰ নাছিল। শাকৰ ভিতৰত লাউ, কোমোৰা, বেঙেনা, কচু, লাইশাক, সৰিয়হ শাক আদিৰ ব্যৱহাৰ আছিল।

পানীয়ৰ ভিতৰত চাউলৰ পৰা কৰা মদৰ ( লাওপানী ) ব্যৱহাৰ আছিল। উচ্চ শ্ৰেণীৰ লোকে ফলৰ ৰসৰ পৰা পানীয় প্ৰস্তুত কৰি ব্যৱহাৰ কৰিছিল যেন লাগে। প্ৰায়শ্চিত্ত বিধানত মদৰ উল্লেখ থকা কাৰণে এইটো বুজিব পাৰি যে মদ খোৱা নিষিদ্ধ থাকিলেও মদৰ ব্যৱহাৰ আছিল।

অসমত খাৰৰো ব্যৱহাৰ আছিল। সাধাৰণতে কলৰ গছ পুৰি খাৰ কৰা হৈছিল।

ৰাজ-কৰ্মচাৰী আৰু ধনী লোক সকলে সাধাৰণতে সোণ আৰু ৰূপৰ বাচন বৰ্তন ব্যৱহাৰ কৰিছিল। সৰ্বসাধাৰণে মাটিৰ বাচন, কলপাত ব্যৱহাৰ কৰিছিল।

**বস্ত্ৰ অলংকাৰঃ** আগৰ দিনত দৰ্জীয়ে চিলাই কৰা চোলাৰ ব্যৱহাৰ নাছিল। ৰাজপুৰুষ বা ডা-ডাঙৰীয়াসকলে টঙুৰা কাপোৰ চোলাৰ দৰে গাত মেৰাই ফিটা মাৰি লৈছিল। তেওঁলোকে চামৰাৰ জোতা আৰু শিৰস্ত্ৰাণ বা পাগুৰি পৰিধান কৰিছিল। সৰ্বসাধাৰণে ঘৰত কাঠৰ পাদুকা ব্যৱহাৰ কৰিলেও বাহিৰত জোতা পিন্ধি ফুৰা নাছিল।

উচ্চ শ্ৰেণীৰ লোকে ৰেশম বা পাট কাপোৰ ব্যৱহাৰ কৰিছিল। কিন্তু সাধাৰণ লোকেও এড়ি আৰু মুগাৰ কাপোৰ ৰাখিছিল। যদিও সাধাৰণ পোছাক কপাহী মোটা আঠমুৰীয়া চুৰিয়া আৰু গামোচাহে আছিল।

অসমৰ মাইকী মানুহে মেখেলা পিন্ধিছিল, মেখেলা সাধাৰণতে বুকুৰ ওপৰৰ পৰা পিন্ধা হৈছিল। বিবাহিতা তিৰোতাই ওৰণী বা চাদৰ, শিৰত সেন্দুৰ লৈছিল। অৱস্থাপন্ন লোকৰ ঘৰত ৰিহাবো ব্যৱহাৰ আছিল।

মতা-তিৰোতা সকলোৱে চুলি ৰাখিছিল। মাতৃ-পিতৃ হানি, চূড়াকৰণ আদিৰ বাহিৰে মুণ্ডন কৰা নহৈছিল। অৱস্থাপন্ন ঘৰৰ নাৰীয়ো প্ৰসাধনত কৰ্পূৰ আৰু অগৰু ব্যৱহাৰ কৰিছিল। মূৰ ফণিয়াবৰ বাবে হাতী দাঁতৰ ফণী ব্যৱহাৰ কৰা হৈছিল। সাধাৰণতে অলংকাৰ ৰূপৰ হে আছিল যেন লাগে—ৰজাঘৰৰ বাহিৰে আনে সোণ ব্যৱহাৰ কৰাৰ সুবিধা নেপাইছিল। কড়িও অলংকাৰ হিচাপে ব্যৱহাৰ কৰা হৈছিল।

খেলাধূলাৰ ভিতৰতে পাশা খেলেই প্ৰধান আছিল। মুক্ত পথাৰৰ খেলৰ ভিতৰত কুস্তি, ধেনুকাড় মৰা, সাতোঁৰা আদিয়ে প্ৰধান আছিল।

দেশৰ প্ৰধান উৎসৱেই আছিল ৰাজ অভিষেক। ৰজাৰ আদেশমতে মঠ মন্দিৰত মেলা আদিও বহিছিল। ৰজাই কৰা যজ্ঞও অতি আকৰ্ষণীয় আছিল। সৰ্বসাধাৰণৰ বিবাহ এটা ডাঙৰ উৎসৱ আছিল। খেতি উঠাৰ পিচত এতিয়াৰ মাঘ বিহুৰ দৰে তেতিয়াৰ খেতি উঠা উৎসৱ হৈছিল। এই উৎসৱ বা সেই উপলক্ষে হোৱা মেলা আদিত বেহাবেপাৰৰ সুবিধাও হৈছিল।

# অৰ্থনৈতিক অৱস্থা

ড° প্ৰভাস চন্দ্ৰ গোস্বামী

আধুনিক অৰ্থত প্ৰাচীন অসম বা আন কোনো দেশৰে অৰ্থনৈতিক ইতিহাস ৰচনা কৰা সম্ভৱপৰ নহয়। অৱশ্যে ৰাজত্বকাল বা চন তাৰিখ বাদ দিলে সিঁচৰিত হৈ পৰি থকা নানা বিৱৰণৰ পৰা প্ৰাচীন অসমৰ আৰ্থিক অৱস্থাৰ এটা থূলমূল আভাস দিয়া সম্ভৱপৰ।

**তথ্যৰ উৎস ঃ** প্ৰাচীন কালত বুৰঞ্জী লিখাৰ কোনো ব্যৱস্থা নাছিল। আহোম ৰজাসকলৰ দিনৰ পৰাহে বুৰঞ্জীমূলক বিৱৰণ পোৱা যায়। কিন্তু সেই কালত ৰচিত ধৰ্মশাস্ত্ৰ (মহাভাৰত, ৰামায়ণ, তন্ত্ৰশাস্ত্ৰ আদি), কাব্যগ্ৰন্থ (কালিদাসৰ মেঘদূত, ৰঘুবংশ আদি), ৰাজ-প্ৰশস্তি (বাণভট্টৰ হৰ্ষচৰিত, কহ্লনৰ ৰাজতৰঙ্গিনী আদি) আদিৰ পৰা ৰাজনৈতিক আৰু সামাজিক অৱস্থাৰ কিছু আভাস পোৱা যায়। কিন্তু এই বিৱৰণ সমূহত প্ৰধানকৈ দেৱদেৱীৰ মাহাত্ম্য, ৰাজবংশ আৰু ৰাজক্ষমতা আদিৰ বিৱৰণ যেনেদৰে পোৱা যায় দেশৰ আৰ্থিক বা সামাজিক অৱস্থা সম্বন্ধে তেনে বিৱৰণ নাই। ধৰ্মশাস্ত্ৰৰ ভিতৰত কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰতে অসমৰ ভৌগোলিক আৰু সামাজিক বিৱৰণ আছে। হৰ্ষচৰিততো ভাস্কৰ বৰ্মাৰ ৰাজ ঐশ্চৰ্য্যৰ বহুতো উদাহৰণ আছে।

চীন পৰিব্ৰাজক হিউয়েন চাঙ ভাস্কৰবৰ্মাৰ আমন্ত্ৰণক্ৰমে প্ৰাগজ্যোতিষপুৰলৈ আহিছিল। হিউয়েনচাঙৰ বিৱৰণত কামৰূপ ৰাজ্যৰ কথা যথেষ্ট পৰিমাণে আছে। বৌদ্ধ সাহিত্যতো বহু ঠাইত কামৰূপৰ উল্লেখ আছে। প্ৰত্নতাত্ত্বিক খনন কাৰ্য্যৰ পৰা পোৱা মূৰ্ত্তি, শিলালিপি, তামৰ ফলি (শাসনাৱলী) মৃৎপাত্ৰ আদিৰ পৰাও কিছু তথ্য আহৰণ কৰিব পাৰি। অসমত অতি প্ৰাচীনকালত প্ৰচলিত কোনো মুদ্ৰা এতিয়ালৈকে পোৱা নাই; কিন্তু বহু ঠাইত মূৰ্তি আৰু শিলালিপি উদ্ধাৰ কৰা হৈছে। অসমত ভূমিকম্প, বানপানী আদিৰ দৰে প্ৰাকৃতিক দুৰ্যোগৰ ফলত বহুতো প্ৰাচীন চিহ্ন লুপ্ত হ'ল বা মাটিৰ তলত পোত খাই আছে। ১৯৭০-৭১ চনত গুৱাহাটীৰ আমবাৰীৰ খননৰ পৰা যি সুন্দৰ মূৰ্ত্তি, পাত্ৰ আদি পোৱা গ'ল তাৰ পৰা এইটো অনুমান কৰিব পৰা যায় যে অসমৰ প্ৰত্নতাত্ত্বিক সম্বল এতিয়াও যথেষ্ট পৰিমাণে আবিষ্কৃত হ'বলৈ বাকী আছে। অসমৰ প্ৰাচীন নগৰ, মন্দিৰ থকা অঞ্চল সমূহত খনন কাৰ্য কৰিলে হয়তো অতীত বুৰঞ্জীৰ বহুতো স্মৃতি-চিহ্ন আমি

উলিয়াব পাৰিম। সম্প্ৰতি আমাৰ হাতত যি পুৰাতত্ত্ব সম্বল আছে তাৰ পৰা প্ৰাচীন অসমৰ আৰ্থিক অৱস্থাৰ এটি থূলমূল আভাস দিয়া হব।

**জনসম্পদ-গাঁও-নগৰ:** প্ৰাচীন কালত এতিয়াৰ দৰে জনপিয়ল লোৱাৰ ব্যৱস্থা নাছিল কিন্তু এইটো ঠিক যে প্ৰাচীন কালতো অসমৰ জনসম্পদ এতিয়াৰ দৰে মিশ্ৰিত আছিল।

অতীত যুগত অসমৰ মাজেদি ভাৰতৰ আন অঞ্চলৰ লগত চীন আৰু দক্ষিণ-পূৰ এচিয়াৰ বেহা-বেপাৰ স্থলপথেদি চলিছিল। এনেদৰে লোক প্ৰব্ৰজনো হৈছিল। উত্তৰৰ পৰা অহা প্ৰাচীন পথ আছিল নেপাল, তিব্বত আৰু ভূটানৰ মাজেদি; পশ্চিমৰ পৰা উত্তৰ বঙ্গৰ পথেদি ব্ৰহ্মপুত্ৰ উপত্যকালৈ; নাইবা বঙ্গোপসাগৰেদি মেঘনা নৈ হৈ ছিলেটলৈ; উত্তৰ পূবৰপৰা ব্ৰহ্মদেশৰ হুকং উপত্যকাৰে পাটকাই পৰ্বতমালাৰ গিৰি সংকটেৰে—লক্ষীমপুৰ জিলালৈ; দক্ষিণ-পূবৰ পৰা মণিপুৰ হৈ কাছাৰলৈ।

পুৰাণখ্যাত নৰকাসুৰৰ দিনতে হয়তো প্ৰথমে অসমৰ পশ্চিমে থকা ভাৰতীয় আৰ্য্য সভ্যতা অসমত প্ৰৱেশ কৰে। মহাৰাজ নৰক মিথিলাৰ পৰা অহা বাবে মিথিলাৰ পৰা ব্ৰাহ্মণ, ৰাজ কৰ্মচাৰী আদি অসমলৈ আহে। এনেদৰে নানা সময়ত ৰজাসকলৰ পৃষ্ঠপোষকতাত আন আন ঠাইৰ পৰা পণ্ডিত কাৰিকৰ আদি আহিছিল। কিছুমান গোষ্ঠীৰ লোক আকৌ নিজৰ স্থানত থকামেলাৰ অসুবিধা হোৱাত জীৱিকাৰ অন্বেষণত অসমলৈ আহিছিল। অসমৰ প্ৰাকৃতিক সৌন্দৰ্য, ফলমূল আৰু চিকাৰৰ সুবিধা, কৃষিৰ ক্ষেত্ৰত সহজাত উৎপাদন আদি দেখি তেওঁলোকে অসমতে নিগাজীকৈ বসবাস কৰিবলৈ লয়।

অতীতত কোনো ধৰণৰ জনগণনা নাছিল কাৰণে তেতিয়া জনসংখ্যা কিমান আছিল—কোন গোষ্ঠী বা উপজাতিৰ লোক কিমান আছিল—জনসাধাৰণ কি কি বৃত্তিত বিভক্ত আছিল—এইবোৰ সম্বন্ধে সবিশেষ তথ্য পোৱা নাযায়। তথাপি এইটো ক'ব পাৰি যে হিন্দু বৰ্ণাশ্ৰম ধৰ্ম অসমতো ৰাজধৰ্ম হিচাপে প্ৰচলিত থাকিলেও প্ৰাচীন অসমত জাতিভেদ প্ৰথাৰ উগ্ৰতা কম আছিল। যিহেতুকে ৰজা-সকল নানা জাতিৰ পৰা আহিছিল আৰু ৰজাসকলক উচ্চ বৰ্ণৰ অধিকাৰ দিব লাগিছিল সেইবাবে জাতিভেদ প্ৰথা কট্‌কটীয়া কৰিব নোৱাৰিছিল। ৰাজবংশৰ সকলো লোককে ক্ষত্ৰিয়ৰ মৰ্য্যাদা দিয়া হৈছিল আৰু সেইটো ৰাজপৃষ্ঠপোষকতাত থকা ব্ৰাহ্মণসকলেও স্বীকাৰ কৰি লৈছিল। ৰজা বা ৰাজপৰিয়ালৰ লোকে যি কোনো জাতিৰ পৰা বিয়া বাৰু কৰিছিল আৰু এনেদৰে বিবাহিতা ৰাজমহিষী বা এনে বিবাহৰ পৰা সতি সন্ততি ৰাজকুলৰ একে মৰ্য্যাদাই পাইছিল। ৰাজকুলৰ

লোকে সমাজত স্বীকৃতি লাভ কৰা কাৰণে সৰ্বসাধাৰণৰ কুল মৰ্য্যাদালৈ কোনেও ভৰা নাছিল। সমাজশাস্ত্ৰত এইটোক সংস্কৃতকৰণ (sanskritization) বুলি কোৱা হয়।

সৰ্বসাধাৰণৰ বেছিভাগেই কৃষিজীৱী আছিল। এওঁলোকে গাওঁপাতি সমূহীয়াকৈ বসবাস কৰিছিল। নগৰসমূহত প্ৰধানতঃ ৰজা বা ৰাজকৰ্মচাৰী, ৰাজকৰ্মচাৰী-সকলৰ প্ৰয়োজনীয় দ্ৰব্য যোগান ধৰা কৰ্মী (কমাৰ, কুমাৰ আদি), ভৃত্য (নাপিত, ধোবা, পৰিচাৰক আদি), ভিক্ষাৰী, ৰাজপুৰোহিত, সৈন্যবাহিনী আদি আছিল। ধৰ্মীয় আচৰণৰ বাবে মঠ মন্দিৰ স্থাপন কৰা হৈছিল। এনে মঠ-মন্দিৰৰ পূজা-সেৱাৰ বাবে পুৰোহিত, প্ৰসাদ যোগানিয়াৰ ফুল যোগানিয়াৰ আদি নানা শ্ৰেণীৰ লোক আছিল। এই সকলো খৰচ চলাবলৈ সাধাৰণতে মাটি দান দিয়া হৈছিল। মন্দিৰ সমূহত সৰ্বসাধাৰণৰ প্ৰৱেশত কেতিয়াও নিষেধ নাছিল যদিও ৰাজপৰিয়ালৰ লোকৰ কাৰণে সুকীয়া সময় স্থিৰ কৰা হৈছিল।

গাওঁবিলাক বিভিন্ন আকাৰৰ আছিল। কিন্তু সমতল অঞ্চলৰ প্ৰত্যেক গাঁৱৰে একোটা নিৰ্দিষ্ট সীমা আছিল। গাঁৱৰ মানুহে ঘৰবাৰী সাজি বসবাস কৰা অঞ্চল "বাস্তু" খেতিকৰা অঞ্চল "ক্ষেত্ৰ", গৰু চৰোৱা অঞ্চল "গোচাৰণ" আদি নামেৰে নিৰ্দিষ্ট কৰা হৈছিল। প্ৰত্যেক গাঁৱতে পানীৰ ব্যৱস্থা আছিল। "গৰ্ত" (গাঁত) আৰু "নাল" (নৰ্দমা) আদিৰ পৰা "উষৰ" (বা শুকান খেতি নোহোৱা ঠাই) অঞ্চলত পানী দিয়াৰ ব্যৱস্থা কৰা হৈছিল। গাঁৱৰ আশেপাশে থকা হাবি বননিৰ পৰা গাঁৱলীয়া লোকে খৰি, ফলমূল আৰু চিকাৰ সংগ্ৰহ কৰিছিল। এনেকুৱা হাবি বননিত সকলোৰে অধিকাৰ থকা যেন লাগে আৰু তাৰ বাবে কোনো কৰো দিব নালাগিছিল যেন অনুমান হয়। পৰ্বতীয়া অঞ্চলত এতিয়াৰ দৰে প্ৰাচীন কালতো কোনো ব্যক্তিগত ভূমি অধিকাৰ নাছিল। পাহাৰীলোকে "জুম" খেতি কৰি একোটা বিৰাট অঞ্চলতে বসতি সলনি কৰি ফুৰিছিল।

প্ৰাচীন অসমত প্ৰাগজ্যোতিষপুৰ, শোণিতপুৰ, কামৰূপনগৰ (উত্তৰ গুৱাহাটী), হাৰুপেশ্বৰ, কুণ্ডিলনগৰ, ডবকা (হোজাইৰ ওচৰত), ডিমাপুৰ, হিৰিম্বানগৰ, দেওপানী (মিকিৰ পাহাৰত), দুৰ্জয়া (গুৱাহাটীৰ পূৱে), মণিকূট (হাজোৰ ওচৰত), মাণ্ডী (বৰপেটা ৰোডৰ ওচৰত), কমতাপুৰ আদি প্ৰধান নগৰ আছিল। এই সকলো স্থানেই নদী পথেদি সংযোজিত হোৱা বাবে এই নগৰবিলাক শাসনকেন্দ্ৰ আৰু বেহাবেপাৰৰো কেন্দ্ৰস্থল আছিল। প্ৰত্যেক নগৰতে নানা দেৱদেৱীৰ মন্দিৰে ভৰপূৰ আছিল। ধৰ্মকেন্দ্ৰ হিচাপ বশিষ্ঠাশ্ৰম, নবগ্ৰহ,

অশ্বক্লান্ত, উমানন্দ, কামাখ্যা, অপুর্ণেশ্বৰ ( হাজো ), বিশ্বনাথ, হলেশ্বৰ (তেজপুৰ) আদি প্ৰখ্যাত আছিল। নগৰবিলাকত প্ৰশস্ত ৰাস্তাপদুলি, তামোলৰ গছ, উদ্যান, হ্ৰদ আদি আছিল। নগৰৰ সৌন্দৰ্য্য বৃদ্ধি কৰিবলৈ নগৰ পৰিকল্পিতভাৱে সজা হৈছিল। ৰাজকৰ্মচাৰীৰ বাসস্থান, মঠ-মন্দিৰ, দোকান-পোহাৰ ( বিপণি ) আদিৰ সুকীয়া সুকীয়া অঞ্চল আছিল। বনমাল দেৱৰ ( Banamala Grant ) তাম্ৰ-শাসনমতে নগৰৰ ডা-ডাঙৰীয়া আৰু শ্ৰেষ্ঠীসকলে হাতী আৰু ঘোৰাৰ পিঠিত উঠি নগৰ পৰিভ্ৰমণ কৰিছিল।

**ভূমি ব্যৱস্থা :** ভাৰতৰ আন আন অঞ্চলৰ দৰে প্ৰাচীন অসমতো মাটিৰ ওপৰত ৰজাৰ অধিকাৰ আছিল। সেইদেখি ৰজাই প্ৰধানতঃ ব্ৰাহ্মণক ধৰ্মীয় কামত মাটি দান দিছিল। এনেদৰে দান কৰা মাটি বিগ্ৰহৰ নামত বা বিগ্ৰহৰ পূজাৰী ব্ৰাহ্মণৰ নামত নাইবা বিগ্ৰহৰ নাম উল্লেখ নকৰাকৈ ধৰ্মকাৰ্য্যৰ বাবে ব্ৰাহ্মণৰ নামত দিয়া হৈছিল। ৰাজ কৰ্মচাৰী বা আন প্ৰীতিভাজন লোকক ৰজা, ৰাণী বা আঞ্চলিক শাসনকৰ্তা সকলে মাটি দান দিছিল। এনেদৰে দান কৰা মাটি দান গ্ৰহণকাৰীয়ে পুত্ৰ পৌত্ৰাদিক্ৰমে ভোগ দখল কৰিব পাৰিছিল। সাধাৰণতে ৰজাই দানদিয়া মাটি নিষ্কৰ আছিল। ফলত দান গ্ৰহণকাৰীয়ে এনেদৰে দানদিয়া মাটিতে আগৰে পৰা বসতি কৰা ৰায়তৰ পৰা চৰকাৰী খাজনাৰ স্বত্ব ভোগ কৰিছিল। কোনো লোককে উচ্ছেদ কৰাৰ কথা ভবা নহৈছিল। ৰায়ত নথকা খেতিৰ মাটি দান হিচাবে পালে দান গ্ৰহণকাৰীয়ে সাধাৰণতে ৰায়ত বহুৱাই খেতি কৰাইছিল।

দান হিচাপে পোৱা মাটিৰ বাহিৰেও ৰজাৰ খাচ দখলত নথকা আন মাটি সৰ্ব-সাধাৰণ প্ৰজাই ভোগদখল কৰি মালিকী স্বত্ব পাইছিল। এনেদৰে ভোগদখলী বা মালিকী স্বত্ব পোৱা খেতিৰ মাটিৰ বাবে মুঠ উৎপাদনৰ ছয় ভাগৰ এভাগ ৰজাৰ খাজনা হিচাপে দিব লাগিছিল। খেতি নকৰা বাস্তুভূমি বা নগৰৰ মাটিত কি পৰিমাণত খাজনা দিব লাগিছিল তাৰ কোনো উল্লেখ পোৱা নাই। বোধকৰোঁ এনে খেতি নকৰা মাটিৰ বাবে মাটিৰ গৰাকীয়ে খাজনা নিদিলেও তেওঁলোকৰ বৃত্তি অনুসৰি ( occupation ) চৰকাৰক কৰ দিছিল। জনবসতি নথকা পাহাৰ-পৰ্বত, বনভূমি-খনি আদি নামতঃ ৰজাৰে আছিল। সেইবোৰৰ পৰা কিবা আয় হৈছিল নে নাই জনা নাযায়। ৰজাৰ অৱশ্যে নিজস্ব ভাৱেও ৰাজহাউলি, ৰাজউদ্যান, মৃগয়া-ভূমি আদি আছিল। ৰঙ্গভূমি আদিও চৰকাৰীভাৱে আছিল। তাত সৰ্বসাধাৰণৰ প্ৰৱেশ আছিল নে নাই তাক সঠিককৈ কোৱা টান। নগৰৰ ৰাজকৰ্মচাৰীসকলে বোধকৰোঁ মাটিবাৰী তেওঁলোকৰ দৰমহাৰ অংশ হিচাপেই পাইছিল।

নিধনপুৰ দানৰ ( Nidhanpur grant ) লিপিৰ পৰা এইটো বুজা যায় যে প্ৰাচীন কামৰূপতো মাটি জৰীপ কৰাৰ আৰু চৰকাৰীভাৱে ৰাজহ আদায় কৰাৰ ব্যৱস্থা আছিল। প্ৰত্যেকজন মাটিৰ মালিকৰ ভাগৰ মাটি, সেই মাটিৰ চাৰিসীমা, মাটিৰ খাজনা আদি চৰকাৰী বিষয়াই নিৰ্ধাৰণ কৰি দিছিল। কিন্তু সকলোলোকেই মাটিৰ গৰাকী হ'ব পাৰিছিল নে নাই বা ৰজাৰ মত নোহোৱাকৈ নিজৰ মাটিৰ পৰিমাণ বঢ়াব ( মাটি কিনি ) পাৰিছিল নে নাই তাত সন্দেহ আছে। ডা-ডাঙৰীয়া ব্ৰাহ্মণ বা ৰজাৰ প্ৰীতিভাজন লোকৰ বাহিৰে অতি সাধাৰণ স্তৰৰ লোক হয়তো আনৰ মাটিৰ ৰায়ত হিচাপেহে মানীলোকৰ আশ্ৰয়ত আছিল। মাটিৰ প্ৰাচুৰ্য্য থাকিলে যাতায়াতৰ অসুবিধা, বন্যজন্তু আৰু পাহাৰীয়া উপজাতিসকলৰ উপদ্ৰৱৰ ভয়ৰ কাৰণে কোনো লোকে দূৰৈত গৈ মাটি দখল কৰি ৰাজকৰ্মচাৰীৰ বিনা আশ্ৰয়ত বসবাস বঢ়াবলৈ চেষ্টা কৰা নাছিল।

মাটিৰ জোখ সাধাৰণতে দ্ৰোণ বা নল পদ্ধতিত হৈছিল। দ্ৰোণ মানে এক দ্ৰোণ ( প্ৰায় ৪½ কিলোগ্ৰাম ) ধানৰ গুটি সিঁচিব পৰা এটা অঞ্চল। নল হৈছে এক ইকৰা বা প্ৰায় ৮ হাত পৰিমাণ। আজিৰ হিচাপত এক নল প্ৰায় ১২ ফুট, এক দ্ৰোণ প্ৰায় এক বিঘা আৰু এক পতাকা প্ৰায় ৪০ বিঘাৰ সমান। কিমান দ্ৰোণ শস্য উৎপন্ন হয় সেই হিচাপতো মাটিৰ জোখ কৰা প্ৰথা তাম্ৰশাসনত পোৱা যায়।

**কৃষি সম্পদ :** পৰ্বতীয়া জাতিৰ মাজত সাধাৰণতে জুম খেতিৰ প্ৰচলন আছিল। এই ব্যৱস্থামতে পাহাৰৰ এচলীয়া বনাঞ্চল পোৰা হয় আৰু তাত লোৰ বা বাঁহৰ শলাৰে বিন্ধা কৰি গুটি সিঁচা হয়। জুম খেতি কৰিবলৈ গৰুৰ ব্যৱহাৰ কৰা নহৈছিল। নদীৰ পাৰৰ অঞ্চলতো জুম খেতিৰে আন এটা ৰূপত বাৰিষাৰ পানী শুকাই গ'লে অস্থায়ীভাৱে সৰিয়হ, তিল আদিৰ খেতি কৰা হৈছিল। পলস পৰা ঠাইত এনে খেতি অতি কম আয়াসতে কৰিব পাৰিছিল। আধুনিক যুগৰ মচুৰ, মুগ দাইল আদিৰ খেতি নাছিল। মাটি মাহ হয়তো কৰা হৈছিল।

সমতলৰ মানুহৰ বসতি থকা গ্ৰামাঞ্চলত বাস্তুভূমি আৰু খেতিৰ পথাৰ বেলেগ আছিল। সপ্তম শতিকাৰ চীন পৰিব্ৰাজক য়ুৱেন চাং ( Yuan Chwang )ৰ বিৱৰণ মতে খেতিৰ মাটিত জলসিঞ্চনৰো ব্যৱস্থা আছিল। ঠায়ে ঠায়ে খাল, পুখুৰী আদিত পানী জমা আছিল আৰু সেই পানী খাল কাটি পথাৰলৈ বা ফলমূলৰ বাগানলৈ নিয়া হৈছিল।

খৃষ্টীয় ষষ্ঠ-শতিকাত অসমত ধানৰ খেতি থকা বুলি প্ৰমাণ আছে। কাৰণ সেই সময়ত দিয়া দানৰ মাটিৰ জোখ ধান উৎপাদনৰ নিৰিখত ধৰা হৈছিল। মাটিৰ

খাজনা বা কৰো ধানৰ পৰিমাণ হিচাপে নিৰ্ধাৰিত হৈছিল। যোগিনী-তন্ত্ৰত কেবা বিধো ধানৰ নাম উল্লেখ আছে। আহুধান মোটা কাৰণে তাক পূজাত দিয়াটো যোগিনী-তন্ত্ৰত নিষিদ্ধ আছে।

কোনো পণ্ডিতে অসমত কঠিয়া পাৰি শালিধান বোৱাৰ প্ৰথা আহোম সকলে প্ৰবৰ্ত্তন কৰা বুলি কয়। এই কথাৰ সত্যাসত্য নিৰূপণ কৰা মুস্কিল। কিন্তু শালিধানৰ খেতি যে প্ৰাচীন অসমত আছিল তাত কোনো সন্দেহ নাই। আমবাৰীৰ খননৰ পৰা এইটো প্ৰমাণ হৈছিল যে অতীজৰ পৰাই অসমৰ লোকৰ ভাৰতৰ আন আন অঞ্চল আৰু পূব এচিয়াৰ চীনদেশ আদিৰ লগত সম্পৰ্ক আছিল। গতিকে কঠিয়া পাৰি ধান বোৱা ব্যৱস্থা অসমত নাথাকিলেও (জুম খেতিৰ প্ৰাদুৰ্ভাৱৰ কাৰণে বহুতে কৰ খোজে) আন ঠাইৰ পৰা হলেও অসমীয়া লোকে এই কথা শিকিলব পাৰি ছিল। তদুপৰি হিন্দুৰ সকলো ধৰ্ম অনুষ্ঠানতে ধানৰ প্ৰয়োজন যিভাৱে উল্লেখ কৰা আছে তাৰ দ্বাৰা স্মৃতিশাস্ত্ৰৰ যুগতো ধানেই ভাৰতৰ প্ৰাচীন শস্য আছিল যেন লাগে।

প্ৰাচীন অসমতো কোমোৰা আৰু ৰঙালাউ যথেষ্ট পৰিমাণে উৎপন্ন হৈছিল। ৰত্নপালৰ বৰগাওঁ লিপিত "লাবুকুটিক্ষেত্ৰ"ৰ কথা উল্লেখ আছে। ভাস্কৰবৰ্মাৰ হৰ্ষবৰ্ধনলৈ দিয়া উপহাৰৰ ভিতৰত গুড়ৰো উল্লেখ থকাৰ পৰা বুজিব পাৰি যে প্ৰাচীন অসমত কুঁহিয়াৰৰো খেতি কৰা হৈছিল। শিলালিপি আৰু তাম্ৰলিপিসমূহৰ পৰা সেই সময়ত "কাস্তাফল" (কঠাল), আম্ৰ (আম) জাম্বু (জাম), আমলকি (আমলখি), বেতস (বেত), পূগি (তামোল), চোৰকা (তালজাতীয় ফল), ৰুদ্ৰাক্ষ (মালা তৈয়াৰ কৰা গুটি), তেঁতেলি আদিৰ খেতি কৰা হৈছিল। সৰ্ব-সাধাৰণৰ ঘৰতো কপাহৰ গছ আছিল। পাহাৰী অঞ্চলতো কপাহে হাবি-বননি ভৰি আছিল। জালুক আৰু তেজপাত অসমৰ কৃষিজাত প্ৰাচীন ৰপ্তানি দ্ৰব্য আছিল। হালধি, আদা, জিৰা, পিপলি, জলকীয়া, সৰিয়হ, বাঁহ আদিৰ কথা যোগিনী-তন্ত্ৰত লিখা আছে। কলৰ কথা বিশেষভাবে উল্লেখ নাথাকিলেও অসমত কলৰ খেতি অষ্ট্ৰিক গোষ্ঠীৰ লোক খাচিসকলৰ পৰাই আৰম্ভ হৈছিল বুলি পণ্ডিতসকলে কয়। হুৱেন চাঙৰ বিবৰণত প্ৰাচীন অসমত কঠাল আৰু নাৰিকল পৰ্য্যাপ্ত পৰিমাণে হৈছিল বুলি বুজা যায়। হৰ্ষবৰ্ধনক ভাস্কৰবৰ্মাই দিয়া উপহাৰৰ ভিতৰত বাঁহৰ চুঙাত আমৰ ৰস দিয়াৰ কথাও আছে। ইয়াৰ দ্বাৰা ফলমূলৰ খেতিৰ লগতে সেইবোৰ ৰস কৰি বেছিদিনলৈ ৰখাৰ কৌশলো অসমীয়ালোকে জানিছিল বুলি প্ৰমাণ পোৱা যায়।

**উদ্যোগ আৰু শিল্প :** বস্ত্ৰ, ৰেশম, বাঁহ, বেত, হাতীৰ দাঁত, কাঠ, মাটিৰ পাত্ৰ আদিৰ কাম কৰা বহুতো নিপুণ শিল্পী প্ৰাচীন অসমত আছিল। বিদেশী

পৰ্য্যটকৰ বিৱৰণ মতে কাপোৰ বোৱা, সূতাকটা, কাপোৰত ৰং কৰা আদি কাৰিকৰৰ উপৰিও কমাৰ, কুমাৰ, কাঠমিস্ত্ৰী, বাঁহবেতৰ শিল্পী আদি বিশেষ শ্ৰেণীৰ লোক বহুতো আছিল।

তন্তুবায় বা বয়ন শিল্পীসকলে কপাহৰ কাপোৰ প্ৰস্তুত কৰিছিল। কালিকা পুৰাণ আৰু হৰ্ষচৰিতত কামৰূপত কপাহৰ কাপোৰ ব্যৱহাৰৰ উল্লেখ আছে। কালিকা পুৰাণত (সম্ভৱত দশম শতিকা) উলৰ কম্বল, গছৰ বাকলি বা আঁহৰ পৰা প্ৰস্তুত কৰা বল্কল, ৰেশমৰ কোশজ আৰু শনৰ পৰা শনবস্ত্ৰ প্ৰস্তুত হোৱাৰ তথ্য আছে। ভাস্কৰবৰ্মাই হৰ্ষবৰ্ধনক সূক্ষ্ম কাপোৰ দিয়াৰ কথা হৰ্ষচৰিতত আছে।

প্ৰাচীন অসমত এড়িমুগা পুহি, তাৰ পলুৰ পৰা সূতা প্ৰস্তুত কৰি কাপোৰ কৰা হৈছিল। কৌটিল্যৰ অৰ্থশাস্ত্ৰত কামৰূপক "কোশকৰণভূমি" বা পলুপোহা ৰাজ্য বুলি উল্লেখ আছে। গ্ৰীক পৰ্য্যটকেও অসমৰ বহুবৰণীয়া মুগা কাপোৰৰ কথা লিখি থৈ গৈছে। বাণভট্টৰ হৰ্ষচৰিতত অসমৰপৰা জোনাকৰ পোহৰৰ দৰে শুদ্ধ, শুভ্ৰ "ক্ষৌম বস্ত্ৰ" (বোধকৰোঁ পাট কাপোৰ) হৰ্ষবৰ্ধনক ভাস্কৰবৰ্মাই দিয়া বুলি বৰ্ণনা আছে। ভাস্কৰবৰ্মাই ৰেশমৰ "পট্ট সূত্ৰ", "দুকূল" বস্ত্ৰেৰে ঢকা ছত্ৰও উপহাৰ হিচাপে পঠাইছিল।

প্ৰাচীন অসমতো নানা বঙৰ কাপোৰ তৈয়াৰ কৰা হৈছিল। মুগা কাপোৰ অসমৰ নিজস্ব বৈশিষ্ট্য। পাটৰ কাপোৰ তৈয়াৰ কৰাৰ কৌশল বা পাট পোহাৰ নিয়ম অসমে চীন দেশৰপৰা শিকা বুলি কোৱা হয়। কিন্তু মুগাৰ আৰু এড়ি-কাপোৰ অসমৰ বাহিৰে পৃথিৱীৰ আন কোনো দেশতে নাই। পলু পোহাৰ ব্যৱস্থা সাধাৰণতে বড়ো-কছাৰী সম্প্ৰদায় লোকৰ মাজত থাইকৈ আবদ্ধ থাকিলেও অতীতত আন শ্ৰেণীৰ লোকেও যে পাট বা এড়ি পলু নুপুহিছিল তাক কব নোৱাৰি। ভাৰতৰ ভিতৰত অসমত ঢেঁকিৰ ব্যৱহাৰ আছে। অন্য ঠাইত উৰালত ধান বনা হয়। ঢেঁকি অতীজত অসমত আছিল নে পিছত আহোম যুগত আহিল এই লৈ সন্দেহৰ স্থল আছে।

অতীজত অসমত অতি উৎকৃষ্ট ধৰণৰ লা প্ৰস্তুত কৰা হৈছিল। এই লা কাপোৰত ৰং দিয়াৰ বাহিৰেও কাঠৰ মূৰ্ত্তি, বহা আসন আদিত ব্যৱহৃত হৈছিল। লাৰ বাহিৰেও গছ বা লতাৰ শিপা, পাত আদিৰ পৰাও ৰং উৎপন্ন কৰিছিল। তেজপুৰ আৰু আমবাৰীৰ খননৰ ফলত বহু মৃন্ময় পাত্ৰ পোৱা হৈছে। ইয়াৰ দ্বাৰা নানা ধৰণৰ মাটিৰ পাত্ৰ কৰাত যে প্ৰাচীন অসমীয়া লোক পাৰ্গত আছিল সেইটো বুজা যায়।

অৰ্থশাস্ত্ৰত কামৰূপৰ সুবৰ্ণকুড্যাত সোণ পোৱাৰ কথা আছে। মেগাস্থিনিচৰ বিবৰণতো ভাৰতৰ পূৰ প্ৰান্তৰ পাহাৰত সোণ থকাৰ কথা লিখা আছে। লৌহিত্য নদীয়ে কৈলাশৰ পৰা সোণ কঢ়িয়াই অনাৰ কথা তেজপুৰৰ দান-লিপিত উল্লেখ আছে। বনমালৰ তেজপুৰ দানলিপিত হাৰুপেশ্বৰৰ শিৱৰ মন্দিৰ "হাটক" অৰ্থাৎ সোণেৰে নিৰ্মিত বুলি লিখা আছে। গতিকে তেজপুৰৰ উত্তৰে কোনোবা ঠাইত সোণৰ খনি বা নদীৰ বালিৰপৰা সোণ সংগ্ৰহ কৰা হৈছিল যেন লাগে। কালিকা-পুৰাণতো সোৱৰ্ণশৰী নৈত সোণ পোৱাৰ কথা আছে।

শদিয়াৰ ওচৰত থকা তামৰ মন্দিৰৰ ভগ্নাৱশেষৰপৰা অসমত তামৰ কামজনা কাৰিকৰ থকা তথা যথেষ্ট পৰিমাণে তাম পোৱাৰো অনুমান কৰিব পাৰি। সোণ-ৰূপৰ অলঙ্কাৰ, হাতীৰ দাঁতৰ কাৰুকাৰ্য্য থকা নানা বস্তু প্ৰাচীন অসমত প্ৰস্তুত কৰা হৈছিল। আমবাৰীৰ খননৰ ফলত খৃষ্টীয় সপ্তম শতিকাৰ আগতেই অসমত মন্দিৰ, মূৰ্তি আদি নিৰ্মাণ-কাৰ্য্য যে অতি সুন্দৰভাৱে হৈছিল তাৰ প্ৰমাণ পোৱা যায়। বাণৰ হৰ্ষচৰিতত ভাস্কৰবৰ্মাই হৰ্ষবৰ্ধনক দিয়া ছত্ৰটোত নানা ৰত্নেৰে কাৰ্য্য কৰা আছিল বুলি কোৱা হৈছে।

যুদ্ধত লোৰ অস্ত্ৰ, বৰ্ম আদি ব্যৱহাৰ কৰাৰ কাৰণে প্ৰাচীন অসমত লোৰ যথেষ্ট ব্যৱহাৰ হোৱা যেন লাগে। এই লো অসমৰ খনিৰ পৰাই আহৰণ কৰা হৈছিল বুলি বুৰঞ্জীবিদ্‌সকলে কয়। নগাপাহাৰ, মিকিৰ পাহাৰ, ভূটানৰ নামনি অঞ্চলৰ লোণৰ পুঙৰ পৰা ডোখৰা লোণ প্ৰস্তুত কৰা হৈছিল। পানীৰ ওচৰৰ খাল-বিলৰ পৰা মেটেকা জাতীয় বনৰ পৰা খাৰ প্ৰস্তুত কৰি গোটাখাৰ উলিয়াই লোণৰ অভাৱ বহু পৰিমাণে কমোৱা হৈছিল।

দীঘল দীঘল কাঠৰ খণ্ডৰ পৰা সৰু সৰু নাও সজা হৈছিল। ভাস্কৰ বৰ্মাই হৰ্ষবৰ্ধনক পেনেল যুক্ত কাঠৰ পেৰাও উপহাৰ দিছিল। অসমৰ হাতীৰ দাঁত, গড়ৰ খড়গ, গজমুক্তা, মৃগনাভি আদিৰ আদৰ ভাৰত আৰু চীন দেশত যথেষ্ট আছিল। ভাস্কৰবৰ্মাৰ উপহাৰৰ ভিতৰত হাতীৰ দাঁত আৰু হাতীও আছিল। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত প্ৰাগজ্যোতিষপুৰৰ পৰা মণিমুক্তা, সোণ, চন্দন কাঠ, সুগন্ধি অগৰু আদি উপহাৰ দিয়াৰ কথা মহাভাৰতত আছে। কৌটিল্যৰ অৰ্থশাস্ত্ৰতো অসমৰ বননিত বহুতো উৎকৃষ্ট কাঠৰ কথা উল্লেখ আছে। বাঁহ আৰু বেতৰো নানা তৰহৰ দ্ৰব্য তৈয়াৰ কৰা হৈছিল। গ্ৰীক পণ্ডিত টালমিৰ ভূগোলতো অসমত বেতেৰে নদীত দলং সজাৰ কথা আছে। কাঠৰ খোল কৰি ছামবাৰে দুই মূৰ ঢাকি ঢোল তৈয়াৰ কৰাতো অসমৰ স্বকীয়া শিল্প আছিল।

**বেহাবেপাৰ আৰু যাতায়াত :** প্ৰাচীন কালত অসমৰ মাজেদি স্থলপথেদি চীন, ব্ৰহ্মদেশ, থাইলেণ্ড আদিলৈ যোৱাৰ কথা আগতেই উল্লেখ কৰা হৈছে। প্ৰাচীন কামৰূপত নদীৰ ওচৰৰ নগৰ প্ৰাগজ্যোতিষপুৰ (গুৱাহাটী), হৰুপেশ্বৰ (তেজপুৰ), কামৰূপনগৰ (উত্তৰ গুৱাহাটী), দুৰ্জয়া (গুৱাহাটীৰ পূবত) আদি নদীবন্দৰ আৰু বেহা বেপাৰৰ কেন্দ্ৰ আছিল। বেহাবেপাৰ সেইকালত প্ৰধানতঃ নদী পথেৰে চলিছিল চান্দসদাগৰৰ লৌকিক কাহিনীৰ পৰাও নদীপথৰ প্ৰাধান্য বুজা যায়।

আভ্যন্তৰীণ ক্ষেত্ৰত বিশেষকৈ কম দূৰত্বৰ ঠাইথিনিলৈ যাবলৈ বা ৰাজকৰ্মচাৰী সকলে শাসনকাৰ্য্যত চকু দিবলৈ সাধাৰণতে হাতীৰ পিঠিত উঠি ফুৰিছিল। অসমৰ সৈন্যদলত হস্তিবাহিনী প্ৰখ্যাত আছিল। ডা-ডাঙৰীয়া সকলে ঘোৰাতো উঠিছিল। হাতী বা ঘোৰাই টনা ৰথ অতি উচ্চশ্ৰেণীৰ ৰাজকৰ্মচাৰী আদিয়ে ব্যৱহাৰ কৰিছিল। ৰাওঁ অঞ্চলত গৰুৰ গাড়ী ব্যৱহাৰ হৈছিল। বহুত পণ্ডিতে কামৰূপ ৰাজ্যই ব্ৰহ্মদেশৰ ইৰাৱতী নদীৰ মাজেদি বঙ্গোপসাগৰৰ লগত জলপথৰ সংযোগ ৰক্ষা কৰিছিল বুলি কব খোজে। বৰ্ত্তমান ভৌগোলিক অৱস্থালৈ লক্ষ্য কৰিলে এই কথা সম্ভৱপৰ যেন নালাগে। কিন্তু ব্ৰহ্মপুত্ৰ নদীৰে বঙ্গোপসাগৰৰ লগত সংযোগ ৰক্ষা কৰা আৰু তেনে পথেৰে দক্ষিণৰ দাবিড়ীয় সভ্যতাৰ লগত কামৰূপী সভ্যতাৰ সংযোগ সম্ভৱপৰ। প্ৰাচীন যুগত বঙ্গোপসাগৰৰ তলত এতিয়াৰ কলিকতা আদি ঠাই আছিল। বঙ্গোপসাগৰত বা তাৰ মোহনা আৰু দূৰলৈ সোমাই আছিল। গতিকে নদীপথেৰে সাগৰ পোৱা বৰ দূৰত্বৰ কথা নাছিল।

চীনৰ লগত অসমবাসীৰ স্থল পথেদি যে সততে যোগাযোগ হৈছিল তাত কোনো সন্দেহ নাই। আমবাৰীৰ খননৰ পৰা প্ৰাগজ্যোতিষ যে প্ৰাচীন বেহা বেপাৰৰ কেন্দ্ৰস্থান আছিল আৰু অসমৰ ভিতৰতে সুদূৰ মিশৰৰ দ্ৰব্যও চীনদেশলৈ অনানিয়া কৰা হৈছিল তাক বুজিব পাৰি। অসমৰ উত্তৰ-পূবেদি পাটকাই গিৰিপথেদি ব্ৰহ্ম-দেশৰ চালুউইন নদী পাৰ হৈ চীনৰ য়ুনান প্ৰদেশলৈ স্থলপথেদি অহা যোৱা কৰা হৈছিল। তিব্বতৰ লগত কেবাটাও গিৰিপথেদি বেহা বেপাৰ কৰা হৈছিল। লাছাৰ পৰা বহুতো বেপাৰী এই গিৰিপথ বিলাকেৰে অসমলৈ আহিছিল। সুদূৰ আফগানিস্থানৰ বেপাৰীও তিব্বত আৰু ভুটানৰ পথেদি অসম সোমাইছিল। বহুতে উত্তৰ ভাৰতৰ দিল্লী গোৰখপুৰ পথ নিৰাপত্তাৰ কাৰণে পৰিহাৰ কৰিছিল। ভাৰতৰ আন ঠাইৰ লগত নদীপথ আৰু স্থলপথেদি সহজেই সংযোগ ৰক্ষা কৰা আছিল।

অসমৰ পৰা প্ৰধানতঃ ৰেশমী কাপোৰ, হাতীৰ দাঁত, গড়ৰ চামৰা আৰু খড়্গ,

কস্তুৰী মৃগনাভি, নানা সুগন্ধি কাঠ, চাউল আদি বাহিৰৰ বেপাৰীয়ে নিছিল। তেওঁলোকৰ পৰা অসমীয়া বেপাৰীয়ে সাধাৰণতে ৰূপ, সৈন্ধৱ লৱণ, মণিমুক্তা, কাঁহ-কাহৰ ঘণ্টা আদি লৈছিল। লোৰ দ্ৰব্যও হয়তো উত্তৰৰ পাহাৰ অঞ্চললৈ নিছিল।

জোখমাপ সাধাৰণতে দোণৰ মাফত হৈছিল। একদোণ আজিকালিৰ প্ৰায় ৪½ কিলোগ্ৰাম আছিল। মণিমুক্তা আদিৰ দৰে মূল্যবান দ্ৰব্য কি হিচাপত দৰ দাম কৰা হৈছিল ক'ব নোৱাৰি। কিন্তু মণিমুক্তাৰ বজাৰ সৰ্বসাধাৰণৰ বাবে নাছিল। সেইবাবে এইবোৰৰ মূল্যৰ চাহিদা অনুসৰি দাম নিৰ্ধাৰিত হৈছিল যেন লাগে।

**বিনিময় আৰু ৰাজস্ব ব্যৱস্থা :** বেহাবেপাৰৰ আদান প্ৰদান সাধাৰণতে সাল সলনি ( Barter ) হিচাপে কৰা হৈছিল। গৰু, জন্তুৰ চামৰা, বস্ত্ৰ, ধান আদিৰ মাধ্যমত বিনিময় হাৰ স্থিৰ কৰা হৈছিল। অসমৰ পাহাৰী অঞ্চলত আজিও বনৰীয়া মহ ( মিথুন ), তিব্বতীয় ঘণ্টা, লোৰ দা আদিৰ মাপতে বহুসময়ত বিনিময় হাৰ স্থিৰ কৰা হয়। ভাস্কৰ বৰ্মাৰ দিনত কড়িও বিনিময়ৰ মাধ্যম হিচাপে ব্যৱহাৰ কৰা হৈছিল। কৌটিল্যৰ অৰ্থশাস্ত্ৰত কামৰূপ ৰাজ্যত ৰূপৰ মুদ্ৰা "গৌণিকম" ব্যৱহাৰ কৰা হৈছিল বুলি কোৱা আছে। পাল বংশীয় ৰজাসকলে স্বৰ্ণমুদ্ৰাও ব্যৱহাৰ কৰা বুলি কোৱা হয়। অৱশ্যে সাধাৰণতে বিনিময় কাৰ্য্য বস্তুৰ সালসলনি কৰিহে কৰা হৈছিল।

প্ৰাচীন অসমত সাধাৰণতে প্ৰচলিত দ্ৰব্যবোৰৰ বজাৰ দাম কি আছিল কোৱা টান। আজিৰ টকাৰ মাধ্যমত সেই কথা প্ৰকাশ কৰাও জটিল। কিন্তু এইটো অনুমান কৰিব পাৰি যে ধান চাউল আদিৰ কাৰবাৰ বেচি পৰিমাণে কৰাৰ আৱশ্যক নাছিল। কাৰণ সৰ্বসাধাৰণে নিজৰ প্ৰয়োজনীয় খাদ্যশস্য নিজৰ খেতি বা নিজৰ ভাগৰ মাটিত থকা ৰায়তৰ পৰা খাজনা হিচাপে পাইছিল। দুৰ্ভিক্ষ বা অনাটন হ'লে ৰাজভঁৰালৰ পৰা খাদ্যশস্য দিয়া হৈছিল। গাওঁ অঞ্চলতো ৰাহি থকা কৃষকে আন আন ঘাটি থকা কৃষকক ধাৰ বা দান দিছিল।

টকা ধাৰ দিয়া মহাজন বা সদাগৰ সকল নগৰ অঞ্চলত আছিল। এওঁলোকৰ কাৰবাৰ সাধাৰণতে ৰাজকৰ্মচাৰী বা আন ধনীলোকৰ লগত হৈছিল।

চৰকাৰৰ ৰাজস্বৰ প্ৰধান উৎসই আছিল মাটিৰ খাজনা।* সাধাৰণতে ভাৰতীয় ৰীতি হিচাপে উৎপাদনৰ এক ষষ্ঠাংশ খাজনা হিচাপে চৰকাৰক দিব লাগিছিল। অৱশ্যে মাটিৰ খাজনা নিৰ্ধাৰিত নিৰিখত্ত কৰ হিচাপে নে উৎপাদনৰ অংশৰ এটা ভাগ হিচাপে লোৱা হৈছিল সেই বিষয়ে মতদ্বৈধতা আছে। খাজনা হয়তো নগদ

ধন হিচাপে বা উৎপাদনৰ অংশ হিচাপে দিব লাগিছিল। মাটিৰ খাজনা বা কৰ তুলিবলৈ "দত্তকাৰ পুৰ্ণ" নামৰ কৰ বিষয়া নিয়োগ কৰা হৈছিল।

মাটিৰ খাজনাৰ উপৰিও বিশেষ বিশেষ বস্তুৰ ওপৰত উৎপাদন শুল্ক (Customs Duty) লগোৱা হৈছিল। এনে শুল্ক মঠ উৎপাদনৰ পঞ্চাচ ভাগৰ এভাগৰ পৰা দহভাগৰ এভাগলৈ কি হব পাৰে। ব্ৰহ্মপুত্ৰ নদীত মাছ মৰাৰ কাৰণে মাছমৰীয়া সকলৰ পৰা পঁচিশ ভাগৰ এভাগৰ পৰা দহভাগৰ এভাগলৈ শুল্ক লোৱা হৈছিল। নদীৰ ঘাটত পাৰাপাৰ হোৱাৰ ওপৰতো কিজানি কৰ আছিল। মাজে সময়ে বৃত্তিৰ (Profession) ওপৰতো শুল্ক লগোৱা হৈছিল। ব্যৱসায়ী আদিয়ে এনে কৰ দিব লাগিছিল।

মাটিৰ খাজনাৰ উপৰিও "উপৰিকৰ" নামৰ আন এটি কৰ সকলো লোকে দিব লাগিছিল। "উৎখেটন" নামৰ আন এটি কৰ জৰুৰী অৱস্থাত চৰকাৰী ৰাজস্ব বৃদ্ধিৰ বাবে লগোৱা হৈছিল। "চৌৰোদ্ধৰনিকা" নামৰ আন এটি কৰ চোৰ ধৰাৰ লগত সংশ্লিষ্ট আছিল।

চৰকাৰৰ ৰাজস্ব কেনেদৰে ব্যয় হৈছিল তাৰ বিশদ বিবৰণ জনা নগলেও এইটো ঠিক যে চৰকাৰী ৰাজহৰ বেচিভাগ ৰাজ-পৰিয়ালৰ ব্যয় নিৰ্বাহ, ব্ৰাহ্মণক দান, সৈন্য-বাহিনী আৰু ৰাজকৰ্মচাৰীৰ দৰমহা আদিত ব্যয় হৈছিল। মঠ মন্দিৰ, পুখুৰী নিৰ্মাণ, নগৰ অঞ্চলত আলি পদুলি সজা আদিও চৰকাৰী ব্যয়ৰ ভিতৰত আছিল। গাঁও অঞ্চলৰ লোকে চৰকাৰী ৰাজস্বৰ পৰা আলি পদুলি নিৰ্মাণ, পঢ়াশালি নিৰ্মাণ আদি কাৰ্য্যত যোধকৰো বিশেষ সহায় নাপাইছিল। এনেবোৰ কাম গাঁৱৰ পঞ্চায়ত আদিৰ যোগেদি হৈছিল। পঢ়াশুনা আদিৰ ব্যৱস্থা অতীততে সৰ্বসাধাৰণৰ বাবে নাছিলেই। ৰাজকৰ্মচাৰী সকলক যিহেতু মাটিদান দিয়া হৈছিল সেইবাবে তেওঁলোকৰ নিজৰ বানচ সাধাৰণতে মাটিৰ আয়ৰ পৰা লৈছিল। তেওঁলোকে ৰাজ প্ৰয়োজনত সৈন্যসামন্ত, বস্তুবাহানি যোগাব লাগিছিল।

**জনসাধাৰণৰ আৰ্থিক অৱস্থা:** প্ৰাচীন পুৰাতাত্ত্বিক চিহ্ন সমূহৰপৰা ৰাজ-ক্ষমতা, মঠ মন্দিৰ আদিৰ কথা জানিব পাৰিলেও সৰ্বসাধাৰণৰ আৰ্থিক অৱস্থাৰ সম্যক ধাৰণা কৰা টান। সৰ্বসাধাৰণৰ আৰ্থিক অৱস্থা বুলিলে তেওঁলোকৰ বাসস্থান, খোৱাপিন্ধা, উৎসৱ, ব্যসন আদিৰ বিষয়ে তথ্য জানিব লাগিব। এই বিষয়ে জানিবলৈ হ'লে প্ৰাচীন ধ্বংসাৱশেষ আদিৰ উপৰিও লৌকিক কাহিনী আদিৰ বিবৰণো বিবেচনা কৰা উচিত হ'ব।

**বাসস্থান:** আমবাৰী, তেজপুৰ আদিৰ খননৰ পৰা ইটাৰ ঘৰৰ আদি

আবিষ্কৃত হৈছে। ইয়াৰ পৰা এইটো অনুমান কৰিব পাৰি যে মঠ মন্দিৰ, ৰাজকাৰেং আৰু ধনী নগৰবাসীৰ ঘৰদুৱাৰ ইয়াতো শিল ইটাৰ দ্বাৰা নিৰ্মিত হৈছিল। অতীত কালত ইটাৰ গাঁথনি আদি কৰিবলৈ বিলাতী মাটিৰ দৰে এবিধ "বজ্ৰলেপ"ৰ ব্যৱহাৰ হৈছিল। সেইটো কেনেদৰে কৰিছিল তাক সঠিককৈ জনাৰ উপায় নাই।

সৰ্বসাধাৰণ লোকৰ বিশেষকৈ গাওঁবাসীৰ ঘৰদুৱাৰ কাঠ, বাঁহ, বেত আদিৰ দ্বাৰা সজা হৈছিল আৰু ছাল খেৰেৰে দিয়া হৈছিল যেন লাগে। কাৰণ মঠ মন্দিৰ বা ৰাজধানীৰ বাহিৰৰ ঠাইত থকা ঘৰৰ কোনো ভগ্নাৱশেষ পোৱা নাই। চৰ্য্যাপদৰ "চাৰিপাশে ছাইলাৰে দিয়া চঞ্চালী" কথা ফাকিৰপৰা বাঁহ ফালি বেৰা দিয়া যেন অনুমান হয়।

পৰ্বতীয়া উপজাতিৰ লোকে বাহৰ চাং সাজি ঘৰ কৰিছিল। বোকা বৰষুণৰ দেশত এনে চাং ঘৰ বৰ উপযোগী আছিল। সমতলত থকা লোকেও গৰু-ছাগলী ৰাখিবলৈ আৰু শস্যৰ ভৰাল কৰিবলৈ চাং সাজি লৈছিল।

ডা-ডাঙৰীয়াৰ বাহিৰেও সৰ্বসাধাৰণৰ ঘৰত কোঠালি থকা যেন অনুমান নহয়। জনজাতি লোকসকলে এতিয়াও ঘৰত কোঠালি নকৰে। পৰিয়াল বৃদ্ধি হ'লে হয়তো নতুন নতুন পঁজা ঘৰ সাজি লৈছিল। অসমীয়া লোকে এটা ঘৰতে গোহালি, ভৰাল, ৰান্ধনি ঘৰ নাসাজিছিল। বেলেগ ঘৰ সাজিব নোৱাৰিলে এইবোৰ কাৰণত বেলেগে ছালি সাজি লৈছিল।

সমৃদ্ধিশালী লোক, ৰাজকৰ্মচাৰী আৰু ৰাজপৰিয়াল আদিৰ ঘৰদুৱাৰ সাধাৰণতকৈ ভাল আছিল। তেওঁলোকে ইটা ব্যৱহাৰ কৰিছিল আৰু তেওঁলোকৰ ঘৰত কোঠালি আছিল। ৰজাই সজাই দিয়া মঠ মন্দিৰৰ বাহিৰে সৰ্বসাধাৰণৰ পূজা পাতলৰ নিজা অনুষ্ঠান নাছিল। কিন্তু উচ্চশ্ৰেণীৰ লোকে নিজাকৈ বিগ্ৰহ স্থাপন কৰি গোঁসাই ঘৰ ৰাখিছিল। এনে পাৰিবাৰিক বিগ্ৰহেই হয়তো পিছত ৰাজহুৱা অনুষ্ঠানত পৰিণত হৈছিল।

**সামৰণি:** প্ৰাচীন অসমৰ অৰ্থনৈতিক ইতিহাস লিখিবলৈ প্ৰমাণিত সমল বেচি নাই। কিন্তু অত ত'ত সিচঁৰিত তথ্যৰ পৰা প্ৰাচীন অসমৰ অৰ্থনৈতিক জীৱনৰ এটা আভাস মাত্ৰ দাঙি ধৰা হ'ল। কোন শতিকাত কেনেকুৱা আৰ্থিক অৱস্থা আছিল—কোন ৰজাৰ দিনত ৰাজস্ব কিমান বৃদ্ধি পাইছিল—কোন দেশৰ অৰ্থনৈতিক উন্নয়নৰ বাবে কি চেষ্টা কৰিছিল—এই সম্বন্ধে বিশেষ তথ্য পোৱা নাযায়। তথাপি এই বিৱৰণৰপৰা প্ৰাচীন কালৰ অসমৰ অৰ্থনৈতিক অৱস্থাৰ স্থূল-মূল চিত্ৰ এখন পোৱা যাব।

---

# ভাষা আৰু সাহিত্য

ড° সত্যেন্দ্ৰ নাথ শৰ্মা

অসমৰ ৰাজনৈতিক আৰু সাংস্কৃতিক ইতিহাসৰ বিৱৰ্তনত তিনিটা স্তৰ বা যুগ সাধাৰণতে মানি লোৱা হয়। খ্ৰিষ্টীয় প্ৰাৰম্ভিক শতাব্দীৰপৰা দ্বাদশ শতাব্দীৰ শেষলৈকে প্ৰাচীন কাল, ত্ৰয়োদশ শতিকাৰপৰা উনবিংশ শতাব্দীৰ তৃতীয় দশকলৈকে মধ্যকাল আৰু উনবিংশ শতাব্দীৰ তৃতীয় দশকৰপৰা সাম্প্ৰতিক সময়লৈকে বৰ্তমান বা আধুনিককাল বুলি ইতিহাসৰ ধাৰা অনুসৰণ কৰা হয়। ঐতিহাসিক দৃষ্টি-কোণেৰে চালে প্ৰথম স্তৰটো খ্ৰিষ্টীয় চতুৰ্থ শতিকাৰ পৰাহে দৰাচলতে আৰম্ভ হৈছে বুলি ক'ব পাৰি, কাৰণ চতুৰ্থ শতাব্দীৰ আগৰছোৱা কালৰ কোনো প্ৰমাণযোগ্য তথ্য নাই, পৌৰাণিক বিৱৰণেই একমাত্ৰ সম্বল। এই পৌৰাণিক বিৱৰণ মতে অসমত পোন প্ৰথমে ৰাজত্ব কৰিছিল মহিৰঙ্গ দানৱে; এওঁ সম্ভৱতঃ স্থানীয় কিৰাতজাতীয় ৰজা আছিল। এওঁৰে বংশধৰ ঘটকাসুৰক বধ কৰি নৰকাসুৰে প্ৰাগজ্যোতিষপুৰ অধিকাৰ কৰি ৰজা হয়। এই নৰকাসুৰ কোন আছিল সেইটোও এটা ডাঙৰ প্ৰশ্ন। ৰামায়ণত সুগ্ৰীৱে উল্লেখ কৰা নৰক দানৱ, মহাভাৰত, ভাগৱত পুৰাণ আদিত বৰ্ণিত, কৃষ্ণৰ দ্বাৰা নিহত হোৱা নৰকাসুৰ আৰু কালিকাপুৰাণত বৰ্ণনা কৰা কামাখ্যা মন্দিৰৰ প্ৰতিষ্ঠাতা, জনকৰজাৰ ঘৰত ডাঙৰ-দীঘল হৈ কৃষ্ণৰ সহায়ত ঘটকাসুৰক বধ কৰি প্ৰাগজ্যোতিষৰ অধিপতি হোৱা নৰকাসুৰ একেজন মানুহ হয় নে নহয় সেইবিষয়ে যথেষ্ট মতদ্বৈধ আছে আৰু সন্দেহৰ থলো আছে। কিন্তু সৰহে এই কথা মানি লয়, ৰামায়ণ আৰু মহাভাৰতত বৰ্ণিত নৰকাসুৰৰ লগত নাম একে হলেও জনকৰ ঘৰত ডাঙৰ হৈ পাছত প্ৰাগজ্যোতিষৰ অধিপতি হোৱা নৰকজন বহুত পাছৰ। খ্ৰিষ্টীয় শতিকাৰ ওচৰে পাজৰে তেওঁৰ উদ্ভৱ হৈছিল আৰু কামাখ্যাপূজা প্ৰৱৰ্তন কৰাৰ উপৰিও ব্ৰাহ্মণ্য ধৰ্ম প্ৰতিষ্ঠাত তেওঁ আগভাগ লৈছিল। কালিকা-পুৰাণ মতে তেওঁ ম্লেচ্ছবোৰক ৰাজ্যৰ দূৰদূৰাস্তলৈ খেদি দি দ্বিজাতি সকলক বসবাস কৰাৰ সুবিধা কৰি দিছিল। নৰকাসুৰৰ পাছত ভগদত্ত ৰজা হয় বুলি পুৰাণ শাসনাৱলী আৰু কালিকা-পুৰাণত যি উল্লেখ আছে সেই বিষয়েও সঠিক সিদ্ধান্ত দিয়া টান। তথাপি এই কথা নিঃসন্দেহে কব পাৰি, নৰকাসুৰৰ বংশৰ ৰজাৰসকলৰ দিনতে ব্ৰাহ্মণ্য ধৰ্মই পুৰণি কামৰূপত শিপাবলৈ আৰম্ভ কৰে। অৱশ্যে 'শতপথ ব্ৰাহ্মণ' গ্ৰন্থ আৰু বৌদ্ধ 'নিকায়' গ্ৰন্থৰ পৰা খ্ৰিষ্টপূৰ্ব কেবা-

শতিকাৰ আগৰপৰা প্ৰাগজ্যোতিষ অঞ্চলত আৰ্য্যবসতি হোৱাৰ প্ৰমাণ পোৱা যায়। শতপথ ব্ৰাহ্মণ'ৰ বিদেঘ-মাথৱ আৰু অগ্নি সংবাদত সদানীৰা বা কৰতোয়া নদীৰ পূব পাৰে আৰ্য্যসকলে বসতি কৰিবলৈ লোৱাৰ উল্লেখ আছে। 'দীঘনিকায়'ত যুজন 'লোহিচ্ছ' (লোহিত্য) ব্ৰাহ্মণৰ উল্লেখ পোৱা যায়। ওপৰত উল্লেখ কৰা বৌদ্ধ গ্ৰন্থ খ্ৰীষ্টপূৰ্ব শতাব্দীৰ ৰচনা। তদুপৰি অসমৰ কলিতাসকলক প্ৰাক-বৈদিক আৰ্য্য বুলি কোনো কোনোৱে যুক্তি সহকাৰে অভিমত দাঙি ধৰিছে। গতিকে উত্তৰ-পূব ভাৰতত অৰ্থাৎ প্ৰাচীন কামৰূপত আৰ্যবসতিৰ ইতিহাস যথেষ্ট প্ৰাচীন ; অন্ততঃ খ্ৰিষ্ট জন্মৰ কেবা শ বছৰ আগলৈকে সহজে নিব পাৰি।

ওপৰত আৰ্য্যবসতিৰ কথা এই কাৰণেই কোৱা হল যে আৰ্যবসতিৰ লগত অসমীয়া ভাষাৰ পূৰ্ব ইতিহাস ঘনিষ্ঠভাৱে জড়িত। সেই কালত কামৰূপ প্ৰধানকৈ অনাৰ্য্যজাতি অধ্যুষিত দেশ আছিল বুলি কলেও মুঠেই বঢ়াই কোৱা নহয়। আৰ্য্যসকলৰ বসতিৰ লগে লগে আৰ্য্যভাষাই কালক্ৰমত ৰজাঘৰত প্ৰতিপত্তি লাভ কৰি ৰাজকীয় ভাষাৰ সন্মান লাভ কৰি জনসাধাৰণৰ মাজতো প্ৰভাৱ বিস্তাৰ কৰিবলৈ আৰম্ভ কৰিলে। আৰ্য্যসকল বাস্তু-সভ্যতাত বৰ বেছি আগবঢ়া নাছিল যদিও তেওঁলোক এক শক্তিশালী ভাষাৰ অধিকাৰী আছিল। এই ভাষাৰ জোৰতে তেওঁলোক যলৈকে প্ৰব্ৰজন কৰিছিল তাৰেই অধিবাসীসকলক আৰ্য্যসংস্কৃতিৰ দ্বাৰা প্ৰভাৱান্বিত কৰিব পাৰিছিল। প্ৰাগজ্যোতিষ বা কামৰূপতো ৰজাঘৰ আৰু প্ৰজাঘৰত আৰ্য্যভাষাই প্ৰতিষ্ঠা লাভ কৰাৰ লগে লগে অসমীয়া জাতি-গঠনৰ বীজ ৰোপিত হ'ল।

বুৰঞ্জীয়ে ভালকৈ ঢুকি নোপোৱা নৰক-ভগদত্ত-বজ্ৰদত্ত আদি কামৰূপৰ পৌৰাণিক ৰজাসকলৰ কথা বাদ দিলেও খ্ৰিষ্টীয় চতুৰ্থ শতিকাৰ মাজভাগৰপৰা আমি শাসনাৱলীৰ যোগেদি ৰজা আৰু ৰাজবংশৰ ধাৰাবাহিক বিৱৰণ পাওঁ। এই বিলাক বিৱৰণ দিনৰ পোহৰৰ দৰে স্পষ্ট। খ্ৰিষ্টীয় চতুৰ্থ শতাব্দীৰপৰা দ্বাদশ শতাব্দীৰ শেষলৈকে অৰ্থাৎ বৰ্মন ৰাজবংশৰ প্ৰতিষ্ঠাতা পুষ্যবৰ্মাৰপৰা পালবংশৰ শেষৰজা জয়পাললৈকে কামৰূপৰ ৰজাসকলে ব্ৰাহ্মণ্যধৰ্ম প্ৰচাৰ আৰু প্ৰতিপত্তি বঢ়োৱাত বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। শ শ বিভিন্ন গোত্ৰৰ ব্ৰাহ্মণক মাটি বৃত্তি দি ব্ৰাহ্মণ্যধৰ্ম প্ৰতিষ্ঠাত ৰহণি যোগাইছে। বেদচৰ্চা, যাগযজ্ঞ পালন, বৰ্ণাশ্ৰম-ধৰ্ম সংৰক্ষণ-প্ৰতিপালনত তেওঁলোকে উৎসাহ প্ৰদান কৰাৰ ভুৰি ভুৰি প্ৰমাণ শাসনাৱলীয়ে দিয়ে। তেওঁলোকে সংস্কৃতক ৰাজকীয় ভাষাৰূপে গ্ৰহণ কৰি যাৱতীয় ৰাজকাৰ্য্য সংস্কৃতত লিপিবদ্ধ কৰিছিল। গতিকে ৰজাসকলৰ পৃষ্ঠপোষকতা লাভ

কৰি আৰ্য্য ধৰ্ম আৰু আৰ্যভাষাই জাতি নিৰ্বিশেষে সকলোকে একেডাল সোণালী ডোলেৰে বান্ধি সংহত জাতীয় জীৱন এটা গঢ় দিবলৈ প্ৰচেষ্টা চলালে।

**ভাষা ঃ**—আমি মনত ৰাখিব লাগিব সংস্কৃত ৰাজভাষা বুলি স্বীকৃত হলেও আৰ্য্য ভাষাভাষীৰ মাজত যিটো ভাষা কথিত বা চলিত আছিল সেইটো নিশ্চয় সংস্কৃত নাছিল ; সংস্কৃতৰ সৰলীকৃত প্ৰাকৃতপৰ্য্যায়ৰ ভাষাহে আছিল। সংস্কৃত দৰাচলতে কোনো অঞ্চলৰে কোনো কালে হুবহু কথিত ভাষা নাছিল। আৰ্য্য-ভাষীসকল প্ৰাগজ্যোতিষ কামৰূপলৈ আহি স্থানীয় আদিবাসীসকলৰ সংস্পৰ্শত থাকিবলৈ লয় আৰু পৰস্পৰ আদান-প্ৰদানৰ ফলত তেওঁলোকৰ কথিত ভাষাবো কিছু পৰিৱৰ্তন নোহোৱাকৈ নাথাকে। বিশেষকৈ শব্দাৱলী আৰু উচ্চাৰণ প্ৰণালীত স্থানীয় ভাষাৰ প্ৰভাৱ কিছু পৰিবলৈ উপক্ৰম কৰে। পৰ্য্যাপ্ত নিদৰ্শনৰ অভাৱত আমি কামৰূপী প্ৰাকৃত বুলি এটা স্বতন্ত্ৰ প্ৰাকৃত থিৰ কৰাব নোৱাৰিলেও এই কথা অনস্বীকাৰ্য্য যে মাগধী প্ৰাকৃতৰ কামৰূপী বা প্ৰাচ্য ৰূপটোত যথেষ্ট স্থানীয় প্ৰভাৱ পৰিছিল। কামৰূপৰ প্ৰাকৃতৰ স্বকীয়তা নথকাহেঁতেন চীনা পৰ্যটক হিউৱেনছাঙে "ইয়াৰ ভাষা মধ্য ভাৰতৰপৰা কিন্তু পৃথক" বুলি কেতিয়াও মন্তব্য নকৰিলেহেঁতেন।

প্ৰাচীন কামৰূপৰ বিশেষকৈ দ্বাদশ শতিকাৰ আগৰ ভাষাৰ নিদৰ্শন স্বৰূপে আমাৰ হাতত প্ৰধানকৈ আছে ৰজাসকলৰ শাসনাৱলী, সহজীয়া বৌদ্ধসিদ্ধাচাৰ্য্যসকলৰ দোহা বা চৰ্য্যাপদসমূহ আৰু কালিকা-পুৰাণ, হস্ত্যায়ুৰ্বেদ আদি বিবিধ-সংস্কৃত গ্ৰন্থ। ভাষাৰ দৃষ্টি কোণৰপৰা শেষৰ গ্ৰন্থৰাজীৰ আলোচনা নিৰৰ্থক, কাৰণ সেইবোৰত ভাষাবিকাশৰ কোনো বৈশিষ্ট্য বা নিদৰ্শন সংৰক্ষিত হোৱা নাই। তলত আমি কামৰূপ শাসনাৱলীত দৃষ্ট হোঁৱা ভাষাগত বিকাশৰ কিছু নিদৰ্শন দাঙি ধৰিলো।

(১) আজি কালিৰ গাঁৱৰ মানুহৰ নামৰ লগত মিলি যোৱা অনি, ঢনি (ধনী), সনি (শনি), কালিয়া—শাসনাৱলীৰ এই নাম কেইটাই সাধাৰণ মানুহৰ নামৰ চানেকি দাঙি ধৰে আৰু অসমীয়া ভাষাই স্বকীয় ৰূপ লোৱাৰ সূচনা কৰে।

(২) ৰেফৰ পাছত বৰ্ণ দ্বিত্ব হয়, কিন্তু ৰেফ লুপ্ত হয়। এইটো প্ৰাকৃতৰ প্ৰভাৱ যেন্ ধাৰণা হয়। সুৱৰ্ণ, পুন্ন, ভাগৱৰ (নিধন পুৰ শাসন), বীৰ্য্য (ইন্দ্ৰপালৰ গৌহাটী শাসন)।

(৩) অসমীয়াত এতিয়াও দীৰ্ঘ উ উচ্চাৰিত নহয়। শাসনাৱলীত দীৰ্ঘ উ-কাৰ হ্ৰস্ব উকাৰলৈ পৰিণত কৰাৰ প্ৰয়াস দেখা যায়। মূৰ্ত্তে, ময়ূৰ, পুণ্যো, মনুষ্য

( মূৰ্ত্তে, ময়ূৰ, পূৰ্ণো, দূকুল ) আদিৰ হ্ৰস্ব উকাৰ লক্ষণীয়। সেইদৰে হ্ৰস্ব ই-কাৰৰ প্ৰৱণতাও ঠায়ে ঠায়ে লক্ষ্য কৰা যায়, যেনে—ঈশ্বৰ, হস্তি ( পুষ্প ভদ্ৰা শাসন )।

(৪) তালব্য শৰ পৰিবৰ্ত্তে সঘনে দন্ত্য স ব্যৱহাৰ এটা মন কৰিবলগীয়া বৈশিষ্ট্য। বিংসতি, সত, ( বিংশতি, শত—বনমালৰ তেজপুৰ শাসন ) বসিনঃ, সিৰি ( বশিনঃ, শ্ৰী,—ইন্দ্ৰপালৰ গুৱাকুছি শাসন ), সসাস, প্ৰসস্তি, মৃগসাৰ, সতপত্ৰ, পৰমেস্বৰ, সতক্ৰতু ( শশাস, প্ৰশস্তি, মৃগশাৰ, শতপত্ৰ, পৰমেশ্বৰ, শতক্ৰতু—ধৰ্মপালৰ শুভংকৰ আৰু পুষ্পভদ্ৰা শাসন ), সুহংকৰ ( শুভংকৰ )।

(৫) শব্দৰ মাজৰ অনুস্বাৰ সাধাৰণতে ঙ্ ৰূপে ব্যৱহাৰ হোৱা দেখা যায়— সিঙ্হ, সাঙ্হাসন, যশাঙ্সি, পুঙ্সাং, বঙ্শ ইত্যাদি। তক্ষকাৰৰ সুবিধাৰ কাৰণে এনে কৰা নাই, কাৰণ অনুস্বাৰত কৈ ঙ লেখা কঠিন।

(৬) ৰ ( এ ) ফলাযুক্ত ত সাধাৰ ়তে দ্বিত্ব হৈছে, সংস্কৃতত দ্বিত্ব হব নেলাগে। যেনে—চিত্ত্ৰ, ক্ষেত্ত্ৰ, তত্ত্ৰ ( চিত্ৰ, ক্ষেত্ৰ, তন্ত্ৰ )।

(৭) পানী বুজুৱা বড়ো দি উপসৰ্গেৰে আৰম্ভ হোৱা দিপ্‌গুৰ্ম, দিজিন্না নৈৰ উল্লেখ মনকৰিবলগীয়া।

(৮) প্ৰাকৃতত শব্দৰ স্বৰ মধ্যস্থিত স্পৰ্শবৰ্ণ হ বা অ লৈ পৰিবৰ্ত্তন হয়। তেনে উদাহৰণো দুই এটা আছে, যেনে সুহংকৰ (শুভংকৰ-ধৰ্মপালৰ শুভংকৰ শাসন)।

(৯) কিছুমান দেশজ শব্দৰ ব্যৱহাৰো মাজে মাজে ঘটিছে। বিশেষকৈ দান দিয়া মাটিৰ সীমা নিৰ্দ্ধাৰণ কৰোঁতে এই দেশজ শব্দবোৰ ব্যৱহাৰ কৰিছে। জান, জোলি, আলি, খোড়া ( খোড়াম্ব ), জোল, জোলী, ঝাৰি ( জৰী গহ ), আদিৰ প্ৰয়োগে সেই শব্দবোৰৰ সম্চালনি ব্যৱহাৰৰ ইঙ্গিত দিয়ে। সীমা নিৰ্দ্ধাৰণ প্ৰসঙ্গত উল্লেখ কৰা সৰহভাগ নামবাচক শব্দই দেশজ বা প্ৰাকৃত শব্দ।

(১০) সন্ধিৰ ক্ষেত্ৰত সংস্কৃত নিয়মৰ বিপৰীতে স্বৰসঙ্গতি হোৱা দেখা যায় যথা :—জগদুদুয় ( সং-জগদুদয় )।

(১১) বহুঠাইত দীৰ্ঘস্বৰ হ্ৰস্ব হৈছে, যথা—বজসনেয়ী, সবিত্ৰ, ঈশ্বৰ।

(১২) ছান্দোগ্য: > ছান্দোগা, নাগেভ্যঃ > নাগেভ্যো।

(১৩) ঋ-কাৰ কেতিয়াবা অ বা উ হোৱা দেখা গৈছে, যথা:—বৃহ > বহ, ঋষি > ৰুষি।

(১৪) দ্বি-স্বৰ ঐ আৰু ঔ, এ আৰু ও লৈ পৰিবৰ্ত্তিত হোৱা দেখা গৈছে ; যথা কৌশিকঃ > কোসিকো, ধৌতেশ্বৰ্‌ ধোতেস্বৰ, দৈবে > দেবে, দৈৰথ দেৰথ।

(১৫) ট'ৰ ঠাইত ৰ, 'ৰ'ৰ পৰিবৰ্তে ল, ঝ ৰ সলনি জ ৰ ব্যৱহাৰ মাজে মাজে লক্ষ্য কৰা যায়; যথা—পাটলি>পাৰলি, ৰোচনঃ>লোচনঃ, ঝৰ>জোলা।

(১৬) আদি স্বৰৰ লোপ দুই এক ক্ষেত্ৰত লক্ষ্য কৰা যায়, যথা—উডুম্বৰ> ডুম্বৰ, ডুম্বৰী।

ওপৰত উল্লেখ কৰা বিভিন্ন নিদৰ্শনবোৰৰ পৰা এই কথা সহজে অনুমান কৰিব পাৰি যে, গোটেইবোৰ নিদৰ্শন নিশ্চয় তক্ষকাৰৰ অসাৱধানবশতঃ ভুলকৈ খোদিত হোৱা নাই। অজানিতভাৱেই শাসন লেখকৰ ওপৰত প্ৰাকৃতৰ প্ৰভাৱ পৰিছে। সেই-সময়ত কামৰূপত যি প্ৰাকৃত আৰ্য ভাষাভাষীৰ মাজত প্ৰচলিত আছিল তাৰ প্ৰতি-ধ্বনিয়ে শাসনৰ ভাষাতো উকি মাৰিছে। শাসন ৰচনাৰ কালছোৱাত যে অসমীয়া ভাষাই ধীৰে ধীৰে স্বকীয় ৰূপ লবলৈ আৰম্ভ কৰিছিল সেই কথাৰ সামান্য ইঙ্গিত শাসনাৱলীয়ে দিয়ে।

শাসনাৱলীৰ পাছতে অসমীয়া ভাষাৰ প্ৰথম স্তবক স্পষ্ট আৰু অকাট্য নিদৰ্শন দাঙি ধৰে বৌদ্ধ সহজীয়া সিদ্ধসকলে ৰচনা কৰা 'চৰ্যাপদ' বা দোহাৱলীয়ে। এই চৰ্যাপদৰ ৰচনাকাল খ্ৰিষ্টীয় দশমৰপৰা দ্বাদশ শতাব্দীৰ ভিতৰত ধৰা হয়। ২৩ জন সিদ্ধৰ আঠৈ কুৰি গীত 'চৰ্যাপদ'ত সন্নিবিষ্ট আছে। চৰ্যাকাৰ বা দোহাৰচকসকলৰ লুইপাকে আদি কৰি দুই-একজন কামৰূপৰ লোক আছিল বুলি বিভিন্ন উৎসৰপৰা বিশ্বাসযোগ্যভাৱে জানিব পৰা যায়। মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে নেপালৰ ৰাজ গ্ৰন্থাগাৰৰ পৰা ১৯০৭ চনত চৰ্য্যাগীতি সংকলনটি সংগ্ৰহ কৰে। নেপালত পোৱা এই সংকলনটিৰ প্ৰকৃত নাম 'চৰ্য্যাশ্চৰ্য্য-বিনিশ্চয়'। শাস্ত্ৰী মহাশয়ে ১৯১৬ চনত 'হাজাৰ বছৰেৰ পুৰাণ বাঙলা-ভাষায় বৌদ্ধ গান ও দোহা' নামে প্ৰকাশ কৰি এই গীতসমূহক বঙলা ভাষাৰ একচেতীয়া সম্পত্তি কৰাৰ প্ৰয়াস কৰে আৰু তেতিয়াৰ পৰা বঙালী সাহিত্যিকসকলে নিজস্ব-ৰূপে দাবী সাব্যস্ত কৰি আহিছে। কিন্তু নিৰপেক্ষ দৃষ্টিৰে চাবলৈ গলে এই চৰ্য্যাগীত বোৰৰ ভাষাত কেৱল বাঙলা ভাষাৰে নহয়, পূৰ্বাঞ্চলৰ সকলো কেইটা ভাষাৰে আদিম ৰূপ সোমাই আছে। সিদ্ধাচাৰ্য্যসকলে এটা সীমিত অঞ্চলৰ কাৰণে তেওঁলোকৰ গীতবোৰ ৰচনা কৰা নাছিল, বৰং এটা ব্যাপক অঞ্চলক উদ্দেশ্য কৰিহে এই গীতবোৰ ৰচনা কৰিছিল। দোহাৰচকসকল বিভিন্ন অঞ্চলৰ লোক আছিল, কেৱল বঙ্গদেশৰ নহয়। তেওঁলোকে সেই কাৰণে প্ৰাচ্য অপভ্ৰংশৰ শেষ স্তৰৰ ভাষাহে মাধ্যমৰূপে গ্ৰহণ কৰিছে। যি হেতুকে ভাষাৰ এই স্তৰটোত অসমীয়া, বঙলা, উৰিয়া, ভোজপুৰী আদি ভাষাই বিকাশৰ স্বতন্ত্ৰ পথত ভৰি দিয়া নাছিল, সেই কাৰণে এই সকলবোৰ ভাষাৰ কিছু কিছু

বৈশিষ্ট্য চৰ্য্যাগীতৰ ভাষাত বিচাৰি পোৱাটো স্বাভাৱিক কথা। চৰ্য্যাগীতসমূহত পূৰ্ব্বী অপভ্ৰংশৰে কেৱল নহয়, শৌৰসেনী, অৰ্দ্ধমাগধী অপভ্ৰংশৰো কিছু কিছু ৰূপ পৰিলক্ষিত হয় বুলি ডক্টৰ সুনীতি কুমাৰ চট্টোপাধ্যায়ে কৈছে। গতিকে চৰ্য্যাপদসমূহৰ ভাষাত কেৱল বঙলাৰে নহয়, সমানভাবেই অসমীয়া ভাষাৰ আদিম ৰূপ সংৰক্ষিত আছে। কেৱল সেয়ে নহয়, বঙলাত নথকা অথচ অসমীয়া ভাষাৰ অপৰিহাৰ্য্য অঙ্গ স্বৰূপ কিছু নিজা বৈশিষ্ট্য চৰ্য্যাপদত লক্ষ্য কৰা যায়। সেই কাৰণেই চৰ্য্যাপদ অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জীৰ মঙ্গলাচৰণ বুলি কব পাৰি। আমি তলত চৰ্যাপদৰ ভাষাৰ বৈশিষ্ট্য বিশেষকৈ অসমীয়াৰ লগত সঙ্গতি থকা বৈশিষ্ট্য সমূহ আলোচনা কৰিলোঁ।

(১) অসমীয়া ভাষাত নিষেধাৰ্থক ন ক্ৰিয়াৰ আগত বহে, কিন্তু বঙলা ভাষাত ক্ৰিয়াৰ পাছতহে বহে। চৰ্য্যাপদত নিষেধাৰ্থক ন সাধাৰণতে ক্ৰিয়াৰ আগতেই বহা দেখিবলৈ পোৱা যায়, যেনে ন ছাড় অ, নচ্ছুপই (৬), ন জানী (৬)।

(২) অতীত কালৰ ক্ৰিয়াত ল, ইল, ইলা আদি প্ৰত্যয় অসমীয়াৰ দৰেই ব্যৱহাৰ হৈছে। অৱশ্যে এই বৈশিষ্ট্য মাগধী প্ৰাকৃতৰ পৰা উদ্ভৱ সকলো কেইটা ভাষাৰে বৈশিষ্ট্য। উদাহৰণ যেনে—চোৰে নিল (২), মেলিলি (৮), বিবাহে চলিলা (১৯), পাড়িলা (২৮), পোহইল (২৮), পোহাইল (২৮), বি আৱল (৩৩)

(৩) অন্তে, প্ৰত্যয়ান্ত বৰ্ত্তমান কৃদন্ত ( Present participle ) পদৰ ব্যৱহাৰ বৈষ্ণৱ যুগৰ অসমীয়াৰ দৰে চৰ্য্যাতো ব্যৱহাৰ হোৱা দেখা যায়। যেনে—জীঅন্তে (২২), সুনন্তে (৩০), আচ্ছন্তে (৩২)। পুৰণি অসমীয়াত যেনে 'ফুৰন্তে ৰজনী গৈলা ক্ষয়।'

(৪) অসমাপিকা ক্ৰিয়াৰ ই প্ৰত্যয় চৰ্য্যাতো ব্যৱহাৰ হৈছে। গই (২) গৈ, উঠি (২১)। পুৰণি অসমীয়াত 'ই' প্ৰত্যয়ৰ উপৰিও 'ইয়া' ব্যৱহাৰ হৈছিল। চৰ্য্যাগীততো তাৰ নিদৰ্শন আছে, যেনে—মাৰিআ (১১), লইআ (২৮)। 'ইঅ'ৰ প্ৰয়োগ লক্ষণীয়, যেনে—পুচ্ছিঅ জান (১)।

(৫) একেটা শব্দত ক্ৰমাগত দুটা আ-কাৰ থাকিলে, সাধাৰণতে অসমীয়াত আগৰটো অ-কাৰলৈ পৰিণত হয়, যেনে—চাকা>চকা, পাখা>পখা। চৰ্য্যাপদতো এই বৈশিষ্ট্য লক্ষ্য কৰা যায়, চকা (১৪)।

(৬) নিত্য বৰ্ত্তমান কালত পুৰণি অসমীয়াত ( বৈষ্ণৱ যুগত ) কৰৈ, ( কৰে ), ধৰৈ ( ধৰে ), আদি ৰূপ পাওঁ। চৰ্য্যাপদতো তেনেৰূপ বৰ্ত্তমান, যেনে—সাংকম পড়ই, নিভৰ তৰই (৫)।

(৭) ভবিষ্যত কাল বুজাবলৈ ধাতুৰ পাছত ইব প্ৰত্যয় বা বিভক্তিৰ ব্যবহাৰ বৰ্ত্তমান অসমীয়াৰ সৈতে একে, যেনে—হোইব পাৰগামী (থ), কৰিব নিবাৰ্ণ (৭)।

(৮) শব্দৰূপত বা শব্দবিভক্তি প্ৰয়োগতো চৰ্য্যাপদ আৰু বৰ্তমান অসমীয়াৰ মিল যথেষ্ট পৰিমাণে লক্ষ্য কৰা যায়। ষষ্ঠী বিভক্তিৰ 'ৰ', হৰিণীৰ (৬), সপ্তমীৰ 'ত', দুৱাৰত (৩) সাঙ্কমত (৫), আৰু 'এ', ঘৰে (১১), বাহিৰে (১০), তৃতীয়াৰ এ আৰু ৰে, উজু বাটে গেলা (১৫), মাঝেৰে (১৪), কুঠাৰে (৪৫), প্ৰথমাৰ এ, যেনে চোৰে নিল (২) কুম্ভীৰে (২) খাই। চতুৰ্থীৰ 'ক' আৰু 'লই' কুল লই খৰে সোন্তে উঝাঅ (৩৮)।

কিছুমান অত্যন্ত ঘৰুৱা অসমীয়া শব্দৰ ব্যৱহাৰ চৰ্য্যাপদত দেখা যায়; বঙলাত এইবোৰ শব্দৰ ব্যৱহাৰ নাই বা অতি বিৰল। এনে শব্দৰ উদাহৰণ দুলি (দুৱা), ঘৰ, থিৰ (স্থিৰ) থাহী (থাউনি), ডমৰু, চকা, পানী, উজু, বাট, যৌতুক, বিআন (বিয়ন), ডাল, ডালি, ঘিণ, বপা, হাড়ী, ভাত, গোহালী, কুঠাৰ, মই, পহাৰী (পোহাৰী), খৰ (খৰ সোন্ত), সামায় (সোমায়) বহল (বহল বাট ২৬) চঙালি (চঁচালি) ইত্যাদি।

ওপৰত আমি চৰ্য্যাপদৰ ভাষাগত বা ব্যাকৰণগত কিছুমান বৈশিষ্ট্য এতিয়াৰ অসমীয়াৰ লগত যে মিলি যায় সেইখিনি প্ৰদৰ্শন কৰিলো। তাৰ বাহিৰেও চৰ্য্যাপদৰ ভাষাত আন যিবোৰ লক্ষণ বা বৈশিষ্ট্য আছে সেইবোৰৰ লগত বৰ্তমান অসমীয়াৰ হুবহু মিল নেথাকিলেও, সেইবোৰ যে বিবৰ্ত্তিত অসমীয়াৰ প্ৰাথমিক ৰূপ সেই বিষয়ে সন্দেহ নাই। তলত চৰ্য্যাপদৰ ভাষাৰ আন কিছুমান বিশেষত্ব দাঙি ধৰা হল।

(১) প্ৰাকৃতৰ সমীভূত যুক্তব্যঞ্জন সৰল হৈ পূৰ্ব্ববৰ্ত্তী হ্ৰস্বস্বৰ দীৰ্ঘ হৈছে। মাঝে<মাঝ্ঝে < মধ্যেন।

(২) পদান্তৰ স্বৰযুক্ত ব্যঞ্জনধ্বনি সাধাৰণতে সংৰক্ষিত হৈছে; কিন্তু ক্ৰিয়া বা কৃদন্ত শব্দৰ স্বৰযুক্ত ব্যঞ্জন লোপ পাই ইঅ বা ই লৈ ৰূপান্তৰিত হৈছে, যেনে:— ভণতি > ভণই, জ্বলিত > জ্বলিঅ, ভবিঃ > ভইঅ > ভই।

(৩) 'কাৰ্য', 'কৰ'—এই দুই শব্দৰ পৰা উদ্ভূত 'ক' বিভক্তি আৰু ষষ্ঠীৰ 'ৰ' 'অৰ' বিভক্তিত তৃতীয়া—সপ্তমীৰ 'এ' যোগহৈ গৌণকৰ্ম আৰু সম্প্ৰদান কাৰক গঠিত হৈছে। তদুপৰি চতুৰ্থীত 'লই' বিভক্তিও লক্ষ্য কৰো। উদাহৰণ যথা—৬ষ্ঠী ৰুখেৰ, হৰিণীৰ; কৰ্ম-সম্প্ৰদানৰ উদাহৰণ। যথা—বাহৰকে পাৰই মতি এ ঠাকুৰক।

(৩) য় শ্ৰুতি ৱ শ্ৰুতিৰ ব্যৱহাৰ লক্ষ্য কৰা যায় ; যেনে—নিকটে > নিয়ড়ি, আয়াতি > আৱই ।

(৪) হ্ৰস্ব, দীৰ্ঘ উচ্চাৰণ, স, ষ, শ, ন, ণ, জ, য—এই কেইটা বৰ্ণৰ বিশেষ পাৰ্থক্য ৰখা দেখা নাযায় । অৱশ্যে দন্ত্য স, মূৰ্দ্ধ ণ, আৰু বৰ্গ্য জ ৰ সমধিক ব্যৱহাৰ লক্ষ্য কৰা যায় । অসমীয়া ভাষাত লিখিত ৰূপত এই বৰ্ণ কেইটা আছে যদিও স্বতন্ত্ৰ উচ্চাৰণ নাই ।

(৫) প্ৰাকৃত স্তৰতে দ্বি বচন লোপ পোৱাত চৰ্য্যাপদতো তাৰ ব্যৱহাৰ নাই। বহুবচন ৰূপাভাৱৰ কাৰণে এতিয়াৰ দৰে ঠায়ে ঠায়ে স্বতন্ত্ৰ অনুসৰ্গ বা শব্দ ব্যৱহাৰ কৰিছে । সকল, লোক, জন আদি শব্দৰ প্ৰয়োগ লক্ষ্যণীয় । কিন্তু সাধাৰণতে বহুবচন একবচনৰ প্ৰভেদ অৰ্থৰ দ্বাৰাহে প্ৰতীতি হয় ।

(৬) কৰ্ত্তা স্ত্ৰী লিঙ্গ হলে অতীত কালৰ ক্ৰিয়াও স্ত্ৰী লিঙ্গ হৈছে ; বিশেষ্যক অনুগমন কৰি বিশেষণো সেই লিঙ্গৰ হৈছে—যেনে নিশি অন্ধাৰী, সোনে ভৰিতি কৰুণা নাৰী ( ৩৮ ) কাহেৰি শংকা ( ৩৭ )। ষষ্ঠী পদক বিশেষণৰ দৰে গণ্য কৰা হৈছিল ।

(৭) সাধাৰণতঃ এইবোৰ সৰ্বনামৰ ৰূপ ব্যৱহাৰ হোৱা দেখা যায়—অপন, অহ্মে, তুহ্মা, মই, জো, সো, জে, তে, সব, কেহো, তোহাৰ, তোহাৰি, তো এ, তই, তুমহে, তো, তোহোৰ, তসু, কাহেৰ, জাহেৰ, মোৰ, হাউ, মো, জইসন, তোহেৰ, জইসা, তোৰা ( তোৰ ). জাসু তাসু, নিঅ ( নিজ ), মোৰ ।

ওপৰত উল্লেখ কৰা সৰ্বনামৰ বিভিন্ন ৰূপৰ ভিতৰত বহুতখিনি আমাৰ বৈষ্ণব সাহিত্যত লক্ষ্য কৰা যায় । মই, মোৰ, তই, নিজ, আদি কেইটামান ৰূপ বৰ্তমান অসমীয়াৰ প্ৰচলিত ৰূপ ।

(৮) অনুজ্ঞাৰ ক্ৰিয়াত অ আৰু হু—এই দুটা বিভক্তিৰ প্ৰয়োগ দেখা যায়। অসম্মানাৰ্থে অ আৰু সম্ভ্ৰমাৰ্থে হু ব্যৱহাৰ কৰা যেন লাগে ।

(১) সদগুৰু বঅনে ধৰ পতৱাল ।

(২) চী অ থিৰ কৰি ধৰহু ৰে নাই । (৩৮)

(৩) কুল লই খৰে সোন্তে উজাঅ

অনুজ্ঞাৰ 'অ' বিভক্তি অসমীয়াত এতিয়াও প্ৰচলিত ।

বাক্যবিন্যাস প্ৰণালীৰ এটা বৈশিষ্ট্য হ'ল কৰ্ম-ভাববাচ্যাত্মক ৰীতিৰ প্ৰয়োগ। পুৰণি বৈষ্ণব সাহিত্যত এনে প্ৰকাশ ৰীতি পোৱা যায় । যেনে—"হৰিণা-হৰিণীৰ নিলয় ন জানী" ( হৰিণা-হৰিণীৰ নিলয় জনা নাযায় )। তৰঙ্গতে হৰিণাৰ খুৰ ণ

দীসই ( তৰঙ্গগাতিত হৰিণাৰ খুৰা দেখা নাযায় ) ডক্টৰ কাকতিয়ে ক্ৰিয়াত 'ই' আৰু 'ইয়' সংযোগ কৰি কৰ্মভাববাচ্যাত্মক বাক্য ৰচনা কৰাৰ উদাহৰণ দেখুৱাই অসমীয়া ভাষাৰ গঠন আৰু বিকাশ পুথিত যথেষ্ট দাঙি ধৰিছে, যেনে—"নবুজি তোমাৰ লীলা।" "প্ৰবল পুৰুষ সমে বিবাদ নকৰিব।" এই বাক্য দুটাৰ অৰ্থ হল তোমাৰ লীলা বুজা নাযায়। প্ৰবল পুৰুষৰ সৈতে বিবাদ কৰা অনুচিত।

মুঠতে কবলৈ গলে চৰ্য্যাপদসমূহৰ ভাষাত অসমীয়া ভাষা-সাহিত্যৰ আৰম্ভণি কালছোৱাৰ বহুখিনি বৈশিষ্ট্য সোমাই আছে। সেই কাৰণেই ডক্টৰ কাকতিয়ে চৰ্য্যাপদক অসমীয়া-বঙলা আদিয়ে স্বতন্ত্ৰ ৰূপ পোৱাৰ অব্যৱহিত পূৰ্বাৱস্থাৰ নিদৰ্শন বুলি অভিমত দাঙি ধৰিছে। দৰাচলতে চাবলৈ গলে চৰ্য্যাগীতৰ ভাষাই বঙলাতকৈ অসমীয়া ভাষাৰ প্ৰাচীন বৈশিষ্ট্যহে অধিক পৰিমাণে সংৰক্ষণ কৰিছে।

চৰ্য্যাপদৰ পাছত অসমীয়া ভাষাৰ প্ৰাচীন নিদৰ্শন হেম সৰস্বতীৰ উদ্ভৱকাল পৰ্য্যন্ত অৰ্থাৎ খ্ৰিষ্টীয় চতুৰ্দ্দশ শতাব্দী পৰ্য্যন্ত নাপাওঁ। মৌখিক গীত বা লোকগীত যে লিখিত সাহিত্যৰ আগতে জনসমাজত প্ৰচলিত আছিল সেই বিষয়ে হয়তো সন্দেহ নাই। কিন্তু বৰ্ত্তমান আমি সেইবোৰ যিটো ৰূপত পাইছো, সেইটো বহু পৰবৰ্ত্তী অৰ্বাচীন ৰূপ। যুগে যুগে মুখ বাগৰি আহি লোকগীতে পুৰণি ৰূপ সলাই নতুন ৰূপ পৰিগ্ৰহ কৰে, অৰ্থাৎ ভাষাই মোট সলাই সময়ৰ লগে লগে নতুন হৈ আহি থাকে। গতিকে দ্বাদশ শতিকাৰ আগৰ ভাষাৰ ঐতিহ্য বহন কৰা লোকগীতৰ কোনো নমুনা আমাৰ হাতত নাই, যি আছে সি পৰবৰ্ত্তীকালৰ ভাষাৰহে নমুনা। ডাকৰ বচন সম্পৰ্কেও একেই মন্তব্য খাটে। ডাকপুৰুষ কিম্বদন্তীমূলক কাহিনী মতে ষষ্ঠ-শতিকাৰ লোক। কিন্তু ডাক পুৰুষৰ ঐতিহাসিকতা সম্পৰ্কে সন্দেহৰ যথেষ্ট থল আছে। ডাকৰ বচন কেৱল অসমতেই নহয়, উত্তৰ ভাৰতৰ বহু অঞ্চলত বিভিন্ন প্ৰান্তীয় ৰূপত ডাকৰ বচন প্ৰচলিত আছে আৰু ডাকৰ জন্ম-সম্পৰ্কেও কিম্বদন্তী প্ৰচলিত আছে। গতিকে ডাকৰ ঐতিহাসিকতা আৰু সময় নিৰূপণ কৰা একপ্ৰকাৰ বৃথাচেষ্টা বুলি ক'ব পাৰি। ডাকৰ বচনবোৰৰ উৎপত্তি হয়তো যথেষ্ট প্ৰাচীন কালতে হয়, কিন্তু সেইবোৰে মুখ বাগৰি আহি আধুনিক ৰূপ লোৱাত অন্ততঃ দ্বাদশ শতিকাৰ আগৰ কোনো ভাষাগত ৰূপ বা বৈশিষ্ট্য তাত বিচাৰি নাপাওঁ।

এতিয়া আমি দ্বাদশ শতিকামানত নব্য ভাৰতীয় আৰ্য্য ভাষা ৰূপে অসমীয়াই সম্ভৱতঃ কেনেকুৱা ৰূপ লৈছিল তাৰ চমু আভাস দিবলৈ চেষ্টা কৰোঁ।

(১) প্ৰাকৃতৰ সমীভূত যুক্তব্যঞ্জন সৰল হৈ এটা ব্যঞ্জনত পৰিণত হৈছে আৰু

পূৰ্ববৰ্ত্তী হ্ৰস্বস্বৰ দীৰ্ঘ হৈছে, যেনে দীৰ্ঘ>দিগ্ঘ>দীৰ্ঘ।

(২) যুক্ত ব্যঞ্জন ধ্বনিৰ অব্যৱহিত পূৰ্ববৰ্ত্তী নাসিকা ধ্বনি ক্ষীণ হৈ অৱশেষত লুপ্ত পালে যদিও পূৰ্ববৰ্তী স্বৰধ্বনি অনুনাসিক হৈ গল। সন্ধ্যা>সঞ্ঝা> সাঁজ। কিন্তু এই লক্ষণ বৈষ্ণৱ যুগত প্ৰকটভাৱে দেখা দিয়া নাছিল। বৈষ্ণৱ সাহিত্যত দাঁত, গাঁও, সাঁজ আদিৰ প্ৰয়োগ বিশেষ দেখা নেপাওঁ। হয়তো তৎসম শব্দৰ প্ৰতি মোহ থকাৰ কাৰণে সাহিত্যত কথিত ৰূপ ব্যৱহাৰ নকৰিছিল।

(৩) আগে পাছে স্বৰধ্বনি যুক্ত ড, ঢ বেছিভাগ ক্ষেত্ৰত ড় ঢ় লৈ পৰিণত হয়, যেনে—দণ্ড>দণ্ড>দাঁড়>, বেষ্ট>বেট্ঠ<বেঠ>বেঢ>বেঢ়।

(৪) পদান্ত অথবা পদমধ্যবৰ্ত্তী ই+অ, উ+আ যথাক্ৰমে ই আৰু উ লৈ পৰিণত হৈছে, যথা—ঘিঅ>ঘি, মট্টিআ>মাটি,

(৫) সংস্কৃতৰ বা প্ৰাকৃতৰ আধুনিক স্তৰত তিনি লিঙ্গৰ ব্যাকৰণগত প্ৰভেদ নথকা হ'ল। চৰ্য্যাপদসমূহত সম্পূৰ্ণ নহলেও অৱস্থাভেদে কিছু লিঙ্গ ভেদ ৰক্ষা কৰিছিল। কিন্তু নব্য ভাৰতীয় আৰ্য্য ভাষাৰ স্তৰত ব্যাকৰণগত লিঙ্গ নোহোৱা হ'ল।

(৬) কাৰকৰ বিভক্তিৰ ক্ষেত্ৰত সংস্কৃত বিভক্তিৰ পৰিবৰ্ত্তে নতুন অনুসৰ্গ কিছুমান সংযুক্ত কৰি কাৰক নিৰ্দ্দেশ কৰা ৰীতি প্ৰচলিত হ'ল।

অন্তৰ পৰা উদ্ভৱ হোৱা ত, 'কৰ'ৰ পৰা উদ্ভৱ হোৱা 'ৰ' কৃত'ৰ পৰা উদ্ভৱ হোৱা 'ক', 'এন'ৰ পৰা উদ্ভৱ হোৱা এ, 'হস্ত'ৰ পৰা উদ্ভৱ হোৱা হস্ত+এ>হস্তে, লগ্ন>লগ্গ>লাগ>লাগি>লাই>লই>লৈ—এই সকলোবোৰ অনুসৰ্গ যথাক্ৰমে সপ্তমী, ষষ্ঠী, দ্বিতীয়া, তৃতীয়া, পঞ্চমী, চতুৰ্থীৰ বিভক্তিৰূপে ব্যৱহাৰ হবলৈ আৰম্ভ কৰে। পাছলৈ 'হস্তে'ৰ ঠাইত 'পৰা' আৰু কৰণ কাৰকৰ বিকল্প বিভক্তিৰূপে 'এদি' আৰু 'এৰে', ও প্ৰয়োগ হোৱা দেখা যায়। চৰ্য্যাপদত এনে অনুসৰ্গ সংযুক্ত হৈ কাৰক বিভক্তিৰ কাম কৰা আমি লক্ষ্য কৰি আহিছোঁ। পুৰণি অসমীয়াত ষষ্ঠী বিভক্তি ৰূপে কেৰ, ক, এৰ, কহু, আদি প্ৰয়োগ হোৱাও দেখা পাওঁ।

(৭) নবীন অসমীয়া ভাষাত সংস্কৃতৰ কেৱল বৰ্ত্তমান আৰু অনুজ্ঞা ক্ৰিয়াৰ ৰূপ অৱশিষ্ট থাকিল যেনে—চলতি>চলই>চলে, ভণতি>ভণই>ভণে। চল (অনুজ্ঞা) চল্, ধৰ>ধৰ্। বিভিন্ন অতীত আৰু ভবিষ্যত কালৰ ক্ৰিয়াৰ বিভক্তি সৃষ্টি হৈছে ক্ত প্ৰত্যয়, তব্য প্ৰত্যয় আৰু শতৃ প্ৰত্যয়ৰ পৰা ইয়াৰ প্ৰায়বোৰ ৰূপেই আমি চৰ্য্যাপদৰ ভাষাত দেখা পাওঁ।

(৮)সংস্কৃত বা প্ৰাকৃতৰ বহুবচনৰ বিভক্তিৰ পৰিবৰ্তে নব্যভাৰতীয় আৰ্য্যভাষাত,

তথা অসমীয়াতো স্বতন্ত্র শব্দ প্ৰয়োগ কৰি বহুবচন বুজুৱা ৰীতি প্ৰচলিত হ'ল। ইয়াৰ বৎসামান্য আৰম্ভণি চৰ্য্যাপদত দেখা পাওঁ। পাছলৈ সংচালণিৰূপে এই ৰীতি প্ৰয়োগ হবলৈ ধৰে। সকল, গণ, সব, হঁত, বোৰ, বিলাক আদি বহুবচন বুজুৱা শব্দ বিশেষ্য আৰু সৰ্বনামৰ পাছত ব্যবহাৰ কৰি বহুবচন গঠন কৰা নিয়ম প্ৰৱৰ্তিত হ'ল।

(৯) উচ্চাৰণ ক্ষেত্ৰত আমি কোনো কথা সঠিককৈ কব নোৱাৰো, কাৰণ দ্বাদশ শতিকামানত বৰ্ণবোৰ কেনে ধৰণে উচ্চাৰিত হৈছিল জানিবৰ কোনো উপায় নাই। আজি কালি লিঙ্গুৱাফোন, টেপ্ ৰেকৰ্ড আদিৰ দ্বাৰা কোৱা কথা সংৰক্ষণ কৰিব পাৰি, পুৰণি কালত সেই সুবিধা নাছিল। তথাপি এই কথা নিশ্চিতভাৱে কব পাৰি যে আৰ্য্যভাষাভাষীসকল অনাৰ্য্য ভাষাভাষীৰ ঘনিষ্ঠ সম্পৰ্কত অহাৰ ফলত আৰু বহুতো অনাৰ্য্য ভাষাভাষীয়ে বিভিন্ন কাৰণত আৰ্য্যভাষা গ্ৰহণ কৰাৰ ফলত সংস্কৃত বা প্ৰাকৃতৰ বৰ্ণবোৰৰ উচ্চাৰণ বিশুদ্ধ বা অবিকৃত হৈ নাথাকিল। তাৰ কিছু ইঙ্গিত আমি তামৰ ফলিৰ লেখা আৰু চৰ্য্যাপদতো পাওঁ। ৰাজ-শাসনাৱলীত দন্ত্য 'স'ৰ প্ৰতি প্ৰবণতা, চৰ্য্যাপদত 'ৰৱ ঠাইত' 'জৱ' সঘন প্ৰয়োগ, দন্ত্য-মূৰ্দ্ধণ্যৰ মিশ্ৰিত ব্যৱহাৰ আদি বৈশিষ্ট্যই উচ্চাৰণ যে কিছু শিথিল হৈছিল তাৰ আভাস দিয়ে। তাম্ৰশাসনাৱলীৰ দৰে আমি পুৰণি অসমীয়া সাঁচিপাতিয়া পুথিত শ, স, ষ, ৰ প্ৰভেদ বা ন ণৰ প্ৰভেদ ৰক্ষা কৰাত বৰ গুৰুত্ব নিদিছিল। ইয়াৰ প্ৰধান কাৰণ হল উচ্চাৰণত এই প্ৰভেদ নাৰাখিছিল। তিব্বত-বৰ্ম্মী আৰু অষ্ট্ৰিক জনগোষ্ঠীৰ ভাষাৰ যথেষ্ট শব্দ আৰু প্ৰকাশ ৰীতি বা ঠাচে অসমীয়া ভাষাক গঢ় দিয়াতো যথেষ্ট বৰঙণি যোগায়।

**সাহিত্য ঃ** দ্বাদশ শতিকাৰ পূৰ্বৰ সাহিত্য বুলিলে প্ৰধানকৈ সংস্কৃত সাহিত্যহে বিচাৰ কৰিব লাগিব। অৱশ্যে দশম দ্বাদশ-শতাব্দীৰ ভিতৰতে চৰ্যাগীত-সমূহো পৰে। ৺হেমচন্দ্ৰ গোস্বামীয়ে তেওঁৰ 'অসমীয়া সাহিত্যৰ চানেকি'ত লোক-গীতসমূহ আৰু মন্ত্ৰপুথিবোৰ এই কালছোৱাতে ৰচিত হয় বুলি মত প্ৰকাশ কৰি গৈছে। তেখেতকে অনুসৰণ কৰি আন দুই এজনেও অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ আদি কালছোৱা লোকগীতৰ যুগ বুলি কবলৈ প্ৰয়াস কৰিছে কিন্তু লোকগীতসমূহ কি কাৰণে দ্বাদশ শতিকাৰ আগৰ সাহিত্যৰূপে আলোচনা কৰিব নোৱাৰো তাৰ কাৰণ ইতিপূৰ্বে ব্যক্ত কৰিছো। লিখিত সাহিত্যৰ আগতে চহা কবিয়ে যে মনৰ স্বতঃস্ফূৰ্ত আবেগ গীতমাতৰ যোগেদি প্ৰকাশ কৰিছিল সেই বিষয়ে সন্দেহ নাই, কিন্তু আমি বৰ্তমানে যুগ পৰাকি অহা যিবোৰ গীতমাত পাইছো সেইবোৰক দ্বাদশ

শীতকাৰ আগলৈ ঠেলিব নোৱাৰি। গতিকেই সেইবোৰৰ আলোচনাও নিষ্প্ৰয়োজন বুলি ভাবো। মন্ত্ৰপুথি সম্পৰ্কেও একে মন্তব্যই খাটে, কাৰণ মন্ত্ৰবোৰত থকা বীজ-কেইটাৰ বাহিৰে বাকীবোৰৰ ভাষা নিতান্তই অৰ্বাচীন। কিছুমানৰ ভাষা বৈষ্ণৱ যুগৰ কিছুমানৰ তাৰো পৰৱৰ্ত্তী বুলি অনুভব হয়। কামৰূপ তন্ত্ৰমন্ত্ৰৰ দেশ বুলি প্ৰাচীন কালৰ পৰাই এটি সুনাম বা দুৰ্নাম প্ৰচলিত আছে। মাধবাচাৰ্য্য বা বিদ্যাৰণ্যৰচিত 'শঙ্কৰ-দিগ্বিজয়' গ্ৰন্থত কামৰূপৰ অভিনৱ গুপ্তই তন্ত্ৰমন্ত্ৰ কৰি শঙ্কৰাচাৰ্য্যৰ ভগন্দৰ ৰোগ জন্মোৱা বুলি উল্লেখ আছে। গুৰু নানকৰ 'জনম সাখী'ত পোৱা যায় যে কামৰূপলৈ আহোঁতে তেওঁৰ শিষ্য সহচৰ মৰ্দানাক কুমন্ত্ৰ কৰি ভেড়ালৈ পৰিণত কৰিছিল। তান্ত্ৰিক পীঠ হিচাপে কামৰূপ নাম জনাজাত। মহাযানী তান্ত্ৰিক শাখা বজ্ৰযানেও কামৰূপত অনুপ্ৰৱেশ কৰাৰ প্ৰমাণ ইতিহাসে নিদিয়াকৈ নাথাকে। গতিকে তন্ত্ৰমন্ত্ৰৰ প্ৰভাৱে জনসাধাৰণৰ মনত খোপনি পুতি লোৱাটোত আচৰিত হবলগীয়া একো নাই। কিন্তু তন্ত্ৰবোৰৰ ভাষা সংস্কৃত। জনসমাজত প্ৰচলিত ৰোগব্যাধি নিবাৰণ, ভূতপ্ৰেত দূৰীকৰণ, শত্ৰুদমন, বশীকৰণ আদি মন্ত্ৰ কিছুমানৰ ভাষাহে অসমীয়া। এই মন্ত্ৰবোৰৰ মাজে মাজে হ্ৰীং, হুং আদি বীজাক্ষৰ দুই এটা সোমাই থাকিলেও ছন্দগন্ধী অসমীয়া ভাষাহে ইয়াৰ প্ৰকাশ মাধ্যম। কিন্তু মূলতে মন্ত্ৰত ব্যৱহাৰ কৰা ভাষাৰ স্বৰূপ মূলতঃ যিয়েই নাথাকক, স্বল্পাক্ষৰী বেজসকলৰ মুখ বাগৰি আহোঁতে আহোঁতে মন্ত্ৰবোৰৰ ভাষাই অৰ্বাচীনত্ব লাভ কৰিছে। বৰ্ত্তমানে মন্ত্ৰ পুথিবোৰত যি ভাষা পাওঁ সেই ভাষা বৈষ্ণৱ যুগৰ আগৰ নহয়, বৰং পাছৰহে।

সংস্কৃত সাহিত্যৰ যথেষ্ট চৰ্চা অসমত হোৱাৰ প্ৰমাণ পোৱা যায়। কালৰ নিঠুৰ হাতৰ পৰশত বহুতো সংস্কৃত পুথি লুপ্ত পালে। বাৎসৰিক বানপানী, ৰাজভগন, মান-গৰাণৰ অত্যাচাৰ, অবৈজ্ঞানিক সংৰক্ষণ আদি কাৰণে বহুতো সংস্কৃত আৰু অসমীয়া পুথি নষ্ট বা লুপ্ত পালে। তথাপি যিখিনি পুথি উদ্ধাৰ হৈছে বা থকাৰ সন্ধান পোৱা গৈছে সেইবোৰেই প্ৰাচীন অসমত সংস্কৃত চৰ্চাৰ অভ্যুদয়ৰ স্পষ্ট আভাস দিয়ে। এইখিনিতে এটা কথা আমি মনত ৰাখিব লাগিব যে প্ৰাচীন অসম বা কামৰূপৰ ৰাজভাষা আছিল সংস্কৃত। প্ৰাচীন অসমৰ ৰজাসকলৰ কথা বাদ দিলেও, সৌ সিদিনালৈকে আহোম ৰজাসকলেও পৰ-ৰাষ্ট্ৰলৈ চিঠি দিওঁতে সাধাৰণতে সংস্কৃতেই ব্যৱহাৰ কৰিছিল। গতিকে প্ৰাচীন ভাৰতৰ ধৰ্মনীতি, কাব্য, ৰাজনীতি, দৰ্শন আদিৰ বাহনৰূপে আৰু ৰাজকীয় শাসনকাৰ্য্যৰ ভাষাৰূপেও সংস্কৃতৰ যথেষ্ট আদৰ প্ৰাচীন কামৰূপত আছিল। তলত আৰু কিছু পৰিচয় দিবলৈ চেষ্টা কৰা হল।

সম্ভৱতঃ পালকাপ্যমুনিৰ 'হস্ত্যায়ুৰ্বেদ' খনেই অসমত ৰচিত প্ৰাচীনতম পুথি। লৌহিত্য নদীয়ে হিমালয়ৰপৰা নামি যি ঠাইৰ পৰা পশ্চিমাভিমুখী হৈ সাগৰলৈ গতি কৰিছে সেই ঠাইতে মহৰ্ষি সামগায়নৰ পুত্ৰ পালকাপ্যৰ আশ্ৰম আছিল বুলি হস্ত্যায়ুৰ্বেদত উল্লেখ আছে। ব্ৰহ্মকুণ্ড বা পৰশুৰামকুণ্ডৰ ওচৰে পাজৰে এই আশ্ৰম নিশ্চয় আছিল। ইয়াৰ কাষতে মহৰ্ষি ভাৰ্গৱৰো আশ্ৰম বুলি উক্ত পুথিত বৰ্ণিত হৈছে। মহামহোপাধ্যায় ৺হৰপ্ৰসাদ শাস্ত্ৰীয়ে 'হস্ত্যায়ুৰ্বেদ' খ্ৰিষ্টপূৰ্ব কেবা শতিকাৰ আগতে ৰচনা কৰা বুলি অভিমত দাঙি ধৰিছে, কিন্তু কোনো কোনোৱে আকৌ খ্ৰিষ্টীয় দ্বিতীয় শতিকামানত ৰচিত হয় বুলিও কব খোজে। এসময়ত যে পৰশুকুণ্ডৰপৰা আৰম্ভ কৰি অৰুণাচলৰ কিছু অংশলৈ আৰ্য্যসংস্কৃতিয়ে বিস্তৃতি লাভ কৰিছিল তাৰ প্ৰমাণ অধুনা উদ্ধাৰ হোৱা মঠ-মন্দিৰ, মূৰ্ত্তি আৰু পুৰণি নগৰৰ ধ্বংসাৱশেষে দাঙি ধৰে। 'হস্ত্যায়ুৰ্বেদ'ৰ ৰচনাৰ লগত অঙ্গদেশৰ এজন কাল্পনিক ৰজাৰ নাম জড়িত হলেও পুথিখনৰ অন্তৰঙ্গ প্ৰমাণে অসমত ৰচিত হৈছিল বুলি ভাবিবৰ যথেষ্ট সমল দিয়ে। পুথিখনত হস্ত শিক্ষা, হাতীৰ প্ৰকাৰ, হাতীৰ বেমাৰ-চিকিৎসা আদিৰ বিবৰণ আছে। প্ৰাচীন কালৰ পৰাই অসম হাতীৰ নিমিত্তে বিখ্যাত। প্ৰাগ্‌জ্যোতিষৰ ৰজা ভগদত্তই সুপ্ৰতীক নামৰ হাতীত উঠি কুৰুক্ষেত্ৰৰ ৰণত ভীতিসঞ্চাৰ কৰিছিল। পুৰণি কামৰূপৰ ৰজাসকলৰ সীলমোহৰত হাতীৰ মুৰ অঙ্কিত আছিল। অসমত বিদৰে পালে পালে বনৰীয়া হাতী অৰণ্যত চৰি ফুৰে আন কোনো ঠাইতে তেনে ধৰণে দেখা নাযায়। হাতী সম্পৰ্কীয় গীতমাতো যথেষ্ট পৰিমাণে দেখা যায়। 'হস্তীবিদ্যাৰ্ণৱ' গ্ৰন্থখনো 'হস্ত্যায়ুৰ্বেদ'ৰ ঐতিহ্য সোঁৱৰাই দিয়ে। 'হস্ত্যায়ুৰ্বেদ' বৃহৎ গ্ৰন্থ, বহু অধ্যায়ত বিভক্ত। এই গ্ৰন্থই প্ৰাচীন অসমৰ হাতী সম্পৰ্কীয় জ্ঞানৰ পৰিচয় দিয়ে।

দ্বিতীয় উল্লেখযোগ্য গ্ৰন্থ হল 'স্বল্পমৎস্য পুৰাণ'। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীয়ে এই গ্ৰন্থৰ সবিশেষ পোহৰলৈ আনে। তেখেতৰ মতে এই পুৰাণ অসমতে কামৰূপৰ পণ্ডিতে দশম শতাব্দীৰ আগতে ৰচনা কৰিছিল। তেখেতে উল্লেখ কৰিছে যে একাদশ শতিকাৰ স্মৃতি নিবন্ধকাৰ অনিৰুদ্ধ ভট্টই এই পুৰাণৰ উদ্ধৃতি তুলি দিছে। পুৰণি অসমৰ স্মৃতিনিবন্ধকাৰসকলে 'স্বল্পমৎস্যপুৰাণ'ক প্ৰামাণ্য গ্ৰন্থৰূপে মানি লৈ বহুতো উদ্ধৃতি দিছে। এই পুথি কেৱল অসমত পোৱা গৈছে আৰু অসমত ইয়াৰ প্ৰামাণিকতা স্বীকাৰ কৰি অহাৰ কাৰণে অসমতে ই ৰচিত বুলি ভাবিবৰ যথেষ্ট থল আছে। বিষ্ণুভক্তিপ্ৰধান পুৰাণ কাৰণে বৈষ্ণৱ পূজা-পাৰ্ব্বণ, আচাৰ-

পদ্ধতি ইয়াত বিশেষভাবে বৰ্ণনা কৰিছে। এই গ্ৰন্থ সম্পূৰ্ণকৈ প্ৰকাশ পালে অসমীয়া মনীষা আৰু পাণ্ডিত্যৰ প্ৰকৃষ্ট উদাহৰণ হ'ব।

অসমীয়া মনীষাৰ যুগমীয়া কীৰ্ত্তি হ'ল 'কালিকাপুৰাণ'। এই পুৰাণৰ ৰচনাকাল সম্পৰ্কে সামান্য মতভেদ থাকিলেও খ্ৰিস্টীয় দশম শতিকাৰ আশেপাশে ৰচিত বুলি নিঃসন্দেহে কব পাৰি। ৺কনকলাল বৰুৱা, তীৰ্থনাথ শৰ্মাই কালিকা-পুৰাণত থকা ধৰ্মপাল নামটোৰ উল্লেখৰ ভেটিত খ্ৰিস্টীয় দ্বাদশ শতিকাত ধৰ্মপালৰ ৰাজত্বত এই পুৰাণ ৰচিত হয় বুলি অভিমত দিছে। কিন্তু যিটো শ্লোকত ধৰ্মপাল নামটো উল্লেখ আছে দৰাচলতে সেইটো মহাভাৰতৰ শান্তিপৰ্বৰ 'খদেগাৎপত্তি' অধ্যায়ৰ শ্লোক। আনহাতে ডক্টৰ ৰমেশ চন্দ্ৰ হাজৰাই বৰ্তমান কালিকা-পুৰাণখন খ্ৰিস্টীয় দশম একাদশ শতিকামানত ৰচিত বুলি কৈছে। ডক্টৰ ৰাঘৱনে কালিকা-পুৰাণত থকা কিছুমান শ্লোকৰ লগত মাঘ কবিৰ 'শিশুপাল বধৰ' শ্লোকৰ সাদৃশ্য লক্ষ্য কৰি মাঘৰ পাছত অৰ্থাৎ অষ্টম শতিকাৰ পাছত এই পুৰাণ ৰচিত হয় বুলি অভিমত দিছে। ডক্টৰ ধৰ্মেশ্বৰ চুতীয়াই তেওঁৰ কালিকা-পুৰাণ সম্পৰ্কে গৱেষণা গ্ৰন্থত কিছুমান যুক্তি অৱতাৰণা কৰি নৱম শতিকামানত ৰচিত হয় বুলি কবলৈ প্ৰয়াস কৰিছে। এই বিভিন্ন মতামতৰ সন্দৰ্ভত বোধকৰো এই কথা নিঃসন্দেহে কব পাৰি যে 'কালিকা-পুৰাণ'—দশম শতাব্দীৰ অলপ আগে বা পাছে ৰচিত হয়।

'কালিকাপুৰাণ'ত মোটামুটি ৯০টা অধ্যায় আছে। কোনো সংস্কৰণত দুই এটা বেছি অধ্যায় আৰু কোনো সংস্কৰণত দুই এটা কমো দেখা যায়। কালিকা বা শক্তিৰ মাহাত্ম্যপ্ৰকাশ কৰিবলৈ এই পুৰাণ প্ৰধানকৈ ৰচিত হলেও বৈষ্ণব আৰু শৈৱ ধৰ্মৰো যথেষ্ট উল্লেখ ইয়াত পোৱা যায়। সতী-দাক্ষায়ণী, পাৰ্বতী, কামাখ্যা, তীক্ষ্ণকান্তা, ত্ৰিপুৰাসুন্দৰী, ভদ্ৰকালী আদিৰ শক্তিৰ বিভিন্ন অভিব্যক্তিৰ উৎপত্তি, মাহাত্ম্য আৰু সাধনবিধি বা পূজাবিধিৰ বিশদ বিৱৰণ এই পুৰাণত পোৱা যায়। কিন্তু প্ৰধানকৈ কামাখ্যাৰ উৎপত্তি আৰু সাধনপদ্ধতিয়ে এই পুৰাণৰ অধিক স্থান আগুৰিছে। কামাখ্যা মাহাত্ম্যপ্ৰকাশক পুৰাণ হলেও বিষ্ণু আৰু বৈষ্ণৱ মাৰ্গৰ যথেষ্ট বিৱৰণ ইয়াত পোৱা যায়। সেই দৰে শিৱ সম্পৰ্কীয় আখ্যান, শৈৱধৰ্মৰ বিৱৰণ আৰু শৈৱপীঠৰ উল্লেখ যথেষ্ট পোৱা যায়। ইয়াৰ বাহিৰেও প্ৰাচীন কামৰূপৰ ভৌগোলিক বিৱৰণ, নদনদী, পৰ্বত আৰু পবিত্ৰস্থান তীৰ্থৰ বিশদ বৰ্ণনা ইয়াত পোৱা যায়। তদুপৰি ধৰ্মীয় আচাৰ-অনুষ্ঠান, ৰাজনৈতিক ব্যৱস্থা, তান্ত্ৰিক বামাচাৰ ৰীতি, বিভিন্ন স্থানৰ লগত জড়িত পৌৰাণিক কাহিনী আদিৰো সবিশেষ সংবাদ পোৱা যায়। কালিকা-পুৰাণৰ ৰচক যিয়েই নহওক, তেওঁৰ কেইটামান

বৈশিষ্ট্য মনকৰিবলগীয়া। প্ৰথম হ'ল তেওঁৰ কামৰূপৰ প্ৰতি অত্যধিক প্ৰীতি আৰু শ্ৰদ্ধা। কামৰূপক তেওঁ শ্ৰেষ্ঠস্থান, দেৱৰো বাঞ্ছনীয় দেশৰূপে চিহ্নিত কৰিছে। ইয়াৰ প্ৰতি ধূলিকণাকে পৱিত্ৰৰূপে গণ্য কৰিছে। দ্বিতীয়তে তেওঁ কামৰূপক ভাৰত-ব্ৰহ্মাণ্ডৰ পিণ্ডৰূপে দৃষ্টি কৰি ভাৰতৰ সকলো পৱিত্ৰ নদ-নদী, পৰ্বত আৰু তীৰ্থক্ষেত্ৰ ইয়াতে স্থাপন কৰিবলৈ প্ৰয়াস কৰিছে। কামৰূপবাসীয়ে নিজ দেশৰ পৱিত্ৰ তীৰ্থস্থান কৰিলে বা নদনদীত অৱগাহন কৰিলে গঙ্গা, গয়া, পুষ্কৰ আদি অন্যান্য তীৰ্থস্থান পৰ্য্যটনৰ ফললাভ হয় বুলি কীৰ্তন কৰিছে। তৃতীয় বৈশিষ্ট্য হ'ল পুৰাণকাৰৰ ধৰ্মসম্পৰ্কে উদাৰ দৃষ্টি। শক্তিমাহাত্ম্য প্ৰকাশক গ্ৰন্থ হলেও বৈষ্ণৱ-শৈৱ ধৰ্মৰ প্ৰতিও পুৰাণকাৰ সমানেই শ্ৰদ্ধাশীল। গ্ৰন্থৰ মঙ্গলাচৰণৰ প্ৰাৰম্ভতে বিষ্ণু, তাৰ পাছত বিষ্ণুশক্তি মায়া আৰু তাৰ পাছত পুনৰ পুৰুষোত্তম আৰু শিৱক প্ৰাৰ্থনা জনাইছে। পুৰাণখনত হৰিহৰ ব্ৰহ্মাৰ অভেদ, দেবী বা মহাশক্তিৰ বিষ্ণুমায়াৰূপতা, লক্ষ্মী, সাবিত্ৰী দুৰ্গা আদিৰো অভেদৰূপতা কল্পনা কৰা হৈছে। চতুৰ্থতে পুৰাণকাৰৰ প্ৰাচীন কামৰূপ সম্পৰ্কে গভীৰ জ্ঞান চমকপ্ৰদ। মুঠতে কবলৈ গলে দশম শতাব্দীৰ কামৰূপৰ সাংস্কৃতিক ইতিহাসৰ কালিকা-পুৰাণ এক অফুৰন্ত উৎস।

চাৰি হেজাৰ শ্লোকতকৈয়ো অধিক শ্লোকসম্পন্ন এখন খণ্ডিত 'আঙ্গিৰস ধৰ্মশাস্ত্ৰ' অসমত আৱিষ্কৃত হৈছে। আন ঠাইত আৱিষ্কৃত হোৱা 'আঙ্গিৰস ধৰ্মশাস্ত্ৰ'ত ইমান শ্লোক নাই; আৰু শ্লোকৰ মিলো বহুক্ষেত্ৰত নাই। অসমৰ ধৰ্মশাস্ত্ৰৰ নিবন্ধকাৰ-সকলে 'আঙ্গিৰস-ধৰ্মশাস্ত্ৰ'ৰ পৰা যথেষ্ট শ্লোক উদ্ধৃত কৰিছে। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীয়ে এই ধৰ্মশাস্ত্ৰ অসমতে প্ৰণীত হোৱা বুলি ধাৰণা কৰে। এই ধৰ্মশাস্ত্ৰ একাদশ শতাব্দীৰ আগতে ৰচিত হোৱা বুলি অনুমান কৰিব পাৰি। অসমত প্ৰচলিত শ্ৰৌত-স্মৃতিমাৰ্গীয় ধৰ্মাচাৰ-অনুষ্ঠানৰ সমৰ্থক শ্লোক ইয়াত যথেষ্ট পৰিমাণে সংগৃহীত হৈছে।

ৱেদনিধি হলায়ুধ মিশ্ৰৰ অধস্তন পঞ্চমপুৰুষ মৌদ্গল্য গোত্ৰীয় কবিভাৰতীৰ যাগযজ্ঞবিষয়ক গ্ৰন্থ 'মখপ্ৰদীপ' কামৰূপৰ গ্ৰন্থ। কবিভাৰতীয়ে নিজেই কামৰূপবাসী বুলি উল্লেখ কৰিছে। কবিভাৰতী খ্ৰিষ্টীয় দ্বাদশ-ত্ৰয়োদশ শতিকামানত উদ্ভৱ হৈছিল। একে সময়ৰে বা সামান্য পিছৰ উল্লেখযোগ্য গ্ৰন্থ হ'ল বেদাচাৰ্য্যৰ 'স্মৃতি-ৰত্নাকৰ'। পঞ্চদশ শতিকাৰ স্মৃতিনিবন্ধকাৰ দামোদৰ মিশ্ৰ আদিয়ে এই গ্ৰন্থৰ উল্লেখ কৰিছে। ৱেদাচাৰ্য্যৰ পিতামহ সম্বৎসৰ পালবংশৰ পুৰন্দৰপালৰ সমসাময়িক আছিল। এই পুৰন্দৰপাল একাদশ শতিকাত উদ্ভৱ হৈছিল বুলি

তাম্রশাসনৰপৰা জানিব পাৰি। গতিকে বেদাচাৰ্য্যৰ কাল দ্বাদশৰ শেষ নাইবা ত্ৰয়োদশ শতিকাৰ আদিভাগ বুলি ধৰিব পাৰি। কামৰূপৰ আন এজন প্ৰসিদ্ধ স্মৃতিশাস্ত্ৰজ্ঞ নিবন্ধকাৰ হ'ল নীলাম্বৰাচাৰ্য। তেওঁৰ প্ৰণীত 'কালকৌমুদী', কাত্যায়নশ্ৰাদ্ধসূত্ৰৰ 'প্ৰকাশ' নামৰ ভাষ্য আৰু বিষ্ণুপুৰাণৰ টীকাই তেওঁৰ পাণ্ডিত্যৰ পৰিচয় দিয়ে। ১১৯৯ শকত তেওঁ জীৱিত আছিল বুলি কালকৌমুদীত প্ৰকাৰন্তৰে উল্লেখ কৰিছে। গতিকে তেওঁক ত্ৰয়োদশ শতিকাৰ লোক বুলি সহজে গ্ৰহণ কৰিব পাৰো। তেওঁ বৈষ্ণৱ আছিল বুলি ভাবিবৰ থল যথেষ্ট আছে।

আন এখন পুৰাণ সম্ভৱতঃ কামৰূপত ৰচিত হৈছিল বুলি ভাবিবৰ যথেষ্ট থল আছে। সেইখন হ'ল 'ধৰ্ম-পুৰাণ'। ডক্টৰ ৰমেশচন্দ্ৰ হাজৰাই কামৰূপ-বঙ্গত এই পুৰাণ ৰচিত হোৱা বুলি অভিমত দাঙি ধৰিছে। বঙ্গদেশতকৈ অসমতহে এই পুৰাণৰ প্ৰচলন অধিক আছিল বুলি জানিব পাৰি। স্বৰ্গদেৱ শিৱসিংহৰ আমোলত কবিচন্দ্ৰ দ্বিজে এই পুৰাণ অসমীয়া পদলৈ অনুবাদ কৰে আৰু গোটেইখন পুৰাণ বৰ্ধলিগিৰাই চিত্ৰলৈ ৰূপান্তৰিত কৰায়। ঊনবিংশ শতাব্দীৰ আদি ভাগত পৰশুৰাম দ্বিজে এই ধৰ্মপুৰাণৰ আন এটা পদ-ভাঙনি কৰে। বঙ্গদেশত ইয়াৰ কোনো ভাঙনি হোৱাৰ উল্লেখ পোৱা নাযায়। ধৰ্মপুৰাণত লৌহিত্যৰ উল্লেখ আৰু পৰ্বতীয়া জাতিৰ উৎপত্তিৰ বিৱৰণে এই পুৰাণ যে অসমত ৰচিত হৈছিল তাৰ ইঙ্গিত দিয়ে। ডক্টৰ হাজৰাৰ মতে এই পুৰাণ ত্ৰয়োদশ শতিকামানত ৰচিত হয়।

মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে নেপালৰপৰা উদ্ধাৰ কৰি অনা 'ডাকাৰ্ণৱ' গ্ৰন্থত বজ্ৰযানী তান্ত্ৰিক বৌদ্ধমত আলোচিত হৈছে। ইয়াৰ ভাষাও প্ৰাচীন' কামৰূপীৰ ওচৰ চপা, মৈথিলীৰো কিছু সংমিশ্ৰণ আছে। বজ্ৰযানী সিদ্ধ নাগাৰ্জুন বিৰচিত 'যোগশতক', 'বোধিচিত্তবিৱৰ্ণন'—এই দুয়োখনগ্ৰন্থ ১০ম-১১শ শতিকাত কামৰূপত ৰচিত বুলি ডক্টৰ প্ৰতাপ চৌধুৰীয়ে কব খোজে। অসমৰ আয়ুৰ্বেদ শাস্ত্ৰত নাগাৰ্জুন বৰ পৰিচিত নাম আৰু তেওঁ উগ্ৰতাৰা বা একজটা সাধন পদ্ধতিৰ লগত জড়িত। উগ্ৰতাৰা মন্দিৰ অসমত প্ৰাচীন কালৰ পৰাই অন্ততঃ কালিকাপুৰাণৰ দিনৰপৰাই প্ৰসিদ্ধ। আন "এজন সিদ্ধ মীনানাথ কামৰূপৰ লোক আছিল। তেওঁৰ 'কৌলজ্ঞান নিৰ্ণয়', 'অকুলবীৰতন্ত্ৰ', 'কামাখ্যা গুহ্যসিদ্ধি' —এই তিনিওখন তান্ত্ৰিকসাধনমাৰ্গৰ গ্ৰন্থ কামৰূপত ৰচিত হয় বুলি ভাবিবৰ যথেষ্ট যুক্তি আছে। মীননাথৰ শিষ্য গোৰক্ষনাথৰ 'কামৰত্নতন্ত্ৰ' ( ইয়াৰ অসমীয়া অনুবাদ আহোম যুগত হয় ) আৰু 'গোৰক্ষ-সংহিতা' ও সম্ভৱতঃ কামৰূপতে ৰচিত হয়। গোৰক্ষনাথ কদলী বা কন্দলী ৰাজ্যত স্ত্ৰীমায়াপাশত আবদ্ধ হৈ থকাৰ

কাহিনীয়ে ওপৰৰ যুক্তি সবল কৰে। মীননাথ একাদশ শতিকাৰ আৰু গোৰক্ষনাথ দ্বাদশ শতিকাৰ লোক বুলি পণ্ডিতসকলৰ অভিমত। ডক্টৰ প্ৰতাপ চৌধুৰীয়ে নীতিবৰ্মাৰ 'কীচক-বধ কাব্য' দ্বাদশ ত্ৰয়োদশ শতিকা মানত অসমতে ৰচিত হয় বুলি কব খোজে। বিশাখদত্তৰ প্ৰসিদ্ধ নাটক 'মুদ্ৰাৰাক্ষস' কামৰূপৰ ৰজা অৱন্তিবৰ্মাৰ অনুপ্ৰেৰণাত ৰচিত হৈছিল বুলিও কোনো কোনোৱে মত পোষণ কৰে। সেইদৰে "ৰত্নাৱলী" নাটকৰ নাট্যকাৰ শ্ৰীহৰ্ষ কনৌজৰ হৰ্ষবৰ্দ্ধন নহৈ গৌড়-কোশল-কলিঙ্গ বিজেতা কামৰূপাধিপতি হৰ্ষদেৱবৰ্মা বুলি ভাবিবৰ থল নথকা নহয়।

প্ৰাচীন অসমৰ পণ্ডিতৰ কবিত্ব আৰু পাণ্ডিত্যৰ অন্যতম নিদৰ্শন হ'ল শাসনাৱলী আৰু শিলালিপিসমূহ। সুৰেন্দ্ৰবৰ্মাৰ নীলাচল শিলালিপিৰপৰা আৰম্ভ কৰি আমবাৰীৰ শিলালিপিলৈকে অৰ্থাৎ খ্ৰিষ্টীয় পঞ্চম শতিকাৰপৰা আৰম্ভ কৰি খ্ৰিষ্টীয় দ্বাদশ-ত্ৰয়োদশ শতাব্দীলৈকে বহুতো শিলালিপি আৰু তাম্ৰশাসন উদ্ধাৰ হৈছে। ইতিহাসৰ ফালৰ পৰা শিলালিপিবোৰৰ যথেষ্ট মূল্য আছে, কিন্তু সাহিত্যৰ দৃষ্টিকোণৰপৰা তাম্ৰশাসনবোৰ বৰ্ণনাবহুল হোৱাৰ নিমিত্তে অধিকতৰ মূল্যবান। তাম্ৰশাসনবোৰ ৰচনা কৰা লোকসকল আছিল একেধাৰে বিদগ্ধ পণ্ডিত, কবি আৰু ছন্দশাস্ত্ৰত ব্যুৎপত্তি থকা ছান্দসিক। কোনো কোনো শাসনৰপৰা ৰচকৰ গভীৰ দাৰ্শনিক জ্ঞানৰো পৰিচয় পোৱা যায়। কেৱল যে শাসন-ৰচয়িতাসকল পণ্ডিত-কবি আছিল এনে নহয়, ৰজাসকলৰো পাণ্ডিত্যৰ নিদৰ্শন দুই-এখন শাসনে বহন কৰে। ব্ৰহ্মপাল বংশৰ ৰজা ৰত্নপালৰ পুতেক পুৰন্দৰপালক ইন্দ্ৰপালৰ প্ৰথম শাসনত "শূৰশ্চ সুকবিশ্চ" বুলি উল্লেখ কৰিছে। এই একে বংশৰে মহাৰাজ ধৰ্মপালৰ দ্বিতীয় শাসন পুষ্পভদ্ৰালিপিত ৰজাক "কবিচক্ৰবাল-চূড়ামণি" বুলি উল্লেখ কৰিছে। তাৰ প্ৰত্যক্ষ প্ৰমাণ পাওঁ পুষ্পভদ্ৰা শাসনৰ প্ৰথম আঠটা শ্লোক মহাৰাজ ধৰ্মপালৰ স্বৰচিত। অষ্টম শ্লোকৰ শেষত তেওঁ লেখিছে : "শ্ৰীধৰ্মপালেন্‌পতিগুণৰত্নসিন্ধুৰেতাং প্ৰশস্তিমকৰোদৱদাতকীৰ্তিঃ।"

শাসনাৱলীয়ে বিভিন্ন ৰাজবংশৰ বংশলতিকা, গুণগৰিমা, শৌৰ্য্য-বীৰ্য্য, আৰ্য্য-ধৰ্ম পালন আৰু ৰক্ষাৰ হকে কৰা প্ৰচেষ্টা, ৰাজধানীৰ সৌন্দৰ্য্য, প্ৰজাপালননীতি আদি বহুতো সম্ভেদ আমাক দিয়ে। অৱশ্যে শাসনাৱলীৰ মূল কথা হ'ল ব্ৰাহ্মণক দিয়া ভূমিদানৰ স্থায়ী স্বীকৃতি। শাসনাৱলী ৰচিত হৈছিল ছন্দত, দুই এখনত গদ্যৰ প্ৰয়োগো নোহোৱা নহয়। কিন্তু সৰহভাগেই বিভিন্ন বৃত্তত ৰচিত ছন্দাত্মক প্ৰকাশ। শাসনাৱলী ৰচয়িতাসকলে সকলো প্ৰকাৰ ছন্দ প্ৰয়োগত নৈপুণ্য প্ৰদৰ্শন কৰিছে। কালিদাস, বাণভট্ট আদি প্ৰথিতযশা কবিসকলৰ ৰচনাৰ লগত শাসন

ৰচোতাসকলৰ ঘনিষ্ঠ পৰিচয় প্ৰকাৰ প্ৰমাণ শাসনৰ ৰচনাৰীতিয়ে দাঙি ধৰে। বলবৰ্মাৰ নগাঁও শাসনত কালিদাসৰ ৰঘুবংশৰ কিছু প্ৰতিধ্বনি শুনা যায় যদিও, কবিয়ে বৰ্ণনীয় বিষয়ৰ লগত সুন্দৰভাবে খাপখুৱাই সমন্বয় সাধন কৰিবলৈ সমৰ্থ হৈছে। তলত উল্লেখ কৰা শ্লোক কেইটা এই প্ৰসঙ্গত প্ৰণিধানযোগ্য।

তাম্বুলবল্লীপৰিণদ্ধপূগং কৃষ্ণাগুৰুস্কন্ধনিৱেশি তৈলম্।
স কামৰূপে জিতকামৰূপো প্ৰাগ্‌জ্যোতিষাখ্যং পুৰকধ্যুৱাস ॥
মদান্ধগন্ধদ্বিপকৰ্ণতাল নৃত্যন্ ময়ূৰো পৱনে স তস্মিন্।
বসন্ সমাসাদ্য মুৰাৰিচক্ৰং ৰণে-ৰণৈষী দিৱমাৰুৰোহ ॥
ভূপালমৌলি মণিচুম্বিত পাদপীঠ স্তস্যাত্মজোভূদ্ভগদত্তনামা ॥
ৰাজা প্ৰজাৰঞ্জনলব্ধবৰ্ণোশ্ৰমাণাং গুৰুৰেকবীৰঃ ॥

ওপৰত উদ্ধৃত কৰা তাম্ৰশাসনৰ শ্লোক কেইটাত কালিদাসৰ ৰঘুবংশৰ ক্ষীণ প্ৰতিধ্বনি অস্বীকাৰ কৰিব নোৱাৰি। এই শাসনতে তেনে ধৰণৰ আৰু দুই এটা শ্লোক আছে। কিন্তু কালিদাসৰ প্ৰভাৱ পৰিলেও ৰচনাকাৰৰ স্বকীয় প্ৰতিভাবৰ্জিত যথানুৰূপ অনুলিপি নহয়। ৰত্নপালৰ বৰগাঁও শাসনত ৰাজধানী দুৰ্জয়া নগৰৰ যি বিৱৰণ দিছে সি কবিত্বৰ ফালৰপৰা, অলংকৰণৰ ফালৰ পৰা, কল্পনাৰ দৃষ্টি কোণৰপৰা অদ্বিতীয় প্ৰতিভাৰ পৰিচায়ক। লেখকে জ্ঞাত বা অজ্ঞাতসাৰে বাণভট্ট ৰচনাৰীতি অনুসৰণ কৰিছে যদিও, প্ৰত্যেক উপমাতে, প্ৰত্যেক শ্লেষতে নিজৰ কৱিমহিমা স্বে মহিম্নি ৰূপত প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে। আন আন তাম্ৰ-শাসনাৱলীও কবিত্ব সম্ভাৰেৰে যথেষ্ট সমৃদ্ধ। ভাস্কৰ বৰ্মাৰ নিধনপুৰ আৰু ডুবি শাসনদ্বয়, বনমালৱৰ্মাৰ তেজপুৰ শাসন, বলৱৰ্মাৰ শাসনদ্বয়, ৰত্নপালৰ বৰগাওঁ শাসন, ইন্দ্ৰপালৰ গুৱাকুছি শাসন আৰু ধৰ্মপালৰ শুভংকৰ পাটক শাসন আৰু পুষ্পভদ্ৰা-শাসন বৰ্ণনা-সৌন্দৰ্য্য, পাণ্ডিত্য আৰু কবিত্ব গুণৰ দ্বাৰা বিশেষভাবে সমৃদ্ধ। দুই এজন ৰচনাকাৰৰ নামো পোৱা যায়। ধৰ্মপালৰ শুভংকৰ পাটক শাসনখন ৰচনা কৰিছিল প্ৰস্থানকলসে আৰু পুষ্পভদ্ৰাশাসনৰ পাছৰ শ্লোকখিনি ৰচনা কৰিছিল অনিৰুদ্ধই, ভাস্কৰ বৰ্মাৰ নিধনপুৰ শাসন ৰচনা কৰিছিল ৱসুবৰ্ণই। সকলোবোৰ শাসনৰ ৰচকৰ অৱশ্যে নাম পোৱা নাযায়।

শাসনাৱলীৰ দুটা সাধাৰণ চকুত লগা বিশেষত্ব হ'ল—(১) পিণাকপাণি ভস্মবিভূষিত শিৱৰ বন্দনা আৰু আনটো হল (২) সৰিৎপতি লৌহিত্যৰ প্ৰশস্তি আৰু বন্দনা। কেৱল ধৰ্মপালৰ দ্বিতীয় শাসনত (পুষ্পভদ্ৰা) বৰাহৰূপী নাৰায়ণক মহেশ্বৰৰ পৰিবৰ্ত্তে আদ্য প্ৰণাম জনাই শাসন আৰম্ভ কৰিছে। কামৰূপ

শাসনাৱলীয়ে দৃঢ় ভাবে প্ৰতিষ্ঠা কৰে যে প্ৰাচীন কামৰূপৰ তিনিটা প্ৰধান ৰাজবংশ শৈৱ মতাৱলম্বী আছিল। ভাস্কৰবৰ্মাৰ দূত হংসবেগে হৰ্ষবৰ্ধনৰ আগত কুমাৰ ভাস্কৰ দ'ৰা কালৰ পৰাই শিৱৰ একান্ত অনুৰক্ত আছিল বুলি বৰ্ণনা দিছিল। শিৱৰ যোগী আৰু ভোগী ( অৰ্ধযুৱতীশ্বৰ ) দুয়োটা ৰূপৰ প্ৰশস্তি শাসনাৱলীত আছে। শিৱপ্ৰশস্তিতকৈ উল্লেখযোগ্য হ'ল লৌহিত্য বন্দনা আৰু লৌহিত্য প্ৰশস্তি। মহাৰাজ বনমালৰ তেজপুৰ শাসনত লৌহিত্যৰ যি কাব্যিক বৰ্ণনা আছে তাৰ অনুবাদটো উদ্ধৃত কৰি দিয়া হ'ল।

"যাৰ সলিল উদয়বেলাচলস্থিত অত্যুচ্চ পাদপগৃহ বিশ্ৰান্ত মত্ত ময়ূৰৰ কেকাৰবত উদ্‌ভ্ৰান্ত সৰ্পৰাজিৰ ফোচফোচনিৰ দ্বাৰা প্ৰকম্পিত বৃক্ষৰপৰা সৰি পৰা পুষ্পনিচয়ৰ পৰিমলৰ দ্বাৰা সুবাসিত, যাৰ জলৌঘপ্ৰৱাহ দাবানলত দগ্ধ কালাগুৰু-ধূমজাত মেঘৰ দ্বাৰা সুৰভিত, যাৰ তীৰোপকণ্ঠৰ জনপদসমূহ উদয়তট পৰ্বতৰ সুগন্ধপৰ্ণাঙ্কুৰভোজী কস্তুৰীমৃগযূথৰ দ্বাৰা আমোদিত, যাৰ সোঁতে দেৱাসুৰ মুকুট মণি প্ৰভামঞ্জৰীৰ দ্বাৰা ৰঞ্জিত পাদপীঠ, কামেশ্বৰ-মহাগৌৰী অধিষ্ঠান কৰা কামকূট পৰ্ব্বতৰ মাজভাগ নিৰন্তৰ প্ৰক্ষালন কৰাৰ কাৰণে সমধিক বাৰিধাৰাৰ দ্বাৰা পৰি প্লাবিত হৈছে, যাৰ সলিল ৰাশী অৱগাহনৰতা বিলাসিনী সকলৰ কুচকলসলেপিত মৃগমদচন্দনৰ দ্বাৰা মলিনীকৃত আৰু সৌৰভিত হৈছে, আৰু যাৰ উভয়তীৰস্থ স্থান-সমূহ গণিকাপল্লীৰ নাৰীসকলৰ দৰে নানালংকাৰশোভিতাৱয়ৱা, অবিবাহিতা কুমাৰী বিলাকৰ দৰে শব্দায়মানাকিঙ্কিনীযুক্তা, কৰ্ণাটদেশীয় অঙ্গনাসকলৰ দৰে কঠিনাভিঘাত দ্বাৰা বৰ্দ্ধিতবেগা, বাৰবনিতাৰ দৰে চামৰযুক্তা, ৰাৱণৰ অন্তঃপুৰস্থা ৰাক্ষসীবোৰৰ দৰে ৰক্তবৰ্ণবিস্তৃত দশনসংযুক্তা, পবনৰমণীৰ দৰে অত্যন্ত বেগৱতী, দলুহঙ্গনাৰ ( দেৱদাসী ? ) দৰে মনোৰমা, নৰ্টীসকলৰ দৰে নৰ্ত্তকপুৰুষাণুক্ৰমণহেতু, বৰ্দ্ধিতোৎ-কম্পা, দুৰ্গত দেৱশ্ৰেণীৰ দৰে সৰ্বদা উচ্চাভিলাষিণী নৌকাৱলীৰ দ্বাৰা অলংকৃত—সেই লৌহিত্যদেৱ...।"

ৰপালৰ বৰগাওঁ শাসনত ৰাজধানী দুৰ্জয়াৰ এক অভিনৱ বৰ্ণনা পোৱা যায়। মহামহোপাধ্যায় পদ্মনাথ বিদ্যাবিনোদৰ অনুবাদৰ অসমীয়া ৰূপান্তৰ তলত দিয়া হ'ল।

"সুতীক্ষ্ণ খদগপ্ৰভামঞ্জৰীৰ দ্বাৰা পৰাজিত কৰা শত শত নৃপতিয়ে উপঢৌকন দিয়া মত্তগজশ্ৰেণীৰ মদজলকণাবৰ্ষণৰ দ্বাৰা যি স্থানৰ উষ্ণতা দুৰীভূত হয়, শত্ৰু-শিবিৰ লুণ্ঠন কুশল যুৱাৰু সকলৰ বাহুৰূপ শাখাকীৰ্ণ অৰণ্যসদৃশ নিবিড় হলেও যি স্থান মহাজনসকলৰ বসতিযোগ্য, মত্ত সুন্দৰী সকলৰ হাস্যৰূপ সুধা দ্বাৰা

ধবলিত হেজাৰ হেজাৰ অট্টালিকাশিখৰেৰে যি স্থানত সূৰ্য্যকিৰণ আচ্ছাদিত হৈ থাকে ; মলয়চন্দনবনৰ দৰে ভোগীৰ আবাস স্থল, আকাশপথৰ দৰে বুধগুৰু কাব্যালংকাৰ যুক্ত কৈলাস পৰ্বতৰ দৰে পৰমেশ্বৰৰ অধিষ্ঠানভূমি, কুবেৰ নিষেবিত, শকৰাজাৰ দৰে ক্ৰীড়াপক্ষীৰ দৃঢ় পঞ্জৰস্বৰূপ, গুৰ্জৰাধিপতিৰ জ্বৰসদৃশ, দুৰ্দান্ত গৌড়াধিপতিস্বৰূপ হস্তীৰ কুটপাকলপ্ৰতিম, কেৰলেশ্বৰৰূপ পৰ্বতৰ শিলাজতুতুল্য, বাহিক অ ৰু তায়িকৰাজৰ আতংকস্বৰূপ, দাক্ষিণাত্য ৰজাসকলৰ ৰাজযক্ষ্মাস্বৰূপ, শত্ৰুপক্ষক্ষয়কাৰণস্বৰূপ ভূপতিৰ বক্ষকপাটসদৃশ প্ৰকাৰেৰে যাৰ প্ৰান্তভাগ আবৃত, কলহংসৰ মধুৰ নিঃস্বনযুক্ত সমীৰণৰ দ্বাৰা মৃদু আন্দোলিত বীচিশিকৰে স্নিগ্ধ কৰা সৌধশিখৰত আৰূঢ়া সুন্দৰীসকলৰ সুৰত পৰিশ্ৰমৰ উপশময়িতা, কৈলাস-পৰ্বতসদৃশ হস্তীৰ পট্টবস্ত্ৰৰচিত পতাকাস্বৰূপ, দেৱাঙ্গনাৰ মণিময় বিলাসদৰ্পণ সদৃশ সমুদ্ৰোপম লৌহিত্যৰ দ্বাৰা পৰিশোভিতা, অনেক নৰপতিৰ সম্মানীয়া সেই দুৰ্জ্জয়া নামৰ প্ৰাগ্‌জ্যোতিষ ৰাজ্যৰ পুৰত ৰজাই (ৰত্নপাল) নিবাস কৰিছিল। এই স্থানত জড়তা হাৰাৱলীত পৰিলক্ষিত হয়, ইন্দ্ৰিয়ত নহয় ; চঞ্চলতা বানৰত, মনত নহয় ; ভঙ্গুৰতা ভ্ৰূবিলাসত, প্ৰতিপন্নত নহয় ; উপসৰ্গ কেৱল ধাতুৰ যুক্ত, প্ৰজাত নহয় ; বামতা কেৱল কামিনী সকলত, স্খলন কেৱল মধুমত্তা নাৰীসকলৰ গতিত, নিস্পৃহতা দোষকাৰীত, নিৰ্বাধ মধুপানাসক্তি কেৱল মধুকৰসমূহত, অতিশয় প্ৰিয়ানুবৰ্ত্তন চাকৈ চকোৱাত, মাংসাহাৰ কেৱল শ্বাপদত, সেই অমৰাৱতীস্পৰ্দ্ধী নগৰ দুৰ্জ্জয়াত (নিবাস কৰিছিল)……পৰমেশ্বৰ ভট্টাৰক মহাৰাজাধিৰাজ কুশলী শ্ৰীৰত্নপালবৰ্মদেৱ।"

শাসনাৱলী অসমীয়া আখৰৰ বিৱৰ্ত্তন অনুধাৱন কৰিবলৈ নিতান্ত অপৰিহাৰ্য্য সমল। সুৰেন্দ্ৰ (মহেন্দ্ৰ) বৰ্মাৰ উমাচল লিপিৰ পৰা কানাই বৰশিবোৱা শিলা-লিপিলৈকে আখৰৰ বিৱৰ্তনৰ এটা ধাৰাবাহিক বুৰঞ্জী লক্ষ্য কৰা যায়। গুপ্ত কুটিল লিপিৰ লগত প্ৰাথমিক ইতিহাস জড়িত হলেও কামৰূপত সেই লেখন-ৰীতিয়ে এটা স্বকীয় ধাৰা অনুসৰণ কৰা কিছুপৰিমাণে লক্ষ্য কৰা যায়। এই বিষয়ে বৈজ্ঞানিক প্ৰণালীবদ্ধ অধ্যয়নে কামৰূপী লিপিৰ বিকাশৰ ধাৰা উদ্ঘাটন কৰিব পাৰিব। গুপ্ত কুটিললিপি আৰু প্ৰাচীন কামৰূপীলিপি প্ৰায় সমসাময়িক, কাৰণ সুৰেন্দ্ৰবৰ্মা, ভূতিবৰ্মা আদিৰ শিলালিপি গুপ্তশাসনৰ একেবাৰে সমসাময়িক। গতিকে গুপ্তলিপিৰ পৰা কামৰূপী লিপি উদ্ভৱ হোৱা বুলি নকৈ একেটা উৎসৰপৰা (ব্ৰাহ্মী-কুষাণলিপি) ওচৰাওচৰি আদান-প্ৰদানৰ ভিত্তিত গুপ্তকুটিল লিপি আৰু কামৰূপীলিপি উদ্ভৱ হয় বুলি অসমৰ কোনো কোনো লিপি-অধ্যয়নকাৰীয়ে কব

খোজে। এই বিষয়ে পুংখানুপুংখ বিচাৰ বিশ্লেষণ নকৰাকৈ এটা জৰালাৰি সিদ্ধান্তলৈ অহা টান কাম।

অৱশেষত আমি চৰ্য্যাপদৰ সাহিত্যিক বৈশিষ্ট্য চমুকৈ আলোচনা কৰো। চৰ্য্যাপদাৱলী ভাষাৰ ফালৰপৰা যিমান মূল্যবান, হয়তো সাহিত্যৰ ফালৰপৰা সিমান মূল্য আৰোপ কৰিব নোৱাৰি। তদুপৰি চৰ্য্যাসমূহ এটা বিশেষ গুহ্য তান্ত্রিক সম্প্রদায়ৰ ধৰ্মমত আৰু সাধন পদ্ধতি আৰু বিশ্বাস ইয়াৰ বিষয়বস্তু হোৱাৰ কাৰণে বিশুদ্ধ সাহিত্যৰ সাৰ্বজনীন আবেদন হয়তো ইয়াত নাই। তথাপি ইয়াত বৰ্ণিত বিষয়বস্তু আৰু প্ৰকাশনৰীতিৰ ঐতিহাসিক মূল্য অস্বীকাৰ কৰিব নোৱাৰি। এই গীতবোৰ সহজযানী তান্ত্রিক বৌদ্ধমতবাদৰ সাঙ্গীতিক প্ৰকাশ।

মহাযানীসকলৰ মতে শূন্যতা আৰু কৰুণা তত্ত্ব আৰু সাধনাৰ মূল কথা। জগত বা সংসাৰৰ শূন্যতা উপলব্ধিয়েই পৰম জ্ঞান আৰু কৰুণাই হৈছে পৰম উপায়। এই প্ৰজ্ঞা আৰু কৰুণা ক্ৰমে নাৰী আৰু পুৰুষ ৰূপে কল্পিত হৈছে। প্ৰজ্ঞা (শূন্যতা) আৰু কৰুণাৰ মিলিত অৱস্থা বোধিচিত্তৰূপে পৰিকল্পিত হৈছে। তান্ত্রিক সাধনাৰ এক বৈশিষ্ট্য হ'ল কায়াসাধনা বা যোগসাধনাৰ প্ৰাধান্য। ইড়া-পিঙ্গলাৰ মাজেদি প্ৰবাহিত প্ৰাণ-অপান বায়ুক সুষুম্না নাড়ীপথেদি প্ৰবাহিত কৰি মস্তিষ্কস্থ সহস্ৰাৰ চক্ৰলৈ প্ৰেৰণেই কায়াসাধকৰ প্ৰধান কাম্য। বৌদ্ধ সহজযানত প্ৰজ্ঞা আৰু উপায় (কৰুণা) হিন্দুতন্ত্ৰৰ ইড়া আৰু পিঙ্গলাৰ লগত অভিন্ন। মধ্য নাড়ী সুষুম্না বৌদ্ধ তন্ত্ৰমতে অৱধূতিকা। এই অৱধূতিকাৰ মাজেদি প্ৰবাহিত বোধিচিত্ত ধৰ্মচক্ৰ, সম্ভোগচক্ৰ ইত্যাদিৰ মাজেদি গৈ মহাসুখচক্ৰত উপনীত হয়। এয়ে চৰম সুখাৱস্থা। চয্যাপদবোৰ বিশ্লেষণ কৰিলে দেখা যায় যে কায়াসাধনা, ত্ৰিনাড়ীতত্ত্ব, দেহৰ ভিতৰত বিভিন্ন চক্ৰৰ অৱস্থান, দেহৰ ভিতৰত প্ৰজ্ঞাকৰুণাৰ মিলিত অদ্বয় অৱস্থা (হিন্দু তন্ত্ৰৰ শিৱ শক্তিৰ মিলন) সুষুম্না বা অৱধূতিকাৰ পথেদি সহস্ৰাৰলৈ প্ৰৱাহিত বোধিচিত্ত—এইবোৰ হিন্দুতন্ত্ৰৰ লগত নামত প্ৰভেদ হলেও বস্তুতঃ এইবোৰৰ প্ৰভেদ নাই।

চৰ্যাপদত ধৰ্মীয় আচাৰ অনুষ্ঠান, মন্ত্ৰ-তন্ত্ৰ, ৰীতি-নীতিৰ বিৰুদ্ধ মনোভাব লক্ষ্য কৰা যায়। সহজীয়াসকলে মানবিক বৃত্তিসমূহৰ উৎকৰ্ষসাধনৰ ওপৰত গুৰুত্ব আৰোপ কৰে, যোগাভ্যাসেই সাধনাৰ সহজ উপায় ৰূপে নিৰ্দেশ কৰিছে। চয্যাকাৰসকলৰ দৃষ্টিত জগৎপ্ৰপঞ্চ মিথ্যা। আমাৰ অজ্ঞানতাৰ হেতুকে জগৎপ্ৰপঞ্চ সত্য যেন প্ৰতিভাত হয়। এই বিষয়ত মায়াবাদী বৈদান্তিকসকলৰ লগত তেওঁলোকৰ

মতবাদৰ সাদৃশ্য পৰিলক্ষিত হয়। অৱশ্যে তেওঁলোকৰ মিথ্যাত্বৰ ধাৰণা শূন্যবাদৰ ওপৰত প্ৰতিষ্ঠিত।

ওপৰত চমুকৈ আভাস দিয়া ধৰ্মতত্ত্ব, সাধনপদ্ধতি আৰু দাৰ্শনিক ধাৰণাকে চৰ্যাকাৰসকলে বিভিন্ন গীতত বাহ্য জগতৰ ৰূপক, উপমা, দৃষ্টান্ত আদিৰ যোগেদি পৰিস্ফুট কৰিবলৈ চেষ্টা কৰিছে। বৰ্ণনীয় বিষয়ৰ জটিলতাৰ কাৰণে আৰু গুৰুমুখী তত্ত্বৰ দুৰ্বোধ্যতাৰ কাৰণে চৰ্যাগীতবোৰৰ ৰসাস্বাদন সহজ নহয়। তথাপি গীতিকাৰসকলে বস্তুজগতৰ সহায়ত বক্তব্য বিষয়ক স্পষ্ট আৰু সজীৱ কৰিবলৈ চেষ্টাৰ ত্ৰুটী কৰা নাই। সমসাময়িক সমাজৰ বিভিন্ন চিত্ৰ এই গীতবোৰত আমি লক্ষ্য কৰোঁ। চিকাৰ কৰাৰ দৃশ্য, নাও বাই নদী পাৰ হোৱাৰ চিত্ৰ, মদ্য বিক্ৰয়ৰ দৃশ্য, তুলা বা কপাহ ধুনাৰ চিত্ৰ, সাকোঁত উঠি নদী বা খাল পাৰ হোৱাৰ দৃশ্য, দবা খেলা, তাৰৰ যন্ত্ৰত সুৰসংযোগ কৰা, বিয়াৰ বাদ্যভাণ্ড আৰু উৎসৱ, অভিনয়সজ্জাৰ পোছাক পৰিচ্ছদ, শবৰ-শবৰীৰ বন্যফল অন্বেষণ, ডুমুনীৰ বাঁহৰ তাঁত তৈয়াৰ কৰা, শাহু শুই থাকোঁতে বোৱাৰীয়েক জাগি থকা,—আদি বহুতো সামাজিক চিত্ৰ ৰূপকৰ আৱৰণত প্ৰকাশ পাইছে।

চৰ্যাপদবোৰত যিখন সমাজ প্ৰতিভাত হৈছে সেইখন অভিজাত বুনিয়াদী সমাজ নহয়। শুঁড়ী ( মদবিক্ৰেতা ), ব্যাধ, শবৰ, ডোম-ডুমুনী, চণ্ডাল, সন্যাসী আদি নিম্ন শ্ৰেণীৰ সমাজৰ পৰাই ৰূপক-উপমাৰ উপাদান গ্ৰহণ কৰিছে। ইয়াৰপৰা অনুমান হয় যে চৰ্যাপদসমূহ ৰচনা কৰাৰ সময়ত বৌদ্ধধৰ্ম নিম্নস্তৰৰ লোকৰ মাজত বিশেষকৈ আবদ্ধ আছিল।

চৰ্যাপদসমূহ, হৰপ্ৰসাদ শাস্ত্ৰীৰ ভাষাত, সন্ধ্যা ভাষাত ৰচিত। গতিকে শব্দবোৰ স্বাভাৱিক অৰ্থৰ পৰিবৰ্তে বিশেষ অৰ্থত প্ৰয়োগ হোৱা দেখা যায়। 'কুম্ভকযোগ' অৰ্থত কুম্ভীৰ, চঞ্চল ইন্দ্ৰিয় বুজাবলৈ মুষিক, ইন্দ্ৰিয়বোধ আৰু ইন্দ্ৰিয়বোধ বুজাবলৈ ননদ আৰু শ্যালী, শূন্যতা আৰু ৰূপানুভূতি বুজাবলৈ সোণা আৰু ৰূপা, অৱধূতিকা বুজাবলৈ 'বি আতি বা বহুড়ী', মহাসুখচক্ৰ নিৰ্দেশ কৰিবলৈ 'কামৰু,' নিবৃত্তি আৰু প্ৰবৃত্তি বুজাবলৈ ক্ৰমে 'ৰাতি' আৰু 'দিবস'— এনেকৈ শব্দবোৰে আভিধানিক অৰ্থ পৰিত্যাগ কৰি বিশেষ অৰ্থ প্ৰকাশ কৰিছে।

চৰ্যাপদবোৰত বহুতো প্ৰবচন জাতীয় উক্তিৰ ব্যৱহাৰ দেখা যায় আৰু ঠায়ে ঠায়ে আপাত বিৰোধমূলক বা বিৰোধাভাস বিপৰ্যয় অলংকাৰ ব্যৱহাৰ কৰি বক্তব্য বিষয় প্ৰহেলিকাময় আৰু চমৎকাৰজনক কৰি তুলিছে। 'অপনা মাংসে হৰিণা বৈৰী',

"দুহিল দুধ কি বেণ্টে সামায়,' 'হাথেৰ কাঙ্কাণ মা লেউ দাপণ,'—এনে ধৰণৰ প্ৰবচন জাতীয় উক্তিৰ প্ৰয়োগে বৰ্ণনা ৰসাল কৰি তুলিছে। খীৰোৱা গাখীৰ জানো ওহাৰত সোমায়, হাতৰ কংকণ চাবলৈ দৰ্পণৰ প্ৰয়োজন নাই—এই দুটা নিত্য অভিজ্ঞতাপ্ৰসূত কথাকে পাছৰ দুটা উক্তিত প্ৰকাশ কৰিছে। এনে ধৰণৰ উক্তিৰ বিপৰীতে বিৰোগাভাসমূলক যেনে 'বলদ বিআঅল গবিয়া বাঝে', 'হাড়ীত ভাত নাহি নিতি আৱেশী', 'ৰুখেৰ তেন্তেলি কুম্ভীৰে খাই', 'দিবসই বহুড়ী কাকডৰে ভাঅ, ৰাতি ভইলে কামৰু জাঅ',—আদি উক্তিৰ আপাত বিৰোধমূলক ভাবৰ অন্তৰালত একোটা গভীৰ আধ্যাত্মিক অৰ্থ নিহিত আছে। সেইবোৰৰ বিশদ আলোচনা ইয়াত নিষ্প্ৰয়োজন আৰু ঠাইৰো নাটনি।

কিছুমান চিত্ৰ আছে যিবোৰৰ সাহিত্যিক মূল্য আৰু চিত্ৰসৌন্দৰ্য্য অনস্বীকাৰ্য্য। এইবোৰ আমাৰ সাহিত্যৰ আদিম যুগৰ ৰচনা হলেও সাৰ্থক উপমাদিৰ প্ৰয়োগে, অনুভূতিপ্ৰবণ প্ৰকাশে আৰু ভাবোচ্ছ্বাসে কাব্যিক সৌন্দৰ্য্য দান কৰিছে। ২৮নং চৰ্য্যাটিলৈ এই প্ৰসঙ্গত আঙুলিয়াব পাৰি।

উচা উচা পাবত তাই বসই সবৰী বালী।
মোৰাঙ্গি পীচ্ছ পৰহিণ সবৰী গীবত গুঞ্জৰী মালী॥
উমত সবৰো পাগল সবৰো মা কৰ গুলী গুহাড়া তোহাৰি।
নিঅ ঘৰণী নামে সহজ সুন্দৰী॥
নানা তৰুবৰ মৌলিলৰে গঅনত লাগেলি ডালী।
একেলী সবৰী এ বন্ন হিণ্ডই কৰ্ণকুণ্ডলবজ্ৰধাৰী॥
তিঅ ধাউ খাট পড়িলা সবৰো মহাসুখে সেজি ছাইলী।
সবৰ ভুজঙ্গ নৈৰামণি দাৰী পেক্ষ ৰাতি পোহাইলী॥
হিঅ তাবোলা মহাসুহে কাপুৰ খাই।
সুণ নৈৰামণি কণ্ঠে লই আ মহাসুখে ৰাতি পোহাই॥
গুৰুবাক পুচ্ছআ বিন্ধ নিঅমণ বাণে
একে শৰসন্ধানে বিন্ধহ বিন্ধহ পৰম ণিবাণে
উমত সবৰো গৰুআ ৰোষে।
গিৰিবৰ সিহৰ সন্ধি পইসন্তে সবৰো লোড়িব কইসে॥

উচ্চ পাহাড়ত শবৰীনামে বালা নিবাস কৰে। তেওঁৰ গলত গুঞ্জাৰ মণি, মূৰত ময়ূৰৰ পাখী। হে পাগল শবৰ, তোমাক বিনয় কৰি মাতিছো তুমি ভুল নকৰিবা, মই তোমাৰ সহজ-সুন্দৰী গৃহিণী। কায়া তৰু নানাভাৱে মুকুলিত

হৈছে, তাৰ ডালে গগণ স্পৰ্শ কৰিছে। শবৰীয়ে অকলশৰে কাণত কুণ্ডল পৰিধান কৰি বনত বিচৰণ কৰিছে। শবৰে ত্ৰিধাতুৰ খাট পাৰি সুখেৰে শয্যা ৰচনা কৰে। শবৰ ভুজঙ্গই কণ্ঠত নৈৰাত্মা দেৱীক ( শবৰী ) আলিঙ্গন কৰি কপূৰ-তাম্বুল ভুঞ্জি মহাসুখে প্ৰেমত ৰাত্ৰিযাপন কৰে। গুৰুবাক্যৰূপ ধনুত আৰু নিজমনৰূপ বাণ আৰোপ কৰি অবিদ্যাক বিন্ধি পৰম নিৰ্বাণ লাভ কৰা। উন্মত্ত শবৰৰ পৰম ক্ৰোধত গিৰিশিখৰৰ সন্ধিদেশত প্ৰৱেশ কৰিলে কেনেকৈ উভতি আহিব ?”

ওপৰৰ গীতটোত শবৰ-শবৰীৰ প্ৰেমৰ ৰূপকৰ যোগেদি সহজীয়া বৌদ্ধতত্ত্বৰ অৱতাৰণা কৰিছে। ৰূপকৰ অন্তৰালত থকা আধ্যাত্মিক তত্ত্ব বাদ দিলেও শবৰ-শবৰীৰ বন্যপ্ৰেম আৰু সম্ভোগৰ চিত্ৰৰূপেও ই আকৰ্ষণীয় এনেকৈ সৰহভাগ গীত ৰূপৰ সমাবেশৰ দ্বাৰা, ৰূপকাত্মক চিত্ৰৰ দ্বাৰা সমুজ্জ্বল হৈ পৰিছে।

চৰ্য্যাপদবোৰে পূৰ্ব ভাৰতত প্ৰবন্ধ সংগীতৰ ধাৰা প্ৰবৰ্ত্তন কৰে বুলি কলে বোধহয় ভুল কৰা নহব। বঙ্গদেশ আৰু অসমৰ বৈষ্ণৱ কবিসকলে যি গীতি সাহিত্যৰ বান আনিছিল তাৰ প্ৰাচীন নিদৰ্শন বিচাৰি গলে আমি ৰাগপ্ৰধান চৰ্য্যাগীতসমূহলৈ উভতি যাব লাগিব। আমাৰ সাহিত্যৰ দেহবিচাৰৰ গীতৰ লগত চৰ্য্যাগীতৰ সময়ৰ ব্যৱধান যথেষ্ট থাকিলেও দুয়োবিধ গীতৰ সমধৰ্মিতা মনকৰিবলগীয়া। চৰ্য্যাগীত-বোৰৰ অন্ত্যমিল বা পাদান্তমিল আন এটা বিশেষত্ব। এই বৈশিষ্ট্যটো আমি পৰৱৰ্ত্তী বঙলা আৰু অসমীয়া কাব্যত এটা স্থায়ী লক্ষণৰূপে প্ৰতিষ্ঠা লাভ কৰা দেখা পাওঁ। চৰ্য্যাগীতবোৰ পদ্ধড়ী ( সং পজ্ঝটিকা ) ছন্দত বেছিভাগেই ৰচিত হৈছে। এই ছন্দ ষোলমাত্ৰ ব। পাদাকুলক ছন্দৰো একে বৈশিষ্ট্যই প্ৰাকৃত পৈঙ্গলত উল্লেখ কৰিছে। লঘু-গুৰু উচ্চাৰণৰ ভেদ ইয়াত ৰখা নহয়। ষোড়শ মাত্ৰাৰ পাদাকুলক ছন্দই চতুৰ্দ্দশ শতাব্দীত ১৪ মাত্ৰাৰ পদ ছন্দলৈ ৰূপান্তৰিত হয়। চৰণৰ অন্ত্যমিল চৰ্য্যাগীততেই আৰম্ভ হৈছে। সেই কাৰণে, ছন্দৰ বিকাশৰ ফালৰ পৰা দৃষ্টি কৰিলে চৰ্য্যাগীতৰ ছন্দৰীতিৰ এক ঐতিহাসিক মূল্য আছে।

ওপৰত আমি চমুকৈ হলেও খ্ৰিষ্টীয় চতুৰ্থ-পঞ্চম শতাব্দীৰপৰা দ্বাদশ-ত্ৰয়োদশ শতাব্দীলৈকে প্ৰাচীন কামৰূপত ভাষা আৰু সাহিত্যই কেনেদৰে বিকাশ লাভ কৰে তাৰ বিৱৰণ দিলোঁ। আমাৰ হাতত থকা উপাদানৰ ভেটিত আমি নিঃসন্দেহে কব পাৰো যে জ্ঞানচৰ্চাত কামৰূপ কোনো কালে পিছ পৰা নাছিল, বৰং কোনো কোনো ক্ষেত্ৰত মধ্যযুগৰ অসমতকৈ কিছু উন্নতহে আছিল। সংস্কৃত ভাষা জ্ঞানচৰ্চাৰ প্ৰধান মাধ্যম হলেও অসমীয়া ভাষাও ক্ৰমবিকাশৰ গতিত আগবাঢ়ি দশম-একাদশ শতাব্দী মনত স্বকীয় আসন দাবী কৰিব পৰা অৱস্থাত উপনীত হয়। অৱশ্যে ৰাজকীয় কাৰ্য্যাৱলীত সংস্কৃতেই ৰাজ-ভাষা ৰূপে আগ আসন পাই থাকিল।

# ৰাজনৈতিক ব্যৱস্থা

ড° প্ৰতাপচন্দ্ৰ চৌধুৰী

কি ৰাজনৈতিক জ্ঞানচৰ্চাৰ অভিব্যঞ্জন, কি সাংস্কৃতিক অনুশীলনত উৎকৰ্ষ সাধন, দুয়ো দিশতে প্ৰাচীন অসমৰ ৰজা-প্ৰজা নিৰ্বিশেষে আদৰ্শৰ নিদৰ্শন এৰি থৈ গৈছে। এই আদৰ্শৰ আঁত বিচাৰি উলিয়াব লাগিব অসমৰ প্ৰত্নতাত্বিক সমল, ইয়াৰে প্ৰাচীন পুথি আৰু ভাৰতৰ সম সাময়িক বুৰঞ্জীমূলক সাহিত্য আৰু ধৰ্মশাস্ত্ৰ—অৰ্থশাস্ত্ৰ, কাব্য পুৰাণ-তন্ত্ৰাদিৰ মাজত। ভৌগোলিক অৱস্থান, জনগোষ্ঠীৰ আকাৰ-প্ৰকাৰ আৰু প্ৰাচীন সমাজ ব্যৱস্থাৰ সম্যক আভাস নাপালে ৰাজনৈতিক ব্যৱস্থাৰ আতিগুৰি পাবলৈ টান। এই কথা সকলো জাতি দেশৰ ইতিহাসতে খাটে। বুৰঞ্জীৰ সমল তাকৰীয়া কাৰণবশতঃ অসমীয়া সমাজৰ আৰম্ভণি, অৰ্থাৎ কেতিয়া কোন গোষ্ঠীৰলোকে লগলাগি সমাজ প্ৰতিষ্ঠা কৰিছিল স্বইচ্ছাই নাইবা পাৰিপাৰ্শ্বিকতাৰ তাড়নাত, এই কথাৰ খাটাং সিদ্ধান্ত দিয়া সম্ভৱ নহয়। আৰু সমাজ প্ৰতিষ্ঠাৰ সঠিক সময়পঞ্জী নাপালে ৰাজ্য বা ৰাষ্ট্ৰৰ ৰাজনৈতিক জীৱনৰ সূচনাৰ কালনিৰ্ণয় আৰু বেছি কঠিন হয়। কাৰণ, এটাৰ লগত আনটোৰ ওতঃ-প্ৰোতভাৱে সম্বন্ধ। এইটো অৱশ্যে স্বীকাৰ্য্য, এখন সমাজৰ কালনিৰ্ণয়েও ইয়াৰ ৰাজনৈতিক জীৱনৰ কালনিৰ্ণয় নকৰে।

এতিয়ালৈকে আবিষ্কৃত বুৰঞ্জীসমলে বাৰুকৈয়ে প্ৰমাণ কৰিছে, অসমৰ পাৰ্বত্য অঞ্চলতেই নহয়, সমতলতো নতুন প্ৰস্তৰ যুগৰ জনগোষ্ঠীৰ বাসস্থান আছিল, আৰু সময়ত তেওঁলোকে অৰ্থনৈতিক কাৰণতেই হওক, নাইবা হিংস্ৰজন্তু আৰু গুচৰ চুবুৰীয়া শত্ৰুৰ ভয়ত সৰু সৰু গোটত শ্ৰেণীভুক্ত হৈছিল। কিন্তু, সমাজপ্ৰৱণতা তেওঁলোকৰ মাজত কিমানদূৰ শিপাইছিল, কোৱা টান। একে গোটৰ বা শ্ৰেণীৰ মাজতো যে দন্দ-খৰিয়াল নালাগিছিল তাকো কোৱা টান। আৰু উক্ত সমাজখন সময়ত সৰু ৰাষ্ট্ৰীয় জীৱনত পৰিণত হোৱা বুলি ধৰি লোৱাটোও সমীচীন নহব। অৰ্থাৎ কোনো এক দলপতিৰ অনুশাসনে সেই সময়ত এটি গোট বা জনগোষ্ঠীৰ লোকক বান্ধি ৰাখিলেও, সি স্থায়ী নাছিল, আৰু সেয়ে হলেও সম্পূৰ্ণ ৰাষ্ট্ৰীয় মৰ্যাদাপ্ৰাপ্ত নহৈছিল। সি সকলৰ বাসস্থানৰ ভৌগোলিক পৰিস্থিতিত আৰু গোষ্ঠীৰ লক্ষণ বা মজ্জাগত স্বভাৱত ৰাজনৈতিক বিচক্ষণতাৰ অভাৱহেতুকে সেই সময়ত ৰাজতন্ত্ৰ ব্যৱস্থাৰ সূচনা হোৱাত বিধি-পথালি দিছিল। পৰিপক্ক শাসনতন্ত্ৰ বা সমাজতন্ত্ৰ থকাটোও অবিশ্বাস্য। গতিকে প্ৰথম ৰাজ্যপ্ৰতিষ্ঠাৰ বুৰঞ্জীমূলক তথ্য উক্ত প্ৰস্তৰ যুগৰ জনগোষ্ঠীৰ মাজত নিবিচাৰি আইন গোষ্ঠীৰ লোকৰ মাজত

বিচাৰি উলিয়াব লাগিব। কিন্তু, বিভিন্ন জনগোষ্ঠীৰ লোকৰ অসমত অনুপ্ৰৱেশ কৰা সময় তালিকাই ক'ত আছে। এই কথা অৱশ্যে ভাৰতৰ জনগোষ্ঠীৰ প্ৰব্ৰজনৰ ইতিহাসতো খাটে। কিন্তু, এতিয়ালৈকে প্ৰাপ্ত সমলে প্ৰমাণ কৰে, প্ৰাক্-ঐতিহাসিক যুগৰ নেগ্ৰইড, অষ্ট্ৰো-এছিয়াতিক লোকক বাদ দিলে, মঙ্গোলীয় জনগোষ্ঠীৰ লোক অনুপ্ৰৱেশ কৰাৰ আগতেও ককেচীয় জনগোষ্ঠীৰ আৰ্য্যভাষাভাষীলোক ইয়ালৈ উত্তৰ, পশ্চিম পূব-দক্ষিণ গিৰিপথ আৰু জলপথেৰে আহিছিল। আৰু ইয়াৰো প্ৰমাণ পোৱা গৈছে, বেদৰ যুগৰ আগতেই উক্ত গোষ্ঠীৰ এদল লোক অসমলৈ আহি নানা ঠাইত, যেনে উত্তৰে আজিৰ অৰুণাচল অঞ্চলত আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ স্থান বিশেষত বসবাস কৰি ইয়াৰ স্বকীয় কৃষ্টিৰ ক্ৰমবিকাশত অৰিহণা যোগাইছিল। উন্নত সমাজ-ব্যৱস্থাৰ মাজেৰে উক্ত আলপাইন আৰ্য্যগোষ্ঠীৰ লোকেই প্ৰথম ৰাজ্য প্ৰতিষ্ঠাত সফলতা লাভ কৰিব পাৰিছিল, যদিও কিৰাত জনগোষ্ঠীৰ প্ৰচেষ্টাও এই বিষয়ত উল্লেখযোগ্য। এই কিৰাতগোষ্ঠীৰ লোক এসময়ত ভাৰতৰ নানা ঠাইত সিচৰিত হৈ আছিল। মহাকাব্য দুখন আৰু পুৰাণে ইয়াৰ সাক্ষ্য দিছে। হয়তো এই গোষ্ঠীৰ লোকে প্ৰকৃততে প্ৰাক্ ঐতিহাসিক যুগতে প্ৰথম মঙ্গোলীয় গোষ্ঠীৰ লোকৰ প্ৰব্ৰজনৰ উদাহৰণ ডাঙি ধৰিছে। অসমলৈ অহাৰ সময়ত অৱশ্যে আৰ্য্যগোষ্ঠীৰ লোক তাকৰীয়া আছিল, আৰু সেয়ে তেওঁলোকৰে মাজৰ দলপতিয়ে ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ সুযোগ পাইছিল। কিন্তু আমাৰ সন্দেহ হয়, অসমৰ কিৰাত জনগোষ্ঠীৰ লোক আৰু প্ৰথমে অহা আৰ্য্য ফৈদৰ লোকৰ তেজৰ সংমিশ্ৰণত ওপোজা জনগোষ্ঠীয়েইহে ইয়াত প্ৰথম ৰাজ্য স্থাপন কৰিছিল। আজিৰ কলিতাৰ লগত কিৰাতৰ সুদূৰ বা প্ৰাচীন সম্বন্ধৰ আঁতও বিচাৰযোগ্য।

যি যি কি নহওক, এতিয়ালৈকে পোৱা বুৰঞ্জীমূলক-অৰ্দ্ধবুৰঞ্জীমূলক সাহিত্য আৰু পুৰাণে প্ৰমাণ কৰিছে, দানৱ উপাধিধাৰী (আচলতে উক্ত উপাধিদত্ত) কিৰাতৰ দলপতি মহিৰঙ্গই বেলতলাৰ ওচৰৰ, অৰ্থাৎ আজিৰ ৰাজধানীৰ নিচেই ওচৰতে মৈৰঙ্ক পৰ্বতৰ কাষত প্ৰথম ৰাজধানী পাতি প্ৰাচীন অসমৰ ৰাজনৈতিক জীৱনৰ পাতনি মেলিছিল। দানৱ উপাধি গোষ্ঠীপ্ৰকাশী নহৈ ধৰ্মীয় যেনহে লাগে। পুৰাণকাৰে বল-বিক্ৰম আৰু অনাৰ্য্য লোকাচাৰী হোৱাৰ কাৰণেহে কিজানি মহিৰঙ্গক উক্ত উপাধিৰে বিভূষিত কৰিছিল।

মহিৰঙ্গৰ শেষবংশধৰ ঘটকাসুৰক বধকৰি নৰক ভৌম প্ৰাগজ্যোতিষৰ অধিপতি হোৱা কথা বিষ্ণুপুৰাণকে আদি কৰি পুৰাণ সাহিত্যত উল্লেখ আছে। তেওঁৰে পুত্ৰ ভগদত্তই পৰম বিক্ৰম দেখুৱাই প্ৰাগজ্যোতিষৰ মৰ্য্যদা ভাৰতৰ ৰাজনৈতিক

পটৰ উচ্চস্থানত প্ৰতিষ্ঠা কৰিছিল। নৰক-ভগদত্তৰ ৰাজত্বকাল সম্বন্ধে আমি এতিয়াও সন্দিহান। ইয়াৰ পিছৰ বৰ্মন বংশৰ কালৰ লগত সাঙুৰি ললে পোৱা যায়, উক্ত নৰক-ভগদত্তই খৃঃ ১ম—২য় শতিকাৰ আগত ৰাজ্য প্ৰতিষ্ঠা কৰা সম্ভৱ নহয়। অসমৰ বুৰঞ্জীমূলক সাহিত্য আৰু ভাৰতীয় পুৰণি সাহিত্যৰাজিত উল্লেখিত আখ্যানসমূহ আৰু ইয়াৰ তাম্ৰলিপি-শিলালিপি আদি বিশ্লেষণ কৰিলে পোৱা যায়, পুৰণি অসমত ৪টা মূল বংশই ৰাজ্য শাসন কৰিছিল। এই কেইটা হল: নৰক ভৌম বংশ, বৰ্মন বংশ শালস্তম্ভ বংশ আৰু পালবংশ। ইয়াৰ পিছত দ্বাদশ শতিকাত এফালে বৈদ্যদেৱ আৰু আনফালে বল্লভদেৱৰ বংশই ৰাজ্যশাসন কৰিছিল। তাম্ৰপত্ৰত উল্লেখিত বংশাৱলীৰ ওপৰত নিৰ্ভৰ কৰিলে পোৱা যায়, নৰকৰ বংশই পালবংশ শেষ নোহোৱালৈকে প্ৰাগজ্যোতিষৰ ৰাজপাট খাইছিল। আৰু ইবোৰৰ তেজৰ সম্বন্ধ আছিল। অৰ্থাৎ নৰক ভৌম প্ৰধান বংশই প্ৰায় বাৰশ বছৰ পুৰণি অসমৰ ৰাজনৈতিক জীৱনৰ ধৰণী আছিল। ই একো আচৰিত নহয়, এই কাৰণেই পৰৱৰ্ত্তীকালত আহোমসকলে এই অসমতে প্ৰায় সাতশ বছৰ ধৰি ৰাজত্ব কৰিছিল। আৰু ইয়াতো আচৰিত হবলগীয়া একো নাই, প্ৰাগজ্যোতিষ-কামৰূপৰ ৰাজনৈতিক-সাংস্কৃতিক প্ৰাণকেন্দ্ৰ প্ৰাগজ্যোতিষতেই আহোম অহাৰ কিছুদিন পিছলৈকে শাসনতন্ত্ৰৰ কেন্দ্ৰস্থলী আছিল।

নৰকভৌমৰ আচল আতিগুৰি দিয়ে ৰাজন্যবৰ্গৰ তাম্ৰশাসনে আৰু অন্যান্য প্ৰত্নতাত্বিক সমলে, বিবোৰ জাল কৰাৰ ভয় কম আৰু বিবোৰ সাহিত্যিক সমলতকৈ বেচি নিৰ্ভৰযোগ্য উপাদান। বৃহত্তৰ গুৱাহাটীক বুজোৱা ৰাজধানী প্ৰাগজ্যোতিষ-পুৰ, কামাখ্যা-কামৰূপ আৰ্য্যভাষাসিদ্ধ নাম। ইয়াৰ প্ৰতিষ্ঠাকাৰী নৰকক ভৌম আখ্যা দিয়া হৈছে প্ৰাচীন থলুৱা বুজাবলৈ, অসুৰ আখ্যা দিয়া হৈছে অনাৰ্য্যসুলভ বল-বিক্ৰমৰ কাৰণে আৰু বৌদ্ধাচাৰী হোৱাৰ কাৰণে। বৰাহ পৰ্বতত আছিল এইজনা বিক্ৰমশালী ৰজাৰ বাসস্থান। পিতাৰ সুযোগ্য পুত্ৰৰ প্ৰচেষ্টাত অসমৰ চতুঃ সীমাৰ পৰিবৰ্দ্ধন ঘটি প্ৰাগজ্যোতিষ সাম্ৰাজ্যত পৰিণত হৈছিল। এওঁৰ পিছতেই ৰাজ্যত বিবৰ্ত্তন ঘটে, আৰু প্ৰায় দুশ বছৰধৰি অসমৰ ৰাজনৈতিক জীৱন অন্ধকাৰময় হয়, নাইবা এই যুগৰ ইতিহাসৰ সমল এতিয়াও ওলাবলৈ বাকী। প্ৰত্নতাত্বিক খনন কাৰ্য্যইহে উক্ত এন্ধাৰ যুগৰ আভাস দিব বুলি কব পাৰি। আজিলৈকে পোৱা সমলে ৰাজ্য-প্ৰতিষ্ঠাতা সকলৰ কেৱল প্ৰচলিত আৰু লিখিত আখ্যানকেহে প্ৰমাণ কৰিছে। ইবোৰত ৰাজত্বকালৰ বিশদ বিৱৰণ সন্নিবিষ্ট কৰা দেখা পোৱা নাই।

এনেস্থলত পুৰণি অসমৰ নিৰ্ভৰযোগ্য ৰাজনৈতিক বুৰঞ্জীৰ নতুন আৱস্থণি 'বৰ্মন বংশৰ' প্ৰতিষ্ঠাতা পুষ্যবৰ্মাৰ চতুৰ্থ শতিকাৰ মাজভাগৰ পৰাহে পোৱা গৈছে।

ভাস্কৰবৰ্মাৰ নিধনপুৰ আৰু ডুবী তাম্ৰশাসন, নালন্দা পোৱা মাটিৰ মোহৰ, বাণৰ হৰ্ষচৰিত, অন্যান্য ভাৰতীয় পুথি আৰু চীন পৰিব্ৰাজকৰ টোকাই এই বংশৰ ৰাজনৈতিক-সাংস্কৃতিক ইতিহাসৰ বিশদ বিৱৰণ ডাঙি ধৰিছে। এই বংশ গুপ্তবংশৰ সমসাময়িক থকা ঐতিহাসিক ঘটনাৰ উল্লেখ বহু ঠাইত পাইছো। চতুৰ্থ শতিকাৰ সমুদ্ৰগুপ্তৰ এলাহাবাদ প্ৰশস্তিয়ে কামৰূপক প্ৰান্তীয় ৰাজ্যৰ উল্লেখ কৰা কথাই সাব্যস্ত কৰিছে, সেই সময়ত সৰু ৰাজ্য হলেও পূৰ্বভাৰতত কামৰূপৰ ৰাজনৈতিক পৰিস্থিতি উল্লেখনীয়। তেতিয়াও বঙ্গত গৌড়ৰ জন্ম হোৱা নাছিল। ৫ম শতিকাৰ শেষৰ ফালে স্কন্দগুপ্তৰ দিনৰপৰা মগধ সাম্ৰাজ্যৰ অৱনতি ঘটাৰ লগে লগে কামৰূপৰাজ মহেন্দ্ৰ বৰ্মাই অশ্বমেধ যজ্ঞ কৰি এই ৰাজ্যৰ প্ৰতিভা প্ৰতিষ্ঠা কৰে। ষষ্ঠ শতিকাৰ মাজভাগত মহাৰাজ ভূতিবৰ্মাইও উক্ত অশ্বমেধযজ্ঞ কৰি কামৰূপ ৰাজ্যৰ সীমা পশ্চিমে কৰতোয়া নদীৰ বহুত সিপাৰলৈ আৰু দক্ষিণ পশ্চিমে বঙ্গোপসাগৰলৈ বহলাই লৈছিল। ষষ্ঠ শতিকাৰ শেষভাগত অৰ্থাৎ ভাস্কৰ বৰ্মাৰ পিতৃ সুস্থিতবৰ্মা আৰু জ্যেষ্ঠভাতৃ সুপ্ৰতিস্থিতবৰ্মাৰ ৰাজত্বকালত কামৰূপৰ ৰাজনৈতিক বুৰঞ্জীত অলপ কালিমা পৰে। গুপ্তবংশৰ ৰজা মহাসেন গুপ্তই কামৰূপ ৰাজ্য আক্ৰমণ কৰি সুস্থিতবৰ্মাক পৰাভূত কৰা ঘটনাৰ উল্লেখ আদিত্য সেনৰ অপছাড লিপিত লিপিবদ্ধ কৰা পাইছো। গৌড়ৰ ফালৰ পৰা সুপ্ৰতিষ্ঠিত বৰ্মাৰ ৰাজ্যও আক্ৰান্ত হোৱা ঐতিহাসিক ঘটনাৰ উল্লেখ ভাস্কৰবৰ্মাৰ ডুবী তাম্ৰশাসনেই কৰিছে। এই দুই আক্ৰমণৰ ফলত কামৰূপৰ বিপৰ্য্যয় ঘটিলেও ইয়াৰ পশ্চিম সীমা কৰতোয়াৰ সীমান্তৰ পৰা বেঁচি পূৱলৈ সঙ্কুচিত হৈছিল বুলি ধৰি লবলৈ নোৱাৰি। এই বিপৰ্য্যয়ৰ দিনতে, খুব সম্ভৱ জ্যেষ্ঠভাতৃৰ অকাল বিয়োগত ভাস্কৰবৰ্মাই ৰাজ্যৰ ধৰণী হবলৈ সুযোগ পাইছিল। ইয়াৰ সাক্ষ্য নিজৰ শাসনাৱলী নিধনপুৰ তাম্ৰলিপি আৰু হৰ্ষচৰিতে দিছে। কামৰূপ যুগ প্ৰচলনকাৰী ৬ষ্ঠ শতিকাৰ শেষৰ আৰু সপ্তম শতিকাৰ মাজভাগৰ অসীম প্ৰতিভাশালী কুমাৰ ভাস্কৰবৰ্মাৰ কামৰূপ ৰাজ্য, সাম্ৰাজ্য আছিল। ইয়াৰ পশ্চিমপ্ৰান্ত লগ লাগিছিল কনৌজৰাজ হৰ্ষবৰ্দ্ধনৰ ৰাজ্যৰ পূব সীমা নালন্দাত। গৌড়ৰ ৰজা শশাঙ্কক পৰাভূত কৰি (হৰ্ষবৰ্দ্ধনৰ সৌহাৰ্দত) কৰ্ণসুবৰ্ণত সামৰিক শক্তিৰ জয়ঢোল কোবাই কামৰূপৰ উত্তৰ আৰু উত্তৰ-পূব সীমা চীন বৰ্মদেশৰ লগত সংলগ্ন কৰি, দক্ষিণ-পশ্চিম সীমা বঙ্গোপসাগৰলৈ বিস্তাৰ কৰি পূব ভাৰতৰ একচ্ছত্ৰী সম্ৰাটৰ আখ্যা ভাস্কৰবৰ্মাই তেওঁৰে অতিথি চীন পৰিব্ৰাজক হিউৱেন ছাঙৰ পৰা পাইছিল। নালন্দাৰ উপাচাৰ্য্য শীলভদ্ৰৰ লগত চিঠি-পত্ৰেৰে কৰা আদান-প্ৰদান, হৰ্ষবৰ্দ্ধনৰ দ্বাৰা কনৌজ আৰু

প্ৰয়াগত পোৱা আপ্যায়ন, ইউৱেনছাঙৰ লগত সম্ৰাটোচিত ব্যৱহাৰ, কনৌজৰাজলৈ পঠোৱা প্ৰাচীন অসমৰ ঘৰুৱা শিল্পজাত সামগ্ৰীৰ বিশদ বিৱৰণ ৰজাজনাৰ নিজৰ তাম্ৰশাসন, নালন্দা পোৰামাটিৰ মোহৰ বাণৰ হৰ্ষচৰিত পুথি আৰু চীন পৰি-ব্ৰাজকৰ টোকাত লিপিবদ্ধ কৰা পাইছো। অসমীয়া মানুহৰ পুষ্ট ৰাজনৈতিক জীৱনৰ প্ৰভাৱৰ উপৰিও এই ৰজাজনাৰ ৰাজত্বকাল থলুৱা সংস্কৃতিত, শিক্ষা-দীক্ষা গুণত এক উল্লেখনীয় স্থানত উঠিব পাৰিছিল। কালিকাপুৰাণৰ ৰাজনৈতিক-সাংস্কৃতিক উৎকৰ্ষৰ ছবি ম্লান কৰি, যোগিনীতন্ত্ৰৰ ভৌগোলিক চাৰি সীমাৰ অসমকো ভাস্কৰবৰ্মাৰ কামৰূপে চেৰাই গৈছিল। বৰ্মা বংশৰ ৰাজত্বকালৰ বুৰঞ্জীয়ে গুপ্তবংশ, পুষ্যভূতি বংশ আৰু গৌড়ৰ লগত ৰাজনৈতিক সম্বন্ধ পতাৰেই নহয়, সাংস্কৃতিক আদান-প্ৰদানৰো সম্যক আভাস আমাক দিছে। এই বংশৰ গুণৰ গৰিমাৰ নিদৰ্শন গোটেই উত্তৰ আৰু পূৰ্ব ভাৰততেই নহয়, দক্ষিণ-পূব এছিয়াৰ স্থান বিশেষৰ স্থাপত্য ভাস্কৰ্য্যত বিচাৰি পোৱা গৈছে। আৰ্য্য-হিন্দু সভ্যতা সংস্কৃতিৰ প্ৰথম নিদৰ্শন, সমসাময়িক ভাৰতীয় ৰাজ্যৰ লগত যোগসূত্ৰৰ উজ্বল ছবি ডাঙি ধৰিছে গুপ্তযুগৰ তেজপুৰৰ দহ পৰ্বতীয়াৰ সুন্দৰ ভাস্কৰ্য্য খচিত দুৱাৰ দলিয়ে, ঠিক যেনেকৈ উমাচলৰ মহেন্দ্ৰবৰ্মাৰ শিলালিপি, বৰগঙ্গাৰ ভূতিবৰ্মাৰ শিলালিপি আৰু ভাস্কৰবৰ্মাৰ নিধনপুৰ তাম্ৰশাসনে আৰ্য্য-সভ্যতাৰ, ব্ৰাহ্মণ্য ধৰ্মৰ বিশদ প্ৰচাৰ সম্বন্ধে সাখ্য বহন কৰিছে। ইয়াৰ মাজত আছে শিক্ষা-দীক্ষা, কলা কৃষ্টিৰ কাৰণে দেখুওৱা ৰাজপৃষ্ঠপোষকতাৰ সৰ্চা চানেকি। ইয়াৰ দৃষ্টান্ত দিব পৰাৰ ক্ষমতা আমি আজিকোপতি আৰ্জ্জ লব পৰা নাই। দেশৰ কৰ্ণধাৰসকলে গৌৰৱময় বুৰঞ্জীৰ শিকনি নোলোৱাতো অনুতাপনীয়।

ভাস্কৰবৰ্মাৰ পিছত এক ৰকম ৰাজনৈতিক পট পৰিবৰ্তন ঘটে। কামৰূপৰ শাসনভাৰ অৱন্তিবৰ্মাৰ ( শালস্তম্ভ ) হাতলৈ যায় আৰু সপ্তম শতিকা শেষ নেহোৱালৈকে ৰাজ্যখনৰ জ্যোতি ম্লান হৈ থাকে। কিন্তু অষ্টম শতিকাৰ মহাৰাজাধিৰাজ হৰ্ষদেৱৰ প্ৰতিভা ভাস্কৰবৰ্মাতকৈও কোনো গুণে কম নাছিল। এই ৰজা জনাই সমসাময়িক ভাৰতৰ প্ৰধান ৰাজবংশৰ লগত বিবাহ সূত্ৰত আৱদ্ধ হৈ নিজৰ ৰাজ্যখনৰ পৰিবৰ্দ্ধন ঘটাই ভাৰতীয় ৰাজনৈতিক মানচিত্ৰত এক বিশিষ্ট আসন লবলৈ অশেষ চেষ্টা কৰিছিল। ইয়াৰ সাখ্য বহন কৰিছে, নেপালৰাজ ২য় জয়দেৱৰ পশুপতি প্ৰস্তৰ লিপিয়ে। হৰ্ষদেৱক ইয়াত গৌড়-ওড্ৰ-কলিঙ্গ-কোশলপতিৰ আখ্যা দিয়া আছে। এই বিশাল উত্তৰপূৱ ভাৰতৰ ভূমিখণ্ড কেতিয়া কেনেকৈ জয় কৰি কামৰূপ ৰাজ্যৰ চামিল কৰিছিল, বিশদ বিৱৰণ পাবলৈ নাই। কিন্তু

বাক্‌পতিৰ গৌড়বহো প্ৰাকৃত পুথিয়ে সাব্যস্ত কৰিছে. কনৌজৰাজ যশোবৰ্মাৰ হাতত পৰাভূত হোৱা গৌড়ৰাজ হৰ্ষদেৱ কামৰূপৰ ৰজাই আছিল আৰু অষ্টম শতিকাৰ প্ৰথমাৰ্দ্ধতেই উক্ত ৰাজ্যবোৰ জয় কৰি কামৰূপ ৰাজ্যখন সাম্ৰাজ্যত পৰিণত কৰা ছিল। জয়দেৱৰ শাসনত উল্লেখ কৰা কাল কামৰূপী কালত ( kamarupi era নিৰ্ণয় কৰা হলে ( ১৫৩+৫৯৪ )=খৃঃ ৭৪৭, এই তাৰিখৰ আগতেই উক্ত ৰাজ্যবোৰ জয় কৰা বুজায় আৰু যশোবৰ্মনৰ দিগ্‌বিজয়ৰ ( যিহৰ কাৰণে হৰ্ষদেৱৰ ৰাজনৈতিক জীৱনৰ পৰিসমাপ্তি ঘটিছিল ) সময় উক্ত তাৰিখৰ পিছত নিৰ্ণয় কৰিবলগীয়া হয়। সি যি কি নহওক, কামৰূপ ৰাজ্যৰ প্ৰতিভা সহ্য কৰিব নোৱাৰি কনৌজৰাজ যশোবৰ্মনে উত্তৰবঙ্গ আৰু ইয়াৰ পশ্চিম, দক্ষিণ-পশ্চিমৰ কামৰূপ ৰাজ্যৰ অংশবিশেষ আক্ৰমণ কৰি ইয়াৰ ৰজা হৰ্ষদেৱক পৰাভূত কৰি কামৰূপ ৰাজ্যৰ সীমাৰ সঙ্কোচন ঘটাইছিল।

অষ্টম শতিকাৰ শেষভাগ আৰু নৱম শতিকাৰ আৰম্ভণিত কামৰূপ ৰাজ্যৰ ৰাজনৈতিক প্ৰতিভা ম্লান কৰিলেও নৱম শতিকাৰ মাজভাগত ৰজা হৰ্জ্জৰবৰ্মন আৰু বনমালৰ দিনৰ কামৰূপ ৰাজ্যই পুনৰ প্ৰতিভাশালী হৈ উঠে। বনমালৰ ৰাজ্যৰ পশ্চিম সীমা পুনৰ ভূতিবৰ্মা আৰু ভাস্কৰবৰ্মাৰ ৰাজ্যৰ সীমাৰেখা চুইছিল। ৰজাজনাৰ তেজপুৰৰ তাম্ৰশাসন আৰু পৰ্বতীয়া তাম্ৰশাসনে ইয়াৰ সাখ্য বহন কৰিছে। ওচৰচুবুৰীয়া ৰাজ্যৰ ৰজা-প্ৰজাৰ লগত শান্তি-যুদ্ধবিগ্ৰহৰ যোগে সম্বন্ধ স্থাপন কৰা ঘটনাৰ উল্লেখ উক্ত ৰাজশাসনৰ বাহিৰেও গৌড়ৰ পাল বংশৰ প্ৰস্তৰলিপি-তাম্ৰশাসনৰ পৰা পাব পাৰি। উক্ত ৰজাসকলৰ দিনতে তেজপুৰত দ্বিতীয় ৰাজধানী স্থাপন কৰি কামৰূপ ৰাজ্যৰ উত্তৰ সীমা বৰ্ত্তমানৰ অৰুণাচলৰ অংশবিশেষলৈ বিস্তাৰ কৰি চীন-তিব্বতৰ লগত ৰাজনৈতিক-সাংস্কৃতিক আদান-প্ৰদানৰ যোগসূত্ৰ কটকটকীয়াকৈ স্থাপন কৰিছিল। অৱশ্যে এই যোগসূত্ৰৰ অতি প্ৰাক্‌-ঐতিহাসিক যুগৰ লোক প্ৰব্ৰজনে দিয়াৰ উপৰিও চতুৰ্থ পঞ্চম শতিকাৰ পৰা আৰম্ভ কৰি একাদশ-দ্বাদশ শতিকাৰ প্ৰত্নতাত্ত্বিক সমলে বাৰুকৈয়ে প্ৰমাণ কৰিছে। অৰুণাচলৰ অদ্যপ্ৰাপ্ত প্ৰত্নতাত্ত্বিক সমল বামুনীপাহাৰ, তেজপুৰৰ কোলপাৰ্কৰ স্থাপত্য ভাস্কৰ্য্যৰ নিদৰ্শন সমূহক বাদ দি বুজিব নোৱাৰি। ইবোৰ সমলো বিশাল কামৰূপ ৰাজ্যৰ ৰাজনৈতিক পৃষ্ঠপোষকতাত গঢ় উঠা সাংস্কৃতিক জীৱনধাৰাৰ অবিস্মৰণীয় সুন্দৰ চানেকি। আজিৰ ৰাজনৈতিক পটপৰিৱৰ্ত্তনে অৰুণাচলক অসমৰপৰা কাঢ় নি ভাৰতীয় ঐতিহ্যতে চৰম আঘাত হানিছে। এইটো সকলোৱে উপলব্ধি নোহোৱাকৈ থকাটোহে আশ্চৰ্য্যজনক।

দশম-দ্বাদশ শতিকাৰ পালবংশৰ ৰাজনৈতিক সাংস্কৃতিক বুৰঞ্জীৰ অধ্যায় আৰু

গৌৰৱময় আছিল অৱন্তিবৰ্মাৰ বংশৰ শাসন কাল শেষৰজা ত্যাগসিংহৰ দিনত দশম শতিকাৰ শেষভাগতে অন্ত পৰে. আৰু উক্ত ৰজাৰ উত্তৰাধিকাৰীৰ অভাৱত ৰাজ্যৰ কৰ্ণধাৰ সকলে ব্ৰহ্মপালক প্ৰাগ-জ্যোতিষৰ অধিপতি পাতে। ৰত্নপালৰ বৰগাওঁ তাম্ৰশাসনৰ মতে ব্ৰহ্মপালও ভৌমবংশৰ উত্তৰাধিকাৰী আছিল। সেয়েহে এওঁক প্ৰজাবৰ্গৰ মাজৰ বিশিষ্ট ব্যক্তি বিশেষে ৰাজপাটত বহুৱায়। এনেকুৱা উদাহৰণ অইন ৰাজ্যৰ বুৰঞ্জীতো পোৱা যায়। ব্ৰহ্মপালৰ পুত্ৰ ৰত্নপালৰ শাসনকাল কামৰূপৰ ৰাজনৈতিক-সাংস্কৃতিক বুৰঞ্জীৰ এক গৌৰৱোজ্জ্বল অধ্যায়। এওঁৱেই প্ৰাগজ্যোতিষ ৰাজধানী সুৰক্ষিত কৰি নতুন নাম দিলে দুৰ্জয়া। বহিঃ-আক্ৰমণৰ পৰা দুৰ্ভেদ্য কৰা হেতুকে এই নাম দিয়া হৈছিল। সমসাময়িক ৰাজ্য, যেনে গৌড়, চালুক্য, গুৰ্জৰ, কেৰল আদিৰ লগত ৰত্নপালে যুদ্ধত লিপ্ত থাকিবলগীয়া হৈছিল বুলি বহু পণ্ডিতৰে মত। কিন্তু আমাৰ মতে বৰগাও শাসনত উল্লেখ কৰা সকলো ৰাজ্যৰ লগত কামৰূপৰ ৰজাই যুদ্ধ কৰিবলগীয়া হোৱা নাছিল। ৰাজধানীৰ দুৰ্জয়তা বুজাবলৈকেহে উক্ত বৰ্ণনাৰ অৱতাৰণা কৰা হৈছে।

কিন্তু ৰত্নপালে যে বঙ্গৰ ৰজা ৰাজ্যপালক পৰাভূত কৰিছিল, এই কথাৰ উল্লেখ পৰৱৰ্ত্তী ৰজা গোপালৰ গছতলৰ তাম্ৰশাসনত পোৱা হৈছে। গৌড়ৰ ৰজা মহীপালৰ (প্ৰথম) পিছত এই ৰাজ্যৰ ৰাজনৈতিক পতনৰ সূচনা হয়, আৰু এই সুযোগতে ৰত্নপালে গৌড় আক্ৰমণ কৰি ৰাজ্যপালক পৰাজয় কৰি উত্তৰ বঙ্গৰ অংশ বিশেষ কামৰূপ ৰাজ্যত চামিল কৰাটো নিৰ্ভৰযোগ্য ঐতিহাসিক ঘটনা। ৰত্নপালৰ চৰক্তবাৰী তাম্ৰশাসন আৰু ইন্দ্ৰপালৰ গুৱাহাটী তাম্ৰশাসনে প্ৰমাণ কৰিছে, হাবুং ভূখণ্ডকে আদি কৰি উত্তৰ লক্ষীমপুৰ অঞ্চল, আৰু সদিয়াৰ অংশবিশেষ এই সময়ত কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। ৰত্নপালৰ পৌত্ৰ ইন্দ্ৰপালৰ দিনৰ কামৰূপৰ ৰাজনৈতিক জীৱন চৰম সীমাত উঠিছিল। ৰত্নাজনাৰ গুৱাহাটী তাম্ৰশাসনে উক্ত ঘটনাৰ প্ৰমাণ ধৰিছে। গোপালৰ গছতলৰ তাম্ৰশাসনে উল্লেখ কৰিছে, ইন্দ্ৰপালে চন্দ্ৰবংশৰ ৰজা শ্ৰীচন্দ্ৰৰ পুত্ৰেক কল্যাণচন্দ্ৰক নৌ-যুদ্ধত পৰাভূত কৰিছিল, যি কল্যাণচন্দ্ৰই বঙ্গৰ ৰজাৰ পৰাজয়কাৰী আছিল। উক্ত ঘটনাৰ উল্লেখ প্ৰমাণ কৰিছে, গোপালৰ কামৰূপ ৰাজ্যৰ ৰাজনৈতিক প্ৰতিভা সুদূৰপ্ৰসাৰী আছিল। ৰাষ্ট্ৰকূট বংশৰ ৰজাই ইন্দ্ৰপালৰ লগত বৈবাহিক সূত্ৰত লগ লগাৰ ফলত গোপালে সুযোগ লৈ গৌড়-বঙ্গৰ অংশবিশেষ কামৰূপত চামিল কৰা সম্ভৱ হৈছিল। কামৰূপ ৰাজ্যৰ পৰাক্ৰম সহিব নোৱাৰি পৰৱৰ্ত্তী ৰজা হৰ্ষপালৰ দিনত পূৰ্ববঙ্গৰ ৰজা জাতবৰ্মণে কামৰূপ আক্ৰমণ কৰিছিল, আৰু উত্তৰ বঙ্গৰ অংশ বিশেষ কাঢ়ি

আনিছিল বুলি ধৰি লব পাৰি। এই সময়তে চালুক্যৰ ৰজা বিক্ৰমাদিত্যৰো (ষষ্ঠ) দিগ্‌বিজয় আৰম্ভ হৈছিল। বিলহণৰ বিক্ৰমাঙ্ক চৰিত পুথিয়ে উক্ত ৰজাজনাই মগধ, অঙ্গ, গৌড় আৰু কামৰূপ ৰাজ্যত আক্ৰমণ চলোৱা বুলি উল্লেখ কৰিছে। হৰ্ষপালে এই আক্ৰমণ প্ৰতিহত কৰিব নোৱাৰিলে সঁচা কিন্তু কামৰূপ ৰাজ্যৰ বিশেষ সঙ্কোচন ঘটা নাছিল। চালুক্যৰাজে আক্ৰমণ কৰিয়েই উক্ত ৰাজ্য-সমূহৰ পৰা আঁতৰি গৈছিল, আদৰ্শী বিক্ৰমাদিত্যৰ দিগ্‌বিজয়ৰ আদৰ্শ ৰক্ষা কৰি।

হৰ্ষৰ পৰবৰ্ত্তী ৰজা ধৰ্মপালৰ ৰাজত্বকালত পুনৰ ৰাজনৈতিক অভ্যুত্থান ঘটে। এই ৰজাজনাৰ এতিয়ালৈকে পোৱা তিনিখন তাম্ৰশাসন বুৰঞ্জীৰ আপুৰুগীয়া উপাদান। উত্তৰ বঙ্গৰ দিনাজপুৰ অঞ্চলত মাটি দান কৰা ঘটনাৰ উল্লেখে বনমালৰ দিনৰ কামৰূপৰ সীমা পুনৰ নিৰ্দ্ধাৰিত কৰাত সহায়তা কৰিছে। এই ৰজাজনাই বৰ্ত্তমানৰ উত্তৰ গুৱাহাটীত কামৰূপ নগৰ নাম দি এখনি সুন্দৰ ৰাজধানী স্থাপন কৰিছিল। গৌড়ৰ ফালৰ পৰা ঘনাই হোৱা আক্ৰমণৰ বিৰুদ্ধে লোৱা প্ৰত্যক্ষ ব্যৱস্থাৰ ভিতৰত এইটোৱেই প্ৰধান আছিল। উত্তৰ গুৱাহাটীৰ ৰাজাদুৱাৰেই প্ৰাচীন কামৰূপনগৰৰ সাক্ষ্য বহন কৰি আছে। উক্ত ৰাজধানীয়ে প্ৰাগজ্যোতিষ-পুৰৰ অংশৰূপে প্ৰতিষ্ঠিত হৈ প্ৰাচীন ৰাজধানীৰ সুবৃহৎ আকাৰৰ প্ৰমাণ ধৰিছে।

ধৰ্মপাল ৰজাই ৰাজনৈতিক আৰু সাংস্কৃতিক, দুই ক্ষেত্ৰতে নিজৰ প্ৰতিভাৰ চিনাকি দিব পাৰিছে। ৰাজ্য আৰু প্ৰজাৰ ধৰ্ম অৰ্থ আৰু কৰ্মৰ সমানে ৰক্ষণা-বেক্ষণ দি এই ৰজাজনাই সকলোৰে মাজত সুখ্যাতি অৰ্জন কৰিছিল। নিজে সংস্কৃত ভাষাত প্ৰশস্তি, কাব্য ৰচনা কৰাৰ উল্লেখে আৰু প্ৰমাণ কৰিছে, কেৱল পৃষ্ঠ-পোষকতা কৰাই নহয়, পুৰন্দৰ পালৰ নিচিনা এই ৰজা জনাইও আৰ্য্য ভাষা-সংস্কৃতিৰ প্ৰচাৰ কৰাত বিশেষ অৰিহণা যোগাইছিল। এওঁৰ পৰবৰ্ত্তী ৰজা জয়পালৰ ৰাজনৈতিক প্ৰতিভাৰ দৃষ্টান্ত প্ৰহাসৰ শিলিমপুৰৰ প্ৰস্তৰ শিলালিপিয়ে প্ৰমাণ কৰিছে। ধৰ্মপালৰ ৰাজ্যৰ ৰক্ষণা-বেক্ষণ দিয়াই নহয়, তেওঁৰ দেহৰ ওজনৰ সমান (তুলাপুৰুষ) ন শ সুৱৰ্ণ মুদ্ৰাৰ দানে কামৰূপৰ নদন-বদন অৱস্থাৰ চানেকি বাৰুকৈয়ে ডাঙি ধৰিছে। এই অৱস্থাৰ কিন্তু লাহে লাহে অৱনতি ঘটিল গৌড়ৰ ৰামপালৰ পৰাক্ৰমত কামৰূপৰ ৰজা পৰাভূত হোৱা ঘটনাৰ উল্লেখ সন্ধ্যাকৰ নন্দীৰ ৰামপালচৰিতত পাইছো। কুমাৰপালৰ দিনত তেওঁৰে মন্ত্ৰী তিঙ্গাদেৱ আৰু এওঁৰ পিছত বৈদ্যদেৱেই কামৰূপৰ অংশবিশেষ শাসন কৰা ঐতিহাসিক ঘটনাৰ উল্লেখ বৈদ্যদেৱৰ কৌমলী ৰাজশাসনত পোৱা হৈছে। গতিকে জয়পালৰ সমসাময়িকৰূপে আৰু এওঁৰ মৃত্যুৰ পিছতো দ্বাদশ শতিকাৰ মাজভাগলৈকে বৈদ্যদেৱে কামৰূপৰ

অন্ততঃ পশ্চিম অংশত ৰাজ্য শাসন কৰিছিল। পালবংশৰ যে পুনৰুত্থান হৈছিল, এই কথাৰ প্ৰমাণ আমবাৰীৰ শিলালিপিয়ে কৰিছে। ইয়াত উল্লেখ কৰা ৰজা সমুদ্ৰপালে ১১৫৪ শকত যোগীহাটী—গুৱাহাটীত (আমবাৰী) এখন তান্ত্ৰিক-বৌদ্ধ যোগী সকলৰ কাৰণে সবাসিক সত্ৰ স্থাপন কৰিছিল। আজি কিছুদিন আগতে আবিষ্কৃত হোৱা আমবাৰীৰ প্ৰত্নতাত্ত্বিক ভগ্নাৱশেষ আৰু মূৰ্ত্তি আদিয়ে উক্ত সত্ৰৰ অৱস্থিতিৰ প্ৰমাণ ডাঙি ধৰিছে। আৰু ইয়াকো প্ৰমাণ কৰিছে, পালবংশৰ দিনতে ৰজা-প্ৰজাৰ প্ৰচেষ্টাত কামৰূপৰ ৰাজনৈতিক জীৱন উচ্চ শিখৰত উঠিব পাৰিছিল। কিন্তু এই বংশৰ ৰাজত্বৰ শেষৰ ফালে নানা আহুকালে দেখা দিয়ে। বঙ্গৰ পৰা সেনবংশৰ ৰজাৰ আক্ৰমণ আৰম্ভ হয়। জয়পালৰ পিছতেই বিজয় সেনে দ্বাদশ শতিকাৰ মাজভাগত কামৰূপ আক্ৰমণ কৰিছিল। আৰু কামৰূপৰ পশ্চিম অংশৰ ৰজা বৈদ্যদেৱ ইয়াৰ দ্বাৰা পৰাভূত হৈছিল। কিন্তু বল্লভদেৱৰ ৰাজশাসনে প্ৰমাণ কৰে। তেওঁৰ বংশৰ ৰজা ৰায়াৰিদেৱেই বঙ্গৰ ৰজা বিজয়সেনক যুদ্ধত পৰাজিত কৰিছিল। বল্লভদেৱ নিজেও সেনৰজা লক্ষ্মণ সেনৰ কামৰূপ আক্ৰমণৰ কাৰণে যুদ্ধত লিপ্ত হৈছিল। দ্বাদশ শতিকাৰ শেষ ভাগত কামৰূপত এইবোৰ ৰাজনৈতিক উত্থান-পতন আৰু পট পৰিবৰ্তনৰ সূচনা হৈছিল। বখ্‌তিয়াৰ খিল্‌জিৰ কামৰূপ আক্ৰমণত লিপ্তহোৱা কামৰূপৰ বিক্ৰমশালী ৰজাজনা আছিল পৃথু আৰু তেওঁ জয়পালৰ বংশধৰ বুলি ঠাৱৰ কৰিব পাৰি। কানাই বৰশী শিলাপিয়ে প্ৰমাণ কৰিছে, ১১২৭ শকত (১২০৫-৬ খৃঃ) উক্ত বখ্‌তিয়াৰৰ সেনাবাহিনী কামৰূপী সেনাৰ আক্ৰমণত মৃত্যু মুখত পৰিছিল। মুছলমানৰ প্ৰথম আক্ৰমণে এনেদৰেই কোনো ফল নধৰিলে। কামৰূপৰ ৰাজনৈতিক পট পৰিবৰ্ত্তনৰ কাৰণে আৰু ৰাজ্যৰ নানা অংশত স্বাধীন শাসন প্ৰবৰ্ত্তনৰ ফলস্বৰূপে ৰাজ্যৰ কেন্দ্ৰীয় শাসনতন্ত্ৰ দুৰ্বলহৈ পৰে, ফলত এটাৰ পিছত আনটো বহিঃআক্ৰমণে ৰাজ্যখনৰ ৰাজনৈতিক ছবি ম্লান কৰি তোলে। এক কথাত, প্ৰাগজ্যোতিষৰ পুৰণি আৰ্য্য-হিন্দু বংশৰ বিভাজনত ত্ৰয়োদশ শতিকাত সৃষ্ট হোৱা, ভূঞা—বাৰভূঞাই ৰাজ্যৰ নানা ঠাইত স্বাধীন সৰু সৰু ৰাজ্য প্ৰতিষ্ঠা কৰি একগোটীয়া কেন্দ্ৰীয় শাসনতন্ত্ৰ দুৰ্বল কৰি ইয়াৰ ৰজা প্ৰজাৰ ৰাজনৈতিক সাংস্কৃতিক জীৱন ধাৰাত এটি নতুন দুৰ্বল সূতিৰ অৱতাৰণা কৰে। এই সূতিৰ গতি পৰৱৰ্ত্তী কালত, কোচ-আহোমৰ ৰাজত্বকাল শেষ নোহোৱালৈকে চলি আছিল, আৰু ইয়াৰ ভাৱ-ভঙ্গী বৰ্ত্তমান কালতো সময়ে সময়ে উজাৰ দি থাকে।

এই বিশাল কামৰূপ ৰাজ্যৰ প্ৰতিষ্ঠাতাসকলে ভাৰতীয় ঐতিহ্যতে শিক্ষা লৈ এক অভিনৱ শাসন তন্ত্ৰৰ পাতনি মেলে। এই শাসন তন্ত্ৰই সকলো জাতি-জনজাতিৰ

লোকক এক ৰাজনৈতিক গোটত ৰাখি সুশাসনৰ ব্যৱস্থা কৰাইছিল। ৰাজতন্ত্ৰ হলেও, সকলো প্ৰজাৰে জাতি বৰ্ণ নিৰ্বিশেষে নিজৰ নিজৰ সা সুবিধা দি সামাজিক জীৱন যাপনৰ দিহা লগাইছিল। ৰজা স্বেচ্ছাচাৰী হব নোৱাৰিছিল। ৰজাই মন্ত্ৰীপৰিষদ আৰু অন্যান্য শাসনতন্ত্ৰৰ অঙ্গৰ দ্বাৰা পৰিচালিত হোৱা ঘটনাৰ উল্লেখ ৰাজশাসনত পাব পাৰি। পিতৃৰ পিছত বৰপুত্ৰ যুৱৰাজ হৈ ৰাজপাটত উঠিলেও, সময়ত শাসনতন্ত্ৰৰ কৰ্ণধাৰসকল আৰু বিশিষ্ট প্ৰজাবৰ্গৰ দ্বাৰাও ৰজা বাছনিত উঠিছিল। নানাকাৰণত স্বইচ্ছাই ৰাজ্যভাৰ পৰিত্যাগ কৰা ৰজাৰো উল্লেখ পাইছো। এই সকলোবোৰে প্ৰমাণ কৰে, কামৰূপৰ ৰাজ-শাসন পদ্ধতি ভাৰতীয় ৰাজনীতিৰ ঐতিহ্য ৰক্ষা কৰি প্ৰতিষ্ঠিত আৰু প্ৰচলিত হোৱা সুব্যৱস্থাৰ নিদৰ্শন।

শাস্ত্ৰীয় নীতি-নিয়ম পালন কৰি ৰাজ্যাভিষেকৰ ব্যৱস্থা কৰি ৰজাই ৰাজপাটত উঠাৰ উল্লেখ নানা ঠাইত পাইছো। ৰাজ্যজয়ৰ পিছত অশ্বমেধ যজ্ঞ কৰি পৰাক্ৰম বিস্তাৰ কৰা ঘটনাৰো উল্লেখ পাইছো। যুদ্ধৰ ওপৰত ৰজাই ৰাজধৰ্ম ৰক্ষা কৰি কামৰূপ ৰাজ্যত সুশাসনৰ ব্যৱস্থা কৰিছিল। নানা ঠাইত মাটি দান দি আৰ্য্য-হিন্দু শিক্ষা-দীক্ষা, ধৰ্ম-প্ৰচাৰৰ ব্যৱস্থা কৰি এই ৰাজ্যখনৰ প্ৰজাৰ হিতাৰ্থে আহো-পুৰুষাৰ্থ কৰা ঐতিহাসিক ঘটনাৰ হুবহু বৰ্ণনা সমসাময়িক সাহিত্যতেই নহয়, ৰজাসকলৰ নিজৰ তাম্ৰপত্ৰাদি অভিলেখসমূহ আৰু অপৰ্য্যাপ্ত প্ৰত্নতাত্ত্বিক স্থাপত্য ভাস্কৰ্য্যৰ নিদৰ্শনত পাব পাৰি।

মন্ত্ৰিপৰিষদৰ মন্ত্ৰণাৰ দ্বাৰা পৰিচালিত হোৱা ৰাজতন্ত্ৰৰ আহি কামৰূপতো আছিল। মন্ত্ৰিসকলক অমাত্য আৰু সচিব আখ্যাও দিয়া হৈছিল। কালিকাপুৰাণৰ ৰাজধৰ্ম অধ্যায়ত উল্লেখ কৰাৰ দৰে মন্ত্ৰিপৰিষদৰ উপদেশ ৰজাসকলে সৰ্বদা প্ৰয়োজনানুসাৰে লৈছিল। শাসনতন্ত্ৰ ৰাজহ বিভাগ, ন্যায়বিচাৰ বিভাগ সামৰিক বিভাগ আদিত বিভক্ত কৰি এটাৰ লগত আনটোৰ সম্বন্ধ ৰক্ষা কৰি, সুশাসন পদ্ধতিৰ প্ৰচলন কৰাই ৰাজ্য আৰু প্ৰজাৰ সুখ-সমৃদ্ধিৰ কাৰণে ৰজাসকলে যৎপৰোনাস্তি চেষ্টা কৰিছিল।

ৰজাসকলৰ তাম্ৰশাসন আৰু অন্যান্য অভিলেখাদিয়ে কামৰূপৰ ৰাজহ বিভাগৰ উন্নত ধৰণৰ সুব্যৱস্থাৰ নিদৰ্শন দাঙি ধৰিছে। মাটিৰ প্ৰকাৰ নিৰ্দ্ধাৰণ, আয়ৰ আৰু ব্যয়ৰ মাজত সমন্বয় ৰাখি ৰাজহৰ বিতৰণ ৰাজহ বিভাগৰ কৰ্মচাৰী নিয়োগৰ ব্যৱস্থাদি কৰি ৰজাসকলে উক্ত বিভাগটি সুপৰিকল্পিতভাৱে চলোৱাত বিশেষ চকু দিছিল। ইয়াৰ ফলত প্ৰজাবৰ্গই এফালে সুখ-স্বচ্ছন্দে জীৱন-যাপন কৰিবলৈ সুযোগ-সুবিধা পাইছিল, আৰু আনফালে আৰ্য্যসভ্যতা বিস্তৃতিৰ সহায়ক হৈছিল। এফালে ব্ৰহ্মোত্তৰ-দেৱোত্তৰ মাটি নিষ্কৰ কৰা হৈছিল, আনফালে সময়োপযোগী কৰ-কাটল, উপৰিকৰ-উটুখেটন

লগাই ৰাজ্য চলোৱাৰ সুব্যৱস্থা কৰাইছিল। উক্ত একে প্ৰণালীতে ন্যায়বিচাৰ বিভাগৰ প্ৰশাসন ব্যৱস্থিত হৈছিল। ৰজাসকলৰ অভিলেখাদিয়ে বিষয়াবৰ্গৰ সৈতে এই বিভাগৰ সুব্যৱস্থাৰ চানেকি ডাঙি ধৰিছে। সৰু সুৰা আৰক্ষী বাহিনীৰ পৰা আৰম্ভ কৰি দণ্ডাধীশলৈকে সকলো প্ৰকাৰৰ কৰ্মচাৰী নিয়োগ কৰি, নীতিগত শাস্তি বিধানৰ উপায় উদ্ভাৱন কৰি শৃংখলাবদ্ধৰূপে বিচাৰালয়ত ন্যায়বিচাৰ কৰাৰ ব্যৱস্থা বাৰুকৈয়ে কৰা হৈছিল। এই একে সুব্যৱস্থাৰ আহি সামৰিক বিভাগতো পাব পাৰি। দূত আৰু চোৰাংচোৱাৰপৰা আৰম্ভ কৰি উক্ত বিভাগ পদাতিক, অশ্বাৰোহী, হস্ত্যাৰোহী, নৌ আৰু দুৰ্গ, এই চাৰি অংশত ভাগ কৰি, প্ৰত্যেকতে সেনাধ্যক্ষ বা সেনাপতি, মহাসেনাপতি নিয়োগ কৰি, ৰজাই নিজে সৰ্বাধিনায়ক হৈ ৰাজ্যখনৰ বিশাল সামৰিক বিভাগটো শক্তিশালী কৰি ৰাখিছিল। কি প্ৰাগজ্যোতিষপুৰ, কি দুৰ্জয়া, কামৰূপনগৰ, হাৰূপেশ্বৰ আৰু কি বঙ্গৰ কৰ্ণসুবৰ্ণ, সকলো ৰাজধানী বা প্ৰধান নগৰৰে প্ৰতিৰক্ষাৰ সুব্যৱস্থা কৰি দূত-চোৰংচোৱাৰ সহায়ত ওচৰচুৰীয়া ৰাজ্যৰ সামৰিক শক্তিৰ গুপ্ত বাতৰি লৈ, সময়ত ইয়াক আক্ৰমণ কৰি, আৰু সময়ত ইয়াৰ লগত মিত্ৰতাস্থাপন কৰি নিজ কৰ্ম-স্বাৰ্থ সিদ্ধি কৰাত উদ্যত হোৱা ঐতিহাসিক ঘটনাৰ বৰ্ণনা নানা বুৰঞ্জীৰ সমলে দিছে। ইবোৰে ৰজা-প্ৰজাৰ ৰাজনৈতিক পৰিপক্কতাৰ, বিচক্ষণতাৰ পৰিচয় দিছে।

ৰাজ্যখনৰ শাসন ব্যৱস্থাত শাসন বিকেন্দ্ৰীকৰণ অন্য এটি উল্লেখনীয় ঐতিহাসিক ঘটনা। **ভুক্তি, মণ্ডলঃ বিষয়, অগ্ৰহাৰ, পুৰ,** নগৰ আদি কেন্দ্ৰীয় শাসনৰ ব্যৱস্থা কৰি, ৰাজ্যখনৰ বৃহৎ স্বাৰ্থত আৰু প্ৰজাবৰ্গৰ ৰাজনৈতিক আশা আকাংক্ষা পূৰণ কৰাত সহায় কৰিবলৈ বৰ্ত্তমানৰ প্ৰকৃত পঞ্চায়তীৰাজ ব্যৱস্থাৰ অনুশীলনৰ মাজেৰে প্ৰজাতন্ত্ৰৰ অৱতাৰণা কৰাৰ উদাহৰণ ৰাজশাসন বা অভিলেখসমূহে বাৰুকৈয়ে দিছে। বণিক, তন্তুবায় আদি অৰ্থনৈতিক শ্ৰেণীবিভাগ আৰু ইবোৰৰ ৰাজনৈতিক প্ৰভাৱতো উক্ত প্ৰজাতন্ত্ৰ বা গণতন্ত্ৰৰ নমুনা পোৱা গৈছে। আমাৰ কলা-কৃষ্টি, সংস্কৃতিত প্ৰতিফলিত হোৱা দেখা পাইছো সেই একে পুৰণি শাসন-ব্যৱস্থাৰ সুন্দৰ ছবি এখন। নাইবা পুৰণি অসমৰ পুষ্ট সমৃদ্ধ সমাজ সংস্কৃতিয়ে ৰজা-প্ৰজাৰ ৰাজনৈতিক বিচাৰ-বুদ্ধি আৰু বিচক্ষণতাৰে চিনাকি দিছে। এই বিচাৰবুদ্ধিৰ শিক্ষা বৰ্ত্তমানৰ অসমৰ কৰ্ণধাৰসকলে অনুসৰণ কৰা দেখা পালে বুৰঞ্জীবিদে, বুৰঞ্জীপঢ়ুৱৈ সমাজে, তথা নিচলা অসমীয়া ৰাইজে নিশ্চয় আনন্দ পাব।

# ধৰ্ম আৰু দৰ্শন

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী

ইতিহাসে ধৰিব নোপোৱা, বিভিন্ন দেশকালৰ নানা প্ৰকাৰ মানৱ গোষ্ঠীৰ জাতি উপজাতিৰ সহাৱস্থান, সহযোগ আৰু সম্মিশ্ৰণৰ ফলস্বৰূপে 'ভাৰতীয় জাতি' নামৰ স্বতন্ত্ৰ মহাজাতি এটা যথাকালত গঢ়ি উঠাৰ দৰে ভাৰতৰ পূৰ্বপ্ৰান্তত অৱস্থিত এই অসম প্ৰদেশতো অতীতত স্বতন্ত্ৰ স্বতন্ত্ৰ ভাৱে অৱস্থিত বিভিন্ন দেশকালৰ নানা মানৱ গোষ্ঠীৰ পৰস্পৰ সাপেক্ষ অৱস্থান আৰু সম্মিলনৰ ফলস্বৰূপে অসমীয়া বা কামৰূপীয় নামৰ জনগোষ্ঠী এটা তাহানি কালতে গঢ়ি উঠিছে। সেই কালত এই জনগোষ্ঠী বা অসমীয়া জাতিটোক 'প্ৰাগজ্যোতিষ' আৰু তাৰ পৰবৰ্ত্তী কালত 'কামৰূপ' বোলা হৈছিল।

সেইকালৰ ভাৰতীয় জাতিৰ দ্বাৰা অন্য জাতিৰ আত্মসাৎকৰণৰ আৰু বৈদিক ধৰ্ম-সংস্কৃতিৰ আত্মসাৎকৰণৰ ক্ষেত্ৰত এটা বিশেষত্ব দেখা যায়। সেইটো হৈছে এই যে, ভাৰতীয় মহাজাতিৰ লগত যিবিলাক জাতি-উপজাতিৰ অথবা বৈদিক ধৰ্ম-সংস্কৃতিৰ সম্মিশ্ৰণ ঘটিছিল সেই বিলাকৰ স্বতন্ত্ৰ অস্তিত্ব একেবাৰে বিলুপ্ত বা বিনাশপ্ৰাপ্ত হৈ যোৱা নাছিল, মালাত গ্ৰথিত বিভিন্ন ধৰণৰ আৰু নানা বৰণৰ বিবিধ ফুলৰ দৰে সেই বিলাক ঐক্যবদ্ধ বা সুসংহত হৈ এতিয়াও আছে। সেয়েহে ভাৰত বুলিলে বহু প্ৰদেশ বা ৰাজ্যৰ সমষ্টি প্ৰতীত হোৱাৰ দৰে ভাৰতীয় জাতি বুলিলে ভাৰতীয় জাতিৰ অন্তৰ্গতভাৱে বহু জাতি উপজাতিৰ বা মানৱ গোষ্ঠীৰ প্ৰতীতি হয়; বৈদিক বা সনাতন ধৰ্ম-সংস্কৃতি বুলিলেও বিভিন্ন কালত আৰু বিভিন্ন প্ৰদেশত অৱস্থিত, বিভিন্ন জন-গোষ্ঠীৰ ধৰ্ম-সংস্কৃতিৰ সমষ্টি প্ৰতীত হয়।

বিভিন্ন জাতি-উপজাতিৰ ভাৰতীয়তা সম্পাদন আৰু বিভিন্ন ধৰ্ম-সংস্কৃতিৰ বৈদিকীকৰণ, অৰ্থাৎ সনাতন ধৰ্মৰ অন্তৰ্ভুক্তি সাধন কেনেকৈ কৰা হৈছিল (এডাল সূতাত গাঁথি বিভিন্ন ফুল বিলাকক মালাত পৰিণত কৰাৰ দৰে) কি যোগসূত্ৰৰ দ্বাৰা এই বিভিন্ন জাতি আৰু ধৰ্ম-সংস্কৃতিৰ সংহতিসাধন কৰা হৈছিল; এই বিষয়ে বিবেচনা কৰিলে দেখা যায়, ইয়াৰ মুখ্য কাৰণ বা মৌলিক যোগসূত্ৰ আছিল সংস্কৃত ভাষা।

ভগৱান বুদ্ধ আৰু ভগৱান জিন পুৰুষে সৰ্বসাধাৰণ জনতাৰ প্ৰতি মহাকৰুণাপৰবশ হৈ সংস্কৃত ভাষাৰ পৰিবৰ্ত্তে গাঁৱলীয়া জনতাৰ ভাষা 'পালি' আৰু 'প্ৰাকৃত'ৰ যোগেদিহে নিজৰ ধৰ্ম আৰু দৰ্শনৰ উপদেশ দিছিল। পৰৱৰ্ত্তীকালৰ বৌদ্ধ আৰু জৈন আচাৰ্য সকলে দেখিলে যে তাৰ ফলত বৌদ্ধ আৰু জৈন ধৰ্ম দৰ্শন সমগ্ৰ ভাৰতীয় জনতাৰ,

বিশেষকৈ সুশিক্ষিত বৰ্ণাশ্ৰমী সম্প্ৰদায়ৰ মাজত প্ৰচাৰিত আৰু সমাদৃত হব পৰা নাই। গতিকে তেওঁলোকে সংস্কৃত ভাষাৰ আশ্ৰয় গ্ৰহণ কৰিলে আৰু তাৰ যোগেদি বৌদ্ধ আৰু জৈন ধৰ্ম দৰ্শনক ভাৰতৰ সকলো প্ৰদেশৰে সকলো শ্ৰেণীৰ জনতাই আত্মীয়ৰূপে গ্ৰহণ কৰিলে।

সেইদৰে দাক্ষিণাত্যৰ দ্ৰাবিড়াচাৰ্য ( আলোৱাৰ ) সকলৰ উপলব্ধ বিশিষ্টাদ্বৈত দৰ্শন আৰু শৰণাগতি বৈষ্ণৱ ধৰ্ম তামিল ভাষাৰ ভিতৰতে আবদ্ধ হৈ আছিল। পিছত সংস্কৃতজ্ঞ দ্ৰাবিড়ী আচাৰ্যসকলে তেওঁবিলাকৰ দ্ৰাবিড়াম্নায় বা দ্ৰাবিড়ী বেদৰ ৰহস্য সংস্কৃত ভাষাৰ যোগেদি প্ৰকাশ কৰাৰ ফলত সেই ধৰ্ম আৰু দৰ্শনে সমগ্ৰ ভাৰতবাসীক আকৃষ্ট কৰিলে। আমাৰ এই অসমৰ পিনে লক্ষ্য কৰিলেও দেখা যায়, কামৰূপ মহাপীঠৰ কামাখ্যা কেন্দ্ৰিক কৌল ধৰ্ম-দৰ্শন আৰু বামাচাৰ সাধন পদ্ধতি সংস্কৃত ভাষাৰ মাধ্যমেৰে সমগ্ৰ ভাৰতৰ উপৰিও নেপাল, তিব্বত, চীন আদি দেশলৈকে বিস্তৃত হৈ উঠিল।

আৰ্য ভাষা সংস্কৃতৰ তিনি ভাগ ৭৫ শতাংশ ) অন্যান্য লোক ভাষাৰ একাংশ ( ২৫ শতাংশ ) মিলি আমাৰ অসমীয়া ভাষাই গঢ় লৈছে। সেইকাৰণে অসমীয়া ভাষাটিক আৰ্য গোষ্ঠীৰ ভাষা, আৰ্য-ভাষা বা ভাৰতীয় ভাষা বুলি ধৰা হয়।

সেইদৰে অসমীয়া জাতিৰ স্বতন্ত্ৰ ধৰ্ম-সংস্কৃতিও বৈদিক সনাতন ধৰ্মৰ তিনি ভাগ ( ৭৫ শতাংশ একত্ৰিত হৈ গঢ়ি উঠিছে।

আজিৰ অসম বা পূৰ্বণি কালৰ কামৰূপ প্ৰদেশ চিৰকালেই ভাৰত ভূমিৰ অন্তৰ্গত। যেতিয়াৰ পৰাই ভাৰতভূমি আছে তেতিয়াৰ পৰাই এই কামৰূপ ভূমিও আছে। অৱশ্যে ভাৰতৰ আৰু তাৰ অন্যান্য অংশ বা প্ৰদেশান্তৰৰ দৰে কামৰূপ প্ৰদেশৰো বিভিন্ন কালত নামৰ পৰিবৰ্ত্তন ঘটিছে, পৰিসৰৰ হ্ৰাস বৃদ্ধি আৰু সীমাৰ ইফাল সিফাল হৈছে। ভাৰতৰ প্ৰদেশান্তৰৰ ধৰ্ম-সংস্কৃতি-দৰ্শন আদিৰ দৰে অসম বা কামৰূপৰো ধৰ্ম-সংস্কৃতি-দৰ্শন আদি ভাৰতীয় সনাতন ধৰ্ম-সংস্কৃতি-দৰ্শন আদিৰ অন্তৰ্গত।

সৰ্বভাৰতীয় অৰ্থাৎ ভাৰতীয়ত্বাভিমানী জনতাৰ দ্বাৰা স্বীকৃত, সাক্ষাদ্ বেদপ্ৰমাণ-মূলক স্মৃতি বা আগম শাস্ত্ৰ সম্মত, শিষ্টাচাৰৰ দ্বাৰা পৰিপালিত যি ধৰ্ম সেয়ে অসমীয়া জাতিৰো ধৰ্ম ; সেই ধৰ্মৰ অনুকূল যি ভাৰতীয় সংস্কৃতি সেয়ে অসমীয়া জাতিৰ সংস্কৃতি আৰু ভাৰতীয় দৰ্শনেই অসমীয়া জাতিৰো দৰ্শন। 'বঙ্গীয় বৈষ্ণৱ দৰ্শন' বা 'অসমীয়া বৈষ্ণৱ দৰ্শন', বুলিলে বঙ্গপ্ৰদেশবাসী বৈষ্ণৱ সকলৰ স্বীকৃত ভাৰতীয় দৰ্শন বা অসমৰ বৈষ্ণৱ সম্প্ৰদায়ৰ অনুসৃত ভাৰতীয় দৰ্শন বুলিহে বুজিব লাগে ; সেই শব্দৰ দ্বাৰা ভাৰতীয় দৰ্শন ব্যতিৰিক্ত বঙ্গদেশীয় বৈষ্ণৱ সকলৰ বা অসম দেশীয় বৈষ্ণৱ

সকলৰ আৱিষ্কৃত কোনো স্বতন্ত্র দৰ্শনৰ অস্তিত্ব বুজোৱা নহয়। তেনে প্ৰাদেশিক সংকীৰ্ণ ভাৱাপন্ন দৰ্শনৰ অস্তিত্ব ভাৰতীয় সংস্কৃতি সম্পন্ন কোনো দাৰ্শনিক সম্প্ৰদায়ৰ লোকেই মানি নলয়।

বেদৰ সাধাৰণতঃ কৰ্মকাণ্ড বা ক্ৰিয়াকাণ্ড আৰু ব্ৰহ্মকাণ্ড বা জ্ঞানকাণ্ড—এই দুটা ভাগ আছে। তাৰে কৰ্মকাণ্ডৰ প্ৰতিপাদ্য ধৰ্ম আৰু জ্ঞানকাণ্ডৰ প্ৰতিপাদ্য ব্ৰহ্ম। ধৰ্মানুষ্ঠানৰ প্ৰয়োজন বা ফল স্বৰ্গ অৰ্থাৎ বিষয়সুখ। সুৱৰ্গ আৰু স্বৰ্গ একেই কথা। 'সু' মানে ভাল বা প্ৰিয় সুখকৰ। বৰ্গ মানে গোট বা সমুদায়, সমূহ। গতিকে স্বৰ্গশব্দৰ সামুদায়িক অৰ্থ প্ৰিয় সুখ সমুদায় বা প্ৰাণীৰ অভিলষিত ভোগ সমূহ। ব্ৰহ্মজ্ঞানৰ প্ৰয়োজন বা ফল মোক্ষসুখ ( আত্যন্তিক দুঃখ নিবৃত্তি বা স্বৰূপ সুখানুভৱ )। পূৰ্ব মীমাংসা দৰ্শনত কৰ্মকাণ্ডগত বেদবাক্যাৰ্থ বিচাৰৰ যোগেদি ধৰ্মৰ স্বৰূপ লক্ষণ) প্ৰমাণ, ফল-আৰু সাধন সম্বন্ধিক নিৰূপণ কৰা হৈছে। আৰু উত্তৰ মীমাংসা বা বেদান্ত দৰ্শনত ব্ৰহ্মকাণ্ডীয় উপনিষদ্ বেদবাক্যাৰ্থ বিচাৰৰ যোগেদি ব্ৰহ্মৰ (পৰমাত্মাৰ) লক্ষণ স্বৰূপ ) প্ৰমাণ, ব্ৰহ্মজ্ঞানৰ সাধন আৰু ফল সম্বন্ধিক নিৰূপণ কৰা হৈছে।

মানৱ অভিজ্ঞতাৰ বা মানৱৰ মনত উদয় হোৱা বিশ্বাস বি াকৰ পৰীক্ষাৰ ৷ যুক্তি প্ৰমাণ প্ৰয়োগৰ দ্বাৰা যথাৰ্থতা উপপাদন অৰ্থাৎ সত্যতা নিৰ্ধাৰণকে সাধাৰণভাৱে দৰ্শন শব্দৰ দ্বাৰা কোৱা হয়।

অসম বা কামৰূপ প্ৰদেশত বৰ্ণাশ্ৰম ব্যৱস্থাত বিশ্বাসী, বৈদিক ধৰ্মৰ অনুগামী মানৱ গোষ্ঠীৰ বাহিৰা বিভিন্ন মানৱগোষ্ঠীও স্মৰণাতীত কালৰ পৰা বাস কৰি আছে। সেই খাছি, জয়ন্তীয়া, গাৰো, নগা দফলা, মিৰি, মিচিমি, কুকি, লুচাই, কছাৰি ভোট আদি জাতি উপজাতিৰ মাজতো অনাদিকালৰ পৰা অবিচ্ছিন্ন পৰম্পৰাভাৱে নানা প্ৰকাৰৰ অদৃষ্টাৰ্থক কৰ্মানুষ্ঠান বা ধৰ্মকাৰ্য আচৰণৰ প্ৰথা আৰু পদ্ধতি চলি আছিল আৰু আজিও আছে। প্ৰাচীন ভাৰতীয় ধৰ্ম-বিচাৰক বেদবিদ্ ঋষিসকলে সেই বিলাককো দেশধৰ্ম, জাতিধৰ্ম বা কুল ধৰ্ম বুলি স্বীকাৰ কৰিছে, সেইবিলাক ধৰ্মৰ যথাৰ্থতা বা সত্যতা সমৰ্থন কৰিছে।[১] সেইবোৰক ভ্ৰমমূলক, কুসংস্কাৰ, অধৰ্ম বা পাপকৰ্ম বুলি প্ৰতিপন্ন কৰা নাই।

---

(১) যেনাস্য পিতৰো যাতা যেন যাতা পিতামহাঃ।
তেন যায়াৎ সতাংমাৰ্গং তেন গচ্ছন্নৰিষ্যতে ॥ [ মনুসংহিতা ]
যেষুস্থানেষু যচ্ছোচং ধৰ্মাচাৰশ্চ যাদৃশঃ।
তত্ৰ তন্নাৱ মন্যেত ধৰ্মস্তত্ৰৈৱ তাদৃশঃ ॥ [ মৰীচি সংহিতা ]

**অসমৰ ধৰ্ম-দৰ্শন :** অসমত বাস কৰা সকলো প্ৰকাৰৰ লোক বা মানৱ গোষ্ঠীৰ বিভিন্ন ধৰ্ম বিশ্বাসৰ মূল ( আঁতিগুৰি ) বা প্ৰমাণ নিৰূপণ আৰু তাৰ যথাৰ্থতা উপপাদনৰ অৰ্থে যি যেনেকুৱা পৰীক্ষা অৰ্থাৎ যুক্তিপ্ৰমাণ প্ৰয়োগ, সেয়ে হব অসমৰ ধৰ্ম-দৰ্শন।

প্ৰাচীন কামৰূপ ৰাজ্যৰ বৈদিক বৰ্ণাশ্ৰম, ধৰ্ম সংস্কৃতিৰ পালক আৰু প্ৰকাশক ভাস্কৰ,[১] মহাৰাজ ভাস্কৰবৰ্মদেৱৰ নিধানপুৰ তাম্ৰশাসনৰ তৃতীয় শ্লোকত সকলো ভাৰতীয় দাৰ্শনিক সম্প্ৰদায়ৰ সম্মত ধৰ্মৰ স্বৰূপ, প্ৰমাণ আৰু ফলৰ লগত সঙ্গতি ৰাখি যিটো ধৰ্মৰ লক্ষণ সন্নিবদ্ধ কৰা হৈছে তাৰ দ্বাৰা শাসন ৰচয়িতাৰ কবিত্বৰ লগে লগে দাৰ্শনিক পাণ্ডিত্যৰো পৰিচয় পোৱা যায়, আনহাতে সেই কালৰ অসমীয়া জাতিৰ ধৰ্ম-সংস্কৃতিৰ ব্যাপক স্বৰূপৰো ইঙ্গিত পোৱা যায়।

"জয়তি জগদেকবন্ধুৰ্লোকস্থিতয়স্য সম্পদো হেতুঃ।
পৰহিতমূৰ্ত্তিৰদৃষ্টঃ ফলানুমেয়স্থিতিঃ ধৰ্মঃ॥" [ কামৰূপ শাসনাৱলী পৃ. ১২ ]

মহাভাৰত আদি শাস্ত্ৰৰ "একএৱ সুহৃদ্ধৰ্মঃ"—ইত্যাদি বাক্যৰ অৰ্থ গ্ৰহণ কৰি "জগদেকবন্ধুঃ" –জগৎবাসীৰ একমাত্ৰ সুহৃদ্ বা মিত্ৰ বুলি কোৱা হৈছে। সুহৃৎ বা মিত্ৰশব্দৰ পৰিবৰ্তে প্ৰযুক্ত 'বন্ধু' শব্দৰ দ্বাৰা 'ধৰ্ম যে জগতৰ হিতকাৰক বান্ধ, সেতু বা মৰ্যাদা, ধৰ্মই যে জগতৰ সকলোকে পৰস্পৰ সাপেক্ষভাৱে সংহতি কৰি ৰাখিছে. ধৰ্মই ধৰি নাথাকিলে সবলে দুৰ্বলক মাৰি ধৰি খাই শেষ কৰিলে হেতেন, পৰস্পৰৰ ভিতৰত সংঘৰ্ষ লাগি সকলো লোক উচ্ছন্ন হৈ গ'লহেতেন,' এই কথা প্ৰতিপন্ন কৰা হৈছে।

---

দেশ জাতি কুলানাঞ্চ যে ধৰ্মাঃ প্ৰাক্ প্ৰকীৰ্ত্তিতাঃ।
তথৈৱ তে পালনীয়াঃ প্ৰজা সংক্ষুভ্যতে হন্যথা॥ [ বৃহস্পতিঃ ]
সূক্ষ্মো ধৰ্মো মহাৰাজ নাস্য বিদ্মো বয়ং গতিম্।
পূৰ্বৈষামানুপূৰ্ব্যেণ যাতং বৰ্ত্মানুযামহে॥ [ মহাভাৰত, আদিপৰ্ব ]
যথা ভূমৌ নিখন্যন্তে দৰদাংশ্চ মৃতান্ সদা।
আসন্ন বৃক্ষে গচ্ছন্তি লুপ্তকাংশ্চ স্বৰান্বৰান্॥ [ হাৰলতামৃত আদিপুৰাণ ]
যেষাং পৰম্পৰা প্ৰাপ্তাঃ পূৰ্বৈৰপ্যনুষ্ঠিতাঃ।
তত্ৰৈৱৈতৈৰ্ণ দুষ্যেয়ুৰাচাৰৈৰ্ণেতৰে জনাঃ॥ [ কুমাৰিল ভট্টপাদ তন্ত্ৰবাৰ্ত্তিক ]

(১) "স জগদুদয় কল্পনাত্মময় হেতুনা ভগৱতা কমলোদ্ভৱেনাৱকীৰ্ণ বৰ্ণাশ্ৰমধৰ্ম প্ৰাৱিভাগায় নিৰ্মিতো ভুৱনপতিৰিবোদয়াস্তৰক্ত মণ্ডলো যথাযথমুচিত কৰানিকৰ বিতৰণাকুলিত-কলি তিমিৰ সঞ্চয়তয়া প্ৰকাশিতাৰ্থ ধৰ্মালোকঃ"।

( কামৰূপশাসনাৱলী পৃঃ ১৫ )

আনহাতে ধৰ্ম যে জগদবাসীৰ হিতকাৰক হলেও বন্ধনস্বৰূপ অৰ্থাৎ জন্ম-মৃত্যুৰূপ সংসাৰৰ হেতু, এই নিবৃত্তি পন্থী নৈষ্কৰ্ম্যবাদী জ্ঞানী আৰু উদাসীন ভক্তিবাদী সকলৰ অভিমত ( ধৰ্মৰ বন্ধনৰূপতা বা মুক্তিপ্ৰতিবন্ধকতা ) অৰ্থবো ইঙ্গিত দিয়া হৈছে।

'লোকদ্বিতয়স্য' মানে দুয়ো লোকৰ অৰ্থাৎ ইহলোক-পৰলোকৰ অথবা দেৱলোক-মনুষ্যলোকৰ। 'সম্পদ্' শব্দৰ অৰ্থ ভালভাৱে সুখে অৱস্থান। ইহলোকতে হক বা পৰলোকতে হক সুখভোগৰ হেতু যে ধৰ্ম, এই কথা সৰ্ববাদিসম্মত। যজ্ঞৰূপ বৈদিক ধৰ্ম আচৰণৰ ফলত যে দেৱলোক আৰু মনুষ্যলোক পৰস্পৰ সাপেক্ষভাৱে সুখে-সন্তোষে অৱস্থান কৰে, এই কথা ভগৱদ্গীতাতো প্ৰতিপন্ন কৰা হৈছে।[২] গতিকে ধৰ্ম যে দেৱলোক আৰু মনুষ্যলোক এই উভয়লোকৰ অথবা ইহলোক-পৰলোক এই উভয়লোকৰ সম্পদৰ ( সুখে জীৱন যাপনৰ ) হেতু, এই কথাকে প্ৰকাশ কৰা হৈছে "লোকদ্বিতয়স্য সম্পদো হেতুঃ" এই বাক্যাংশৰ দ্বাৰা।

'পৰ শব্দৰ অৰ্থ পৰম, উৎকৃষ্টতম বা সৰ্বশ্ৰেষ্ঠ, অথবা অন্য আন ( প্ৰকৃত বা প্ৰস্তুত অৰ্থতকৈ ভিন্ন বেলেগ। 'হিত' মানে প্ৰিয় সুখসাধন, উপকাৰ বা আনুকূল্যকৰণ। 'মূৰ্তি' শব্দৰ অৰ্থ প্ৰত্যক্ষ বা ইন্দ্ৰিয়গ্ৰাহ্য স্বৰূপ। 'অদৃষ্ট' মানে ইন্দ্ৰিয়াতীত বা লৌকিক প্ৰত্যক্ষৰ আগোচৰ। ধৰ্ম যে স্বৰূপতঃ অদৃষ্ট অৰ্থাৎ লৌকিক প্ৰত্যক্ষ প্ৰমাণৰ বিষয় নহয় অথচ তাৰ কাৰ্য বা ফল যে পৰমপ্ৰিয় সুখ, সেয়ে তাৰ প্ৰত্যক্ষসিদ্ধ ৰূপ বা মূৰ্ত্তি ; তাৰ ( ধৰ্মৰ ) সেই সুখৰূপ ফল প্ৰাণীয়ে প্ৰত্যক্ষভাৱে উপলব্ধি কৰে ; নাইবা নিজৰ বাহিৰে আনৰ হিতাচৰণ, উপকাৰ সাধন অৰ্থাৎ আনুকূল্য কৰণেই যে ধৰ্মৰ মূৰ্ত্তি বা প্ৰত্যক্ষসিদ্ধৰূপ ( স্বভাৱ ), এই কথাখিনি "পৰহিতমূৰ্ত্তিৰদৃষ্টং", এই বাক্যাংশৰ দ্বাৰা উপস্থাপিত কৰা হৈছে।

'পৰহিত মূৰ্ত্তিঃ—ইয়াত প্ৰযুক্ত পৰশব্দৰ অৰ্থ কৰ্তৃভিন্ন অৰ্থাৎ 'ধৰ্মানুষ্ঠানকৰ্তাৰ বাহিৰে আন' বুলি ধৰিলে এই লক্ষণ বা বিশেষণ কাৰো অভিমত ধৰ্মনামৰ কাৰ্যতে সঙ্গত নহৰ। গতিকে ধৰ্মৰ লক্ষণ বা বিশেষণৰূপে গৃহীত হব নোৱাৰিব। কাৰণ, যিকোনো লোকেই স্বাৰ্থসিদ্ধিৰ অনুকূল কামত হে প্ৰবৃত্ত হয়, নিজৰ ইষ্টসিদ্ধিৰ প্ৰতিকূল অথবা অকল আনৰ ( পৰৰ ) অভীষ্টসিদ্ধিৰ অনুকূল কামত কোনো লোকৰ প্ৰবৃত্তি হোৱা দেখা নাযায়। "প্ৰয়োজনমনুদ্দিশ্য ন মন্দোঽপি প্ৰবৰ্ত্ততে"। মহা

(২) সহযজ্ঞাঃ প্ৰজাঃ সৃষ্ট্বা পুৰোৱাচ প্ৰজাপতিঃ।
অনেন প্ৰসবিষ্যধ্বমেষ বোঽস্ত্বিষ্টকামধুক্ ॥
দেবান্ ভাবয়তানেন তে দেবা ভাবয়ন্তু বঃ।
পৰস্পৰং ভাবয়ন্তঃ শ্ৰেয়ঃ পৰমবাপ্স্যথ ॥ [ গীতা ৩।১০।১১ ]

কাৰুনিক পৰোপকাৰী লোকৰ মনত আনৰ উপকাৰ বা ইষ্টসিদ্ধিয়ে স্বাৰ্থ বা অভীষ্ট ৰূপে প্ৰতীত হয় হেতুকে তেওঁৰ তাত প্ৰবৃত্তি ওপজে। ধৰ্মক্ৰিয়াও যদি স্বাৰ্থসিদ্ধিৰ প্ৰতিকূল বা অকল পৰাৰ্থসিদ্ধিৰ অনুকূল হেতু বুলি প্ৰতীত হয় তেন্তে তাত কোনো লোকৰ প্ৰবৃত্তি হব নোৱাৰে। সেইকাৰণে যিকোনো সম্প্ৰদায়ৰ মতেই ধৰ্মক কৰ্তাৰ ইষ্টসাধন অৰ্থাৎ ঐহিক বা পাৰত্ৰিক সুখৰ অনুকূল হেতু বুলি স্বীকাৰ কৰা হয়। বৌদ্ধমতে সুখনামৰ সৎপদাৰ্থ মনা নহয়, দুঃখাভাৱেই সুখ আৰু সেয়ে জীৱন ইষ্ট বা অভিলষিত। গতিকে ধৰ্মৰ ইষ্টসাধনতা তেওঁবিলাকৰো সন্মত।

আৰু "জয়তি জগদেকবন্ধুঃ" এই শ্লোকটিৰ পদাৰ্থৰ অন্বয় বিবেচনা কৰিলে দেখা যায়, এই ক্ষেত্ৰত প্ৰযুক্ত 'পৰ' শব্দৰ দ্বাৰা 'কৰ্তৃভিন্ন' অৰ্থ উপস্থাপিতেই হব নোৱাৰে। পৰ অন্য ইতৰ আদি শব্দৰ অভিধেয় অৰ্থ (মুখ্যাৰ্থ বা শক্যাৰ্থ) প্ৰকৃত ব্যতিৰিক্ত বা প্ৰস্তুতভিন্ন। 'ৰামে পৰক একো নিদিয়ে' এই বাক্যটিত 'ৰাম' শব্দৰ দ্বাৰা যিজন প্ৰকৃত বা প্ৰস্তাৱিত (উপস্থাপিত) সেয়ে 'পৰ' শব্দৰ প্ৰতিযোগী হব, গতিকে পৰ' শব্দৰ অভিধেয় অৰ্থ হব ৰামৰ বাহিৰে অন্য' সীতাৰ বা লক্ষ্মণৰ বাহিৰে অন্য' হব নোৱাৰে। কাৰণ, সীতা বা লক্ষ্মণ ইয়াত প্ৰকৃত বা প্ৰস্তুত অৰ্থাৎ শব্দৰ দ্বাৰা উপস্থাপিত হোৱা নাই। গতিকে এই বাক্যৰ দ্বাৰা 'ৰামে নিজৰ বাহিৰে আনক একো নিদিয়ে' এই অৰ্থহে বুজা যাব. 'ৰামে লক্ষ্মণৰ বাহিৰে বা সীতাৰ বাহিৰে আনক একো নিদিয়ে' বুলি বুজা নাযায়। 'জয়তি জগদেকবন্ধুঃ' এই বাক্যত প্ৰকৃত বা প্ৰস্তুত অৰ্থ ধৰ্মহে গতিকে 'পৰ' শব্দৰ অৰ্থ হব ধৰ্মব্যতিৰিক্ত ধৰ্মৰ বাহিৰে আন যি কোনো। ধৰ্মাচৰণ কৰোতা লোক ইয়াত কোনো শব্দৰ দ্বাৰাই উপস্থাপিত হোৱা নাই হেতুকে 'পৰ' শব্দৰ অৰ্থ ধৰ্মাচৰণ কৰ্তাজনৰ বাহিৰা লোক বুলি গ্ৰহণ কৰাটো অসঙ্গত হব।

ধৰ্মাধৰ্ম অচেতন পদাৰ্থ গতিকে তাৰ নিজৰ হিতাহিত বা ইষ্টানিষ্ট একোৱে নাই। তাৰ দ্বাৰা আনৰ অৰ্থাৎ তাৰ অনুষ্ঠান বা প্ৰতিপালন কৰোতা লোকৰ হে ইষ্ট নিষ্ট সিদ্ধি হয়। প্ৰাণীৰ ইষ্টসাধন (অভ্যুদয়নিঃশ্ৰেয়সৰ হেতু) ধৰ্মই সৰ্বশ্ৰেষ্ঠ বা উত্তম পদাৰ্থ। পৰহিতাচৰণ পৰায়ণ বা আনৰ ইষ্টসাধনতাস্বভাৱ সম্পন্ন হোৱা হেতুকেই সি সৰ্বোত্তম বা সৰ্বশ্ৰেষ্ঠ ৰূপে পৰিগণিত হৈছে। গতিকে চেতনা বা বিবেক সম্পন্ন মানুহৰ পক্ষেও পৰহিতাচৰণৰ (পৰোপকাৰ সাধনৰ যোগেদি সৰ্বোত্তম হবলৈ যত্ন কৰা একান্ত উচিত', এই অৰ্থ ধ্বনিত (ব্যঞ্জনাবৃত্তিৰ দ্বাৰা উপস্থাপিত) কৰাৰ অৰ্থেই ধৰ্মৰ বিশেষণ ৰূপে 'পৰহিতমূৰ্তিঃ' এই পদৰ প্ৰয়োগ কৰা হৈছে। সেই কাৰণে যি

সকল লোকে এই শব্দৰ প্ৰয়োগ দেখি ইয়াত বৌদ্ধধৰ্ম দৰ্শনৰ প্ৰভাব পৰা বুলি অনুমান কৰিছে তেখেতসকলৰ সেই সিদ্ধান্ত আলোচনাৰ্হ।

'ফলানুমেয়হিত' শব্দৰ অৰ্থ প্ৰত্যক্ষদৃষ্ট ফলৰ অৰ্থাৎ সুখভোগৰূপ কাৰ্যৰ দ্বাৰা যাৰ অস্তিত্ব অনুমান কৰা হয় সেয়ে। এই পদৰ দ্বাৰা, ধৰ্মৰ সম্ভাব (অস্তিত্ব) তাৰ কাৰ্য প্ৰত্যক্ষদৃষ্ট সুখৰ দ্বাৰা অনুমান প্ৰমাণৰ যোগেদি জনা যায় হেতুকে সামান্যভাৱে হে অনুমানধৰ্মৰ প্ৰতি প্ৰমাণ বুলি প্ৰতিপন্ন কৰা হৈছে। ধৰ্মৰ আৰু অধৰ্মৰ অস্তিত্ব সামান্যভাৱে অনুমানৰ দ্বাৰা জনা যায়, তাৰ (ধৰ্মাধৰ্মৰ) বিশেষ বিশেষ স্বৰূপ সাধন অৰ্থাৎ অঙ্গ বা অৱয়ব আৰু বিভিন্ন ফলৰ লগত বিভিন্ন ধৰ্মাধৰ্মৰ কাৰ্যকাৰণভাৱ সম্বন্ধ বিষয়ে বেদশাস্ত্ৰৰ উপদেশৰ বাহিৰে আন কোনো প্ৰমাণৰ প্ৰবৃত্তি স্বীকাৰ কৰা[1] নহয়। সুখভোগৰূপকাৰ্যৰ কাৰণৰূপে ধৰ্মৰ আৰু দুঃখভোগ ৰূপ কাৰ্যৰ কাৰণৰূপে অধৰ্মৰ অস্তিত্ব সামান্যভাৱে অনুমান অথবা অৰ্থাপত্তি প্ৰমাণৰ দ্বাৰা প্ৰতিপন্ন হয় যে এই কথা বৈদিক মীমাংসক সকলৰ সম্মত[2]। গতিকে এই শ্লোকৰ সামগ্ৰিক অৰ্থ হব "জগতৰ একমাত্ৰবন্ধু (হিতকাৰক, সংহতি সাধক বন্ধন স্বৰূপ) দ্যুলোকৰ (ইহলোকৰ পৰ লোকৰ তথা দেৱলোক আৰু মনুষ্য লোকৰ) সুখে সম্ভাৱে অৱস্থানৰ হেতু, পৰমাৰ্থ-সাধন স্বৰূপ আৰু আনৰ সুখ সাধনতা স্বভাৱসম্পন্ন, স্বৰূপতঃ অদৃষ্ট যদিও সামান্য-ভাৱে স্বীকাৰ্য হেতুক অনুমানপ্ৰমাণবেদ্য, ধৰ্মৰ জয় হ'ক।"

এই শ্লোকত সন্নিবদ্ধ ধৰ্মৰ লক্ষণ, স্বৰূপ, ফল আৰু প্ৰমাণ বিষয়ত কোনো দাৰ্শনিক সম্প্ৰদায়ৰে বৈমত্য থাকিব নোৱাৰে। ইয়াত উল্লিখিত বিশেষণ বিলাক যে বৈদিক বৌদ্ধ জৈন, শৈৱ শাক্ত, বৈষ্ণৱ, সৌৰ, গাণপত্য আদি সম্প্ৰদায়ৰ ভিতৰত কোনো এটা বিশেষ সম্প্ৰদায়ৰ স্বীকৃত সৰ্বভাৰতীয় কোনো এটা বিশেষ ধৰ্মৰ লগতহে সঙ্গত হয় এনে নহয়, সেই সকলোতে, আন কি খৃষ্টিয়ান ইচ্লাম আদি বিদেশাগত ধৰ্মত আৰু কছাৰি নগা, দফলা ভোট আদি পৰ্বত ভৈয়ামবাসী বিভিন্ন জাতীয় লোকৰ মাজত ধৰ্মানুষ্ঠানৰূপে গৃহীত আৰু খ্যাত সকলো অনুষ্ঠানতে সমানে সঙ্গত হয়।

সেইবিলাক জাতি বা সম্প্ৰদায়ৰ লোকেও স্মৰণাতীত কালৰ পৰা স্বজাতি আৰু স্ব-সম্প্ৰদায়ৰ মাজত চলি অহা, ধৰ্মানুষ্ঠান বিলাকক অনুষ্ঠানকৰোতা মানৱৰ সুস্থ

---

(১) "শাস্ত্ৰ হেতুত্বা ধৰ্মাধৰ্ম বিজ্ঞানস্য" [ব্ৰহ্মসূত্ৰ শাঙ্কৰ ভাষ্য ৩।২।২৫] দ্ৰব্য গুণ ক্ৰিয়াদীনাং ধৰ্মত্বং স্থাপয়িষ্যতি। তেষামৈন্দ্ৰিয়কত্বেঽপি ন তাদ্ৰূপ্যেণ ধৰ্মতা॥ শ্ৰেয়ঃ সাধনতা তেষাং নিত্যং বেদাৎপ্ৰতীয়তে।... [মীমাংসা শ্লোক বাৰ্ত্তিক ১।১।২]

(২) "তস্মাৎ সিদ্ধেঽপি সামান্যে বিশেষো নাগমাদৃতে।'...তস্মাৎ = অনুমানাদৰ্থা-পত্তেৰ্বা সামান্য সিদ্ধেঽপি বিশেষ আগমাত্তেদৃন সিদ্ধ্যতীত্যৰ্থঃ।" [তথা]

অদৃষ্ট প্ৰিয়কাৰী ( কল্যাণকাৰক ) আৰু ঐহিক পাৰলৌকিক সুখলাভৰ হেতু ( "জগদেকবন্ধুৰ্লোকহিতয়স্য সম্পদো হেতুঃ" ) বুলি স্বীকাৰ কৰে। অনুষ্ঠান কৰোতা লোকৰ হিতে ইষ্টই ) যে ধৰ্মৰ দৃষ্ট ৰূপ অৰ্থাৎ প্ৰত্যক্ষ কাৰ্য, ধৰ্মৰ দ্বাৰা তাৰ নিজৰ ( অৰ্থাৎ ধৰ্ম নামৰ পদাৰ্থটিৰ ) একো স্বাৰ্থ বা হিতাহিত সাধিত নহয় ( পৰহিত মূৰ্ত্তিঃ' ), এই কথাও সেই সকলোৱে স্বীকাৰ কৰে। ধৰ্মৰ অনুষ্ঠান অৰ্থাৎ ক্ৰিয়াটি প্ৰত্যক্ষ প্ৰমাণবেদ্য হয় যদিও তাৰ হিতসাধনতা স্বৰূপটি, অৰ্থাৎ কি কেনেকুৱা অনুষ্ঠান বা ক্ৰিয়াৰ পৰা কি কেনেকুৱা ইষ্টফল উৎপন্ন হয় আৰু সেই অনুষ্ঠানৰ পৰা সেই ইষ্টফল যে উৎপন্ন হবই, সেইটো প্ৰত্যক্ষ প্ৰমাণৰ দ্বাৰা জনা নাযায়, ফলৰ যোগেদি তাৰ কাৰণ অনুমানৰ দ্বাৰা "অদৃষ্টঃ ফলানুমেয় স্থিতিঃ" ) আৰু উপদেশাত্মক বাক্যৰ দ্বাৰা হে জনা যায়—"তস্য জ্ঞানমুপদেশঃ" · [ মীমাংসাদৰ্শন ১।১।৫ ] - এই কথাও সকলো ধৰ্মৰে জ্ঞানীলোকে স্বীকাৰ কৰে। যিকোনো জাতিৰ মাজত প্ৰচলিত বিয়া সৱাহ ঔৰ্দ্ধদৈহিক কৰ্ম ব্ৰত উৎসৱ উপাসনা দেৱতাপূজা আদি যিকোনো ধৰ্ম কাৰ্যৰে দৃষ্ট ফলৰ বাহিৰে যে কিবা এটা অদৃষ্ট ( নেদেখা ) শুভফল আছে এই কথা নমনা কোনো ধৰ্ম সম্প্ৰদায় নাই।

জনজাতীয় লোকসকলৰ ভিতৰত যিবিলাক অদৃষ্টাৰ্থক কৰ্মাচৰণৰ প্ৰথা আৰু পদ্ধতি চলি আছে তাৰ যদি মূল প্ৰমাণ বিচাৰ কৰা যায় তেন্তে বৈদিক দৰ্শনৰ পদানুসৰণ কৰিয়ে সেইবিলাক ধৰ্মৰো মূল প্ৰমাণ নিৰ্ণয় কৰিব পৰা যায়। বেদ স্মৃতি সদাচাৰ এই তিনিবিধ ধৰ্মাধৰ্মৰ প্ৰমাণ বুলি গণ্য কৰা হয়। সদাচাৰৰ দ্বাৰা স্মৃতি-বাক্যৰ দ্বাৰা তাৰ মূল প্ৰমাণ বেদবাক্যৰ স্বৰূপ আৰু অস্তিত্ব অনুমান কৰা হয়। এই কথা পূৰ্ব-মীমাংসা দৰ্শনত । ১।৩ সযুক্তিক প্ৰতিপন্ন কৰা হৈছে। জনজাতীয় লোক সমাজত সেইবিলাক ধৰ্মৰ আচৰণ পদ্ধতি পুৰুষ পৰম্পৰা ভাৱে চলি অহা বুলি প্ৰত্যক্ষ অনুমান আৰু জ্ঞানীলোকৰ বাক্যৰ দ্বাৰা বুজা যায়। সেই ধৰ্মা-চৰণত সুশিক্ষিত সেই সেই জাতিৰ জ্ঞান-বয়োবৃদ্ধ লোকসকলো সজ্জন বা শিষ্ট। গতিকে তেওঁবিলাকৰ সেই আচৰণ সদাচাৰ বা শিষ্টাচাৰ ৰূপে পৰিগণিত হব পাৰে।

জনগোষ্ঠীৰ ভিতৰত যিবিলাক কাম্যধৰ্মাচৰণ প্ৰচলিত আছিল আৰু আছে সেইবিলাক যে মোক্ষাৰ্থী বৈদিক সকলে সম্পূৰ্ণভাৱে পৰিত্যাগ কৰি চলিছিল এনে নহয়, সেইবিলাক যাতে পৰম পুৰুষাৰ্থ মোক্ষৰ প্ৰতিবন্ধক নহৈ তাৰ অনুকুল হয় তেনেভাৱে সংস্কাৰ কৰি লৈছিল। আদিম তথাকথিত অনাৰ্য জাতিৰ মাজত প্ৰচলিত নানা পূজা-পাৰ্বণ, ব্ৰত-উৎসৱ, তেওঁবিলাকৰ অভিমত নানা অদৃশ্যশক্তি, পূজিত দেৱ-দেৱী, বৰ্ণাশ্ৰমী বৈদিক সকলৰ অস্পৃশ্যৰূপে পৰিগণিত মানৱৰ মৃতদেহ অস্থি আদি, অভক্ষ্য বা অব্যৱহাৰ্য

মদ্য আৰু বিভিন্ন পশুপক্ষীৰ মাংস আদি, অনাচৰণীয় প্ৰাণি-হিংসা আদিক স্ব স্ব শাস্ত্ৰবৰ্ণিত প্ৰক্ৰিয়াৰ যোগেদি সংস্কাৰ পূৰ্বক স্বাভিমত মোক্ষোপযোগী ধৰ্মৰ অঙ্গৰূপে বৈদিক বৰ্ণাশ্ৰমী মোক্ষবাদী সকলেও যে গ্ৰহণ কৰিছিল তাৰ প্ৰমাণ বিভিন্ন পুৰাণ আৰু আগমশাস্ত্ৰত তথা বামাচাৰী শৈৱ শাক্ত বৈষ্ণৱ ৰখেশ্বীয়া, অৰীতীয়া ৰাতি খোৱা আদি ভকত সম্প্ৰদায়ৰ আচৰণৰ ভিতৰত প্ৰচুৰ পোৱা যায়।

সংসাৰী বা সকামী লোক সকলে বিভিন্ন ৰোগোপশমৰ বা ঐহিক কামনাসিদ্ধিৰ সাধনৰূপে সেই তথাকথিত অনাৰ্য জনগোষ্ঠীৰ মাজত যি যেনেকুৱা কৰ্মাচৰণৰ ব্যৱস্থা প্ৰচলিত আছিল তেনেকুৱা মোহন স্তম্ভন বিদ্বেষণ মাৰণ উচ্চাটন বশীকৰণ, ভূত-প্ৰেত ডাকিনী যোগিনী আদিৰ সাধন প্ৰক্ৰিয়া, তন্ত্ৰ-মন্ত্ৰ, ঔষধ, পূজা-পাটল আদি কৰ্মবোৰ সেই সেই ঐহিক ইষ্টসিদ্ধিৰ অৰ্থে অবিকলভাৱেই গ্ৰহণ কৰিছিল। অসমৰ বিভিন্ন স্থানত সিচৰতি হৈ থকা আসুৰিক চিকিৎসক বা তন্ত্ৰ মন্ত্ৰৰ প্ৰয়োগ কৰোঁতা বৰ্ণাশ্ৰমী হিন্দু-ওজা-বেজ সকলেও প্ৰয়োজন অনুসৰি 'কলমামন্ত্ৰ' নামৰ মুচলমানী মন্ত্ৰ আৰু জনজাতীয় 'দোৱান মন্ত্ৰ' আৰু পূজা আজিও মঙ্গলদৈ, নগাও (মায়ং আৰু কামৰূপৰ বকো আদি অঞ্চলৰ পুৰণি ওজাৰ (বেজৰ) ঘৰত বিচাৰিলে তেনে মন্ত্ৰপুথিৰ সন্ধান পোৱা যায়।

যেই সেই তন্ত্ৰমন্ত্ৰৰ প্ৰয়োগ আৰু পূজাপাটলৰ অনুষ্ঠানৰ পৰা যে সেই সেই কাম্য ফল সিদ্ধ হয় তাক সেই বিষয়ত অভিজ্ঞ লোকৰ উপদেশৰ বাহিৰে আন কোনো প্ৰত্যক্ষ বা অনুমান প্ৰমাণৰ দ্বাৰা জনা নাযায়, গতিকে সেইবিলাক ক্ৰিয়া অদৃষ্টাৰ্থক। তাত পূৰ্বোক্ত 'ধৰ্ম'লক্ষণ সম্পূৰ্ণভাৱে সঙ্গত হয়। সেইবিলাক ধৰ্ম বিভিন্ন জনজাতীয় লোকৰ পৰাই বৰ্ণ-হিন্দুসকলে গ্ৰহণ কৰিছে। গতিকে বৈদিক বৰ্ণহিন্দুসকলে জন-জাতীয় লোকৰ ধৰ্মক ধৰ্ম বুলি স্বীকাৰ, অথবা তেওঁবিলাকৰ ধৰ্ম-গ্ৰহণ কৰা নাছিল বুলি প্ৰতিপন্ন কৰিব নোৱাৰি।

## পুৰণি অসমৰ ধৰ্ম-সম্প্ৰদায়

**অসমত বৈদিক বৰ্ণাশ্ৰম ধৰ্ম:** আৰ্য অনাৰ্য বিভিন্ন জাতীয় মানৱগোষ্ঠীৰ ভিতৰত প্ৰচলিত বিভিন্ন ধৰ্মসংস্কৃতিৰ পৰা উপাদান গ্ৰহণ কৰি যে অকল অসমৰে নহয়, সমগ্ৰ ভাৰতৰে হিন্দুসংস্কৃতি পৰিপূৰ্ণভাৱে গঢ়ি উঠিছে, এই কথা সকলো ঐতিহাসিকেই স্বীকাৰ কৰে। অসমত প্ৰচলিত হিন্দুধৰ্মসংস্কৃতিৰ কোনবিলাক উপাদান কোন কোন মানৱগোষ্ঠীৰ পৰা সংগৃহীত সেইবিষয়েও লব্ধপ্ৰতিষ্ঠ প্ৰত্নতত্ত্ববিদসকলে ইতিমধ্যে প্ৰতিপন্ন কৰিছে। অসমত বৈদিক আৰ্যধৰ্মৰ প্ৰথম প্ৰৱেশৰ ঠিক সময় নিৰূপণ

সময়পৰ নহয় যদিও সেইসময় 'ঐতৰেয়ব্ৰাহ্মণ' আৰু 'শতপথব্ৰাহ্মণ' আদি বৈদিক গ্ৰন্থ ৰচনাৰ পূৰ্ববৰ্তী বুলি অনুমান কৰিব পাৰি।

বেদত বৰ্ণিত ৰামায়ণ-মহাভাৰতত বৰ্ণিত আৰু বিভিন্ন পুৰাণত বৰ্ণিত, হৰিশ্চন্দ্ৰ ৰজাৰ উপাখ্যান আদিৰ যিভাৱে সঙ্গতি আৰু ঐক্য প্ৰতিপন্ন কৰা হয় সেইদৰে বেদত বৰ্ণিত বিদেহমাথৱ নামৰ ৰাজন্য (ৰাজপুত্ৰ) আৰু গৌতম ৰহুগণ নামৰ পুৰোহিত ব্ৰাহ্মণৰ প্ৰাচ্যদেশলৈ আগমন, ৰামায়ণত বৰ্ণিত অমূৰ্ত্তৰজাৰ (১) প্ৰাগজ্যোতিষপুৰ স্থাপন, বিষ্ণুপুৰাণ আদিত বৰ্ণিত নৰকাসুৰ আৰু কালিকাপুৰাণত বৰ্ণিত বিদেহৰাজৰ পালিতপুত্ৰ ভৌমনৰকৰ প্ৰাগজ্যোতিষ ৰাজ্য দখলৰ সঙ্গতি আৰু ঐক্য প্ৰতিপন্ন কৰিব পাৰি। সেইদৰে দাক্ষিণাত্যৰ দ্ৰাবিড়ীসকলৰ মাজত আৰ্যধৰ্ম-সংস্কৃতি প্ৰচাৰৰ ক্ষেত্ৰত অগস্ত্যমুনিৰ ভূমিকাৰ নিচিনাকৈ কামৰূপ প্ৰদেশৰ কিৰাত বা মঙ্গোলীয় গোষ্ঠীৰ লোকৰ মাজত আৰ্যধৰ্ম সংস্কৃতি প্ৰচাৰত বশিষ্ঠ মুনিৰ ভূমিকাৰ গুৰুত্ব প্ৰতিপন্ন কৰিব পাৰি যেন লাগে। সেই কথা ইতিহাস চৰ্চা কৰোতা সকলেই বিবেচনা কৰিব।

সেই স্মৰণাতীতকালৰ পৰাই যে পুৰণি কামৰূপ বা অসমৰাজ্যত বৈদিক শ্ৰৌত আৰু স্মাৰ্তধৰ্ম অবিচ্ছিন্নভাৱে চলি আছে তাৰ নিৰ্ভৰযোগ্য প্ৰমাণ পোৱা যায়। মহাভাৰতত প্ৰাগজ্যোতিষাধিপতি ভগদত্ত আদি ৰজাক ম্লেচ্ছৰাজ বা কিৰাতৰাজ বুলি উল্লেখ নকৰি নিৰুপপদভাৱে 'ৰাজা' বুলি উল্লেখ কৰা হৈছে। তাৰ পৰাই তেওঁ যে বৰ্ণাশ্ৰম ধৰ্মৰ পৃষ্ঠপোষক ক্ষত্ৰিয় ৰজা আছিল সেইটো বুজা যায়। নিৰুপপদ 'ৰাজন্' শব্দ যে ক্ষত্ৰিয় জাতিবাচক সেইকথা মীমাংসাদৰ্শনত সযুক্তিক প্ৰতিপন্ন কৰা হৈছে।

ৰামায়ণতো প্ৰাগজ্যোতিষপুৰৰ সংস্থাপক অমূৰ্তৰজা কুশনামক ক্ষত্ৰিয় ৰজাৰ পুত্ৰ আছিল বুলি কোৱা হৈছে।

পালিত্ৰিপিটকৰ দীঘনিকায় (১।২২৪) আৰু সংযুক্তনিকায়ত [৪।১৭] লোহিত্য দেশীয় ব্ৰাহ্মণ দুজনৰ উল্লেখ আছে। পুৰণি কামৰূপ ৰাজ্যৰ পশ্চিম অংশ সেই সময়ত লোহিত্য (পালি—তলোহিচ্চ) নামেৰে জনাজাত আছিল। তাৰ পৰাই সেই কালত এই দেশত বৈদিক বৰ্ণাশ্ৰম ধৰ্ম সংস্কৃতিৰ প্ৰভাৱ-প্ৰতিপত্তি থকাটো প্ৰমাণিত হয়।

ইয়াৰ পাচতে মহৰ্ষি পালকাপ্যৰ উপদিষ্ট হস্ত্যায়ুৰ্বেদৰ নাম উল্লেখযোগ্য।

---

(১) তথামূৰ্ত্তৰাজা ধীৰশ্চক্ৰে প্ৰাগজ্যোতিষং পুৰম্।
ধৰ্মাৰণ্য সমীপস্থ বসুশ্চক্ৰে গিৰিব্ৰজম্" [আদিকাণ্ড ৩৫ তম সৰ্গ]

অসমত ৰামায়ণৰ যি হাতে লিখা পুথি পোৱা গৈছে, তাতহে এই শ্লোক আছে। বঙ্গ দেশত প্ৰাপ্ত হাতে লিখা পুথিতো এই শ্লোক আছে বুলি মহামহোপাধ্যায় পদ্মনাথ বিদ্যাবিনোদ দেৱে লিখিছে। (কামৰূপ শাসনাৱলী পৃঃ ১-২)

পালকাপ্য মুনিৰ জন্মস্থান এতিয়াৰ, অৰুণাচল প্ৰদেশৰ ভিতৰত পৰে। তেওঁৰ পিতাকৰ নাম আছিল মহৰ্ষি সামগায়ন। মহৰ্ষি সামগায়নৰ আশ্ৰম আৰু তেওঁৰ আশ্ৰমৰ অনতিদূৰত অৱস্থিত ভাৰ্গৱ মুনিৰ (পৰশুৰামৰ আশ্ৰম চতুৰ্বেদৰ অধ্যয়নধ্বনিৰে মুখৰিত আৰু বেদ বেদাঙ্গবিদ মহাতপস্বী ঋষিসকলৰ দ্বাৰা অধ্যুষিত আছিল বুলি সেই গ্ৰন্থত বৰ্ণনা কৰা হৈছে।

খৃঃ ৬ষ্ঠ শতিকাৰ মহাৰাজ ভূতিবৰ্ম্মাৰ শিলাশাসনকে আৰম্ভ কৰি পুৰণি কামৰূপৰ ৰজাসকলৰ যিমানবিলাক শাসনলিপি আজিলৈকে আৱিষ্কৃত হৈছে তাৰ সকলোবিলাকতে এই ৰাজ্যৰ সকলোবিলাক ৰজাই বৈদিক শ্ৰৌত-স্মাৰ্ত্ত ধৰ্মৰ আৰু বৰ্ণাশ্ৰমব্যৱস্থাৰ পৃষ্ঠ পোষকতা কৰাৰ নিৰ্ভৰযোগ্য প্ৰমাণ সন্নিবিষ্ট আছে।

**পুৰণি কামৰূপৰ ধৰ্মশাস্ত্ৰ :** ভাৰতীয় ধৰ্মশাস্ত্ৰৰ ইতিহাস প্ৰণেতা বিশ্ববিশ্ৰুত পণ্ডিত স্বৰ্গত ভাৰতৰত্ন মহামহোপাধ্যায় ডাঃ পাণ্ডুৰঙ্গ ৱামনৰাম কাণে ভাৰতৰ ধৰ্ম-শাস্ত্ৰবিলাকৰ ৰচনাকাল মোটামোটীভাৱে তিনিভাগত বিভক্ত বুলি প্ৰতিপন্ন কৰিছে। তাৰে খৃষ্টপূৰ্ব ৬ষ্ঠ শতিকাৰ পৰা খৃষ্টাব্দৰ আৰম্ভলৈকে এই সময় ছোৱাত বিভিন্ন ধৰ্মসূত্ৰ আৰু মনুস্মৃতি আদি কেইখন মান বিখ্যাত স্মৃতিগ্ৰন্থ ৰচিত হৈছিল। দ্বিতীয় সময় ছোৱা হ'ল খৃঃ ১ম শতিকাৰ পৰা ৮ম শতিকালৈকে। পদ্যাত ৰচিত প্ৰায় বিলাক স্মৃতিসংহিতা গ্ৰন্থই এই সময় ছোৱাৰ ভিতৰত ৰচিত হৈছিল বুলি অনুমান কৰা হৈছে। তৃতীয় সময় ছোৱা বিভিন্ন ধৰ্ম শাস্ত্ৰৰ সংগ্ৰহগ্ৰন্থ, টীকাগ্ৰন্থ আৰু বিভিন্ন প্ৰাদেশিক স্মৃতিনিবন্ধবিলাক ৰচনাৰ সময়। এই সময় খৃঃ ৮ম শতিকাৰ পৰা ১৮শ শতিকলৈকে এহেজাৰ বছৰ বিস্তৃত।

কোনো এখনো শ্ৰৌতসূত্ৰ, গৃহ্যসূত্ৰ বা ধৰ্মসূত্ৰ পুৰণি অসমত ৰচিত হোৱাৰ নিশ্চিত প্ৰমাণ পোৱা নাযায়। 'সাংখ্যায়ন গৃহ্যসংগ্ৰহ'ত প্ৰাগ্‌জ্যোতিষ নামৰ দ্বাৰা এই কামৰূপ-ভূমিৰ উল্লেখ কৰা হৈছে বুলি কোনো কোনো ঐতিহাসিকে লিখিছে যদিও সেইকথা নিৰ্ভৰযোগ্য নহয় এই কাৰণে যে, বাক্যাৰ্থ আলোচনা কৰিলে বুজা যায় তাত প্ৰযুক্ত 'প্ৰাগ্‌জ্যোতিষ' শব্দৰ দ্বাৰা 'অৰুণোদয়' কালৰ হে উল্লেখ কৰা হৈছে কোনো দেশৰ নহয়। ধৰ্মসূত্ৰ গ্ৰন্থত দেশৰ নামোল্লেখৰ কোনো প্ৰসঙ্গও নাই। গতিকে ধৰ্মসূত্ৰত উল্লেখ নোহোৱাৰ কাৰণে ধৰ্মসূত্ৰ ৰচনা কালত প্ৰাগ্‌জ্যোতিষপুৰ বা কামৰূপ ৰাজ্য নাছিল বুলি নিৰ্ণয় কৰিব নোৱাৰি।

ধৰ্মশাস্ত্ৰ নিবন্ধকাৰ সকলে যিবিলাক মূল গ্ৰন্থৰ পৰা প্ৰমাণবাক্য উদ্ধৃত কৰিছে তাৰে ভিতৰত তলত নামোল্লেখ কৰা গ্ৰন্থবিলাক যে পুৰণি কামৰূপত ৰচিত হৈছিল তাত কোনো সন্দেহ নাই। যেনে :—(১) বৃহদঙ্গিৰস্ সংহিতা আৰু (২) 'মহাপাৰম্পৰ্য'

নামৰ পদ্যাত্মক স্মৃতিগ্ৰন্থ দুখন। (৩) কালিকাপুৰাণ, (৪) স্বল্পমৎস্যপুৰাণ, আৰু (৫) ধৰ্মপুৰাণ নামৰ উপপুৰাণ গ্ৰন্থ তিনিখন। (৬) স্মৃতিমীমাংসা, (৭ ধবলসংগ্ৰহ, ৮) স্মৃতিসমুচ্চয় আৰু (৯) তাৎপৰ্যনিবন্ধ বা কামৰূপীয় নিবন্ধ নামৰ স্মৃতিসংগ্ৰহ গ্ৰন্থ চাৰিখন। আৰু ১০ মৎস্যসূক্ত বা মৎস্যতন্ত্ৰ, (১১ যোগিনী-তন্ত্ৰ আৰু (১২) হৰগৌৰীতন্ত্ৰ বা হৰগৌৰীসংবাদ,—এই তন্ত্ৰাত্মক আগম গ্ৰন্থ তিনিখন।

স্বল্পমৎপুৰাণ, কালিকাপুৰাণ, স্মৃতিসমুচ্চয়, স্মৃতিমীমাংসা আৰু ধবলসংগ্ৰহৰ পৰা খৃঃ ১১শ-১২শ শতিকাৰ স্মৃতিনিবন্ধকাৰসকলে বচন উদ্ধৃত কৰিছে। গতিকে এই বিলাক গ্ৰন্থ ১০ম-১১শ শতিকাৰ পৰবৰ্ত্তী নহয় বুলি বুজা যায়। এখন গ্ৰন্থ মনু আদি ঋষি প্ৰণীত স্মৃতিসংহিতাৰ সমকক্ষ প্ৰমাণ ৰূপে পৰিগণিত হবলৈ অন্ততঃ এশ-দেৰশ বছৰৰ কম সময় ধৰিব নোৱাৰি।

বৃহদঙ্গিৰস্ সংহিতা, ধৰ্মপুৰাণ আৰু তাৎপৰ্যনিবন্ধৰ উল্লেখ খৃঃ ১৪-১৫শ শতিকাৰ স্মৃতিনিবন্ধকাৰ সকলৰ গ্ৰন্থত পোৱা যায়। গতিকে এই বিলাক গ্ৰন্থ খৃঃ ১৩শ শতিকাৰ পূৰ্ববৰ্ত্তী বুলি নিৰ্ণীত হয়। মৎস্যসূক্ত, যোগিনীতন্ত্ৰ আৰু হৰগৌৰী-তন্ত্ৰৰ পৰা খৃঃ ১৫ শতিকাৰ স্মৃতিনিবন্ধকাৰ সকলে নামোল্লেখ পূৰ্বক উদ্ধৃতি দিছে, গতিকে এইবিলাক গ্ৰন্থ খৃঃ ১৪শ শতিকাৰ পৰবৰ্ত্তী নহয় বুলি গ্ৰহণ কৰা উচিত।

এতিয়ালৈকে আৱিষ্কৃত কামৰূপীয় ৰাজ-শাসন লিপিবিলাকত খৃঃ ৬ষ্ঠ শতিকাৰ পৰা ক্ৰমাগতভাৱে এই প্ৰদেশত বেদ-বেদাঙ্গ-ধৰ্মশাস্ত্ৰ ৰাজনীতি দৰ্শন-ব্যাকৰণ-কাব্য-অলঙ্কাৰ আদি বিভিন্ন ভাৰতীয় বিদ্যাচৰ্চ্চাৰ অবিসংবাদী প্ৰমাণ পোৱা যায়। গতিকে এই প্ৰদেশত যে সেইবিলকে বিষয়ৰ পণ্ডিত লোক তেতিয়াও আছিল তাত কোনো সন্দেহ নাই। তথাপি খৃঃ ৯ম শতিকাৰ পূৰ্বে এই প্ৰদেশত কোনো মৌলিক ধৰ্মশাস্ত্ৰ গ্ৰন্থ ৰচিত হোৱা নাছিল কিয়? যদি ৰচিত হৈছিল তেন্তে কি কাৰণে তাৰ নিদৰ্শন নোহোৱা হ'ল? আমাৰ মনত এই প্ৰশ্নৰ উদয় হোৱাটো স্বাভাৱিক।

এই প্ৰশ্নৰ সামধানত কব পাৰি যে, সেই কালত ভাৰতৰ অন্যান্য কোনো কোনো প্ৰদেশৰ দৰে ইয়াতো শ্ৰৌতসূত্ৰ, ধৰ্মসূত্ৰ, গৃহ্যসূত্ৰ, মনুযাজ্ঞবল্ক্য আদি ঋষিপ্ৰণীত ধৰ্মশাস্ত্ৰৰ অধ্যয়ন-অধ্যাপনা বহুলভাৱে চলিছিল। অধ্যাপক গুৰু সকলে মৌখিকভাৱে শাস্ত্ৰবাক্যৰ অৰ্থ যি দৰে ব্যাখ্যা কৰিছিল তাৰ দ্বাৰাই মানুহৰ মনৰ ধৰ্মাধৰ্ম বিষয়ক সন্দেহভঞ্জন কৰা হৈছিল। সেইকাৰণে পণ্ডিতসকলে কোনো স্বতন্ত্ৰ ধৰ্মশাস্ত্ৰ ৰচনাৰ প্ৰয়োজনবোধ কৰা নাছিল। সেই প্ৰয়োজনবোধ পশ্চিমৰ পৰা বাগৰি আহি খৃঃ ৮ম-৯ম শতিকামানত হে বোধ হয় এইখিনি পাইছিল হি। গতিকে ৯ম ১০ম শতিকা মানৰ পৰাহে এই প্ৰদেশত ধৰ্মশাস্ত্ৰৰ আৰু স্মৃতিনিবন্ধ গ্ৰন্থৰ ৰচনা আৰম্ভ হৈছিল।

দ্বিতীয়তে, সেইকালত যিবিলাক গ্ৰন্থ ঋষি সিদ্ধপুৰুষ বা দেৱ-দেৱীৰ দ্বাৰা উপদিষ্ট বুলি প্ৰচাৰ কৰা হৈছিল সেইবিলাকৰ ৰচক আৰু ৰচনাৰ দেশ-কালৰ পৰিচয় লিপিবদ্ধ কৰি ৰখাৰ প্ৰথা নাছিল। গতিকে মূল ধৰ্মশাস্ত্ৰৰ ভিতৰত কোনোবা এখন বা দুখন এই প্ৰদেশত ৰচিত হৈছিল যদিও তাক নিৰ্ণয় কৰা দুঃসাধ্য হৈ পৰিছে।

তৃতীয়তে, এই প্ৰদেশৰ জল-বায়ু আদি প্ৰাচীন হস্তলিখিত পুথি সংৰক্ষণৰ অনুকূল নহয়। সেই কাৰণেও সেইকালত এই প্ৰদেশৰ পণ্ডিতৰ দ্বাৰা ৰচিত কিবা গ্ৰন্থ আছিল যদিও সি হয়তো নষ্ট হৈ যাব পাৰে। যি বিলাক গ্ৰন্থ এসময়ত এই প্ৰদেশৰ পণ্ডিতৰ দ্বাৰাই ৰচিত হৈছিল বুলি ইতিমধ্যে প্ৰমাণিত হৈছে সেইবিলাকৰো প্ৰতিলিপি (পুথি) এই প্ৰদেশত কেতিয়াবাই দুষ্প্ৰাপ্য হৈ পৰিছে। তেনে গ্ৰন্থ বহুতৰে হাতেলিখা পুথি আন প্ৰদেশত হে আৱিষ্কৃত হৈছে।

অসমৰ পণ্ডিতৰ দ্বাৰা ৰচিত বৈদিক ধৰ্ম দৰ্শনৰ বিষয়ে টীকা গ্ৰন্থৰ ভিতৰত ভগৱান কুমাৰিল ভট্টপাদৰ প্ৰণীত মীমাংসাশ্লোক বাৰ্ত্তিক আৰু মানৱধৰ্মসূত্ৰৰ টীকা আদি গ্ৰন্থ তথা ৰাজধৰ্মৰ বিষয়ে ভট্টস্বামীৰ প্ৰণীত কৌটিল্য অৰ্থশাস্ত্ৰৰ টীকাই প্ৰাচীনতম আৰু অতিমহত্বপূৰ্ণ ৰূপে উল্লেখযোগ্য। এই দুয়োজনা পণ্ডিতেই খৃঃ ৭ম শতিকাৰ লোক আছিল।

ইয়াৰ পাচত খৃঃ ১২শ শতিকাৰ আচাৰ্য দেৱবোধৰ প্ৰণীত যাজ্ঞবল্ক্য সংহিতাৰ টীকা আৰু মহাভাৰতৰ তাৎপৰ্য টীকা ; আনুমানিক প্ৰায় সেই সময়ৰে নাৰায়ণ সৰ্বজ্ঞৰ প্ৰণীত মনু সংহিতাৰ টীকা মন্বৰ্থ বিবৃতি ; খৃঃ ১৩ শতিকাৰ নীলাম্বৰাচাৰ্যৰ প্ৰণীত বিষ্ণুপুৰাণৰ আংশপ্ৰকাশিকা টীকা আৰু কাত্যায়ন শ্ৰাদ্ধসূত্ৰৰ শ্ৰাদ্ধপ্ৰকাশ নামৰ ভাষ্য, এই কেইখনো আমি জনাত পুৰণি অসমৰ পণ্ডিতৰ দ্বাৰা ৰচিত ধৰ্মশাস্ত্ৰৰ টীকা গ্ৰন্থৰ ভিতৰতে উল্লেখযোগ্য প্ৰাচীন টীকাগ্ৰন্থ।

প্ৰদেশান্তৰীয় স্মৃতিনিবন্ধত অনালোচিত আৰু অল্পালোচিত বহুত বিষয় কামৰূপীয় স্মৃতিনিবন্ধত বিস্তৃতভাৱে আলোচিত হোৱা দেখা যায়। অন্যান্য স্মৃতিনিবন্ধৰ লগত কামৰূপীয় স্মৃতিনিবন্ধৰ বহুবিষয়ত মতানৈক্যও আছে।

**কামৰূপীয় ৰজাৰ ধৰ্মপৰায়ণতা :** পুৰণি কামৰূপৰ ৰজাবিলাক মনু সংহিতা আদি ধৰ্মশাস্ত্ৰত মহাভাৰত আদি বেদানুগত ইতিহাস পুৰাণত বৰ্ণিত আৰু অৰ্থশাস্ত্ৰত প্ৰতিপাদিত ৰাজধৰ্মৰ প্ৰতি অত্যন্ত অনুগত আছিল বুলি বুজা যায়। মহাৰাজ ভাস্কৰবৰ্মদেৱ একান্ত শিব ভক্ত আছিল, তেওঁ শিৱৰ বাহিৰে আন কাৰো ওচৰতে মূৰ নোদোৱায় বুলি হৰ্ষচৰিতত বাণভট্টই বৰ্ণনা কৰিছে। কিন্তু তেওঁৰ প্ৰচাৰিত ৰাজশাসনত চন্দ্ৰমৌলীশ্বৰ (শশিশেখৰ) শিৱক প্ৰণাম কৰাৰ উপৰি ভগৱান্ বিষ্ণু আৰু

বৈষ্ণৱ ধৰ্মৰ প্ৰতিও গভীৰ বিশ্বাস আৰু শ্ৰদ্ধা প্ৰকাশ কৰিছে ; আন কি নাৰায়ণ নামৰ সৰ্বপাপক্ষয় ক্ষমতাৰ কথাও মুক্তভাৱে ঘোষণা কৰিছে। চীন পৰিব্ৰাজক হিউৱেনচাঙৰ প্ৰতি প্ৰদৰ্শিত সম্মান আৰু শ্ৰদ্ধাৰ পৰা তেওঁৰ গুণগ্ৰাহিতা, বিদ্যোৎসাহ আৰু বৌদ্ধ ধৰ্মৰ প্ৰতি সম্মান তথা সমাদৰ নিঃসন্দিগ্ধভাৱে প্ৰমাণিত হয়। মহাভাৰত আদি শাস্ত্ৰত ৰজাক সকলো দেৱ-দেৱীক প্ৰণাম কৰিবলৈ সকলো ধৰ্মৰ প্ৰতিয়ে শ্ৰদ্ধাশীল হবলৈ আৰু সকলো লোকৰ সাম্প্ৰদায়িক মতৰ প্ৰতি সমাদৰ প্ৰদৰ্শন কৰিবলৈ উপদেশ দিয়া হৈছে। গতিকে তেওঁ বৌদ্ধ পণ্ডিত আৰু বৌদ্ধ ধৰ্মৰ প্ৰতি যি আগ্ৰহ আৰু শ্ৰদ্ধা প্ৰদৰ্শন কৰিছিল তাৰ দ্বাৰা তেওঁ বৌদ্ধ ভাৱাপন্ন বা বৌদ্ধ ধৰ্মৰ দ্বাৰা প্ৰভাৱান্বিত আছিল বুলি প্ৰতিপন্ন কৰিব নোৱাৰি। এই ৰাজধৰ্মৰ প্ৰতি আনুগত্য বশতঃ অন্যান্য ৰজা বিলাকেও বিভিন্ন দেৱ-দেৱীৰ প্ৰতি ভক্তি প্ৰদৰ্শন আৰু বিভিন্ন ধৰ্ম-সম্প্ৰদায়ৰ পৃষ্ঠপোষকতা কৰিছিল।

অসমত গণেশ, সূৰ্য, বিষ্ণু শিৱ আৰু শক্তিৰ উপাসক সম্প্ৰদায় স্মৰণাতীত কালৰ পৰাই আছিল। স্বল্পমৎস্যপুৰাণ, কালিকাপুৰাণ আদি গ্ৰন্থত এই দেৱতাৰ পূজা পদ্ধতিৰ বৰ্ণনা পোৱা যায়।

**গাণপত্য আৰু সৌৰ সম্প্ৰদায় :** অসমৰ বিভিন্ন স্থানত গণেশৰ আৰু সূৰ্যৰো প্ৰাচীন মূৰ্ত্তি আবিষ্কৃত হৈছে, গণেশৰ আৰু সূৰ্যৰ দেৱালয়ো ইয়াত বহুকালৰ পৰাই আছিল। যি কোনো শুভকৰ্ম বা ধৰ্মকাৰ্যৰ আদিতে গণেশৰ পূজা আৰু অন্তত সূৰ্যাৰ্ঘ দানৰ প্ৰথা আছে। তন্ত্ৰ শাস্ত্ৰত গণপতি, মহাগণপতি, হৰিদ্ৰাগণপতি উচ্ছিষ্ট-গণপতি আদি বিভিন্ন নামৰূপৰ গণেশৰ উপাসনা পদ্ধতি, মন্ত্ৰ গ্ৰহণ, পুৰশ্চৰণ আদিৰ বিবৰণ আৰু ব্যৱস্থা পোৱা যায়। অসমৰো ব্ৰাহ্মণ সকলৰ উপাস্য গায়ত্ৰী মন্ত্ৰৰ দেৱতা সূৰ্য বা সৌৰ তেজ যাক 'ভৰ্গ' বোলা হৈছে। কালিকাপুৰাণত সূৰ্যক মাৰ্ত্তণ্ড ভৈৰৱ নাম ৰূপত আৰু গণেশক অগ্নি বেতাল ভৈৰৱ নাম আৰু ৰূপত বামাচাৰ পদ্ধতিৰে—উপাসনা কৰাৰ বিধি পোৱা যায়।

**শৈৱ সম্প্ৰদায় :** অসমৰ লব্ধ প্ৰতিষ্ঠ ঐতিহাসিক সকলে একবাক্যে প্ৰতিপন্ন কৰিছে যে অজ্ঞাত, আদিম কালৰ পৰাই এই প্ৰদেশত শৈৱধৰ্ম আৰু শিৱৰ উপাসক সম্প্ৰদায় অবিচ্ছিন্ন ভাৱে চলি আছিল। শাক্ত আৰু বৈষ্ণৱ ধৰ্মৰ সম্প্ৰদায় প্ৰতিষ্ঠিত হোৱাৰ আগতে ইয়াৰ অধিবাসী কিৰাতসকলৰ জাতীয় লোক বিলাক শিৱৰ উপাসক আছিল। শাক্ত আৰু বৈষ্ণৱ ধৰ্মৰ অভ্যুদয়ৰ সময়তো শৈৱ সম্প্ৰদায় বা শিৱোপাসনা গুপ্তভাৱে হলেও চলি আছিল। এই কথা কালিকাপুৰাণ, যোগিনীতন্ত্ৰ আৰু আবিষ্কৃত ৰাজশাসন বিলাকত সন্নিবিষ্ট আছে। এই কথাৰ দ্বাৰা নিঃসন্দিগ্ধভাৱে প্ৰতিপন্ন হয়

যে আৰ্য ধৰ্ম বা বৈদিক ধৰ্ম প্ৰবেশৰ আগতে সেই শিৱোপাসনা কিৰাতসকলৰ স্ব স্ব জাতীয় পদ্ধতি অনুসৰি চলিছিল। আৰ্য বিলাকে আহি সেই জনজাতীয় লোকৰ মাজত চলি থকা শিৱ পূজাত আৰ্য ভাৱ প্ৰদান কৰি আৰ্যতা অভিমানী বৈদিক সকলৰ গ্ৰহণযোগ্য কৰি তুলিলে।

তেখেত সকলৰ এই কথাৰ লগতে আমি এইখিনি যোগ দিব খোজো যে, বৈদিক আৰ্য সকলৰ ভিতৰত আদিৰ পৰাই অৰ্থাৎ আৰ্য সকল অসমত প্ৰবেশ কৰাৰ আগৰ পৰাই ৰুদ্ৰ শিৱ যজ্ঞীয় পূজাত দেৱতাৰূপে গৃহীত হৈ আছে। যজুৰ্বেদৰ ৰুদ্ৰাধ্যায়ত ঘোৰ (ভয়ঙ্কৰ) আৰু শিৱ (সৌম্য) এই দুয়োৰূপতে শিৱক স্তুতি কৰা হৈছে। তেওঁ যে বিভিন্ন গ্ৰামদেৱতা গছ-গছনিত অধিষ্ঠিত বিভিন্ন শক্তিমান পৰ্বতবাসী অৰণ্য-বাসী দেৱতা, তেওঁ যে নিষাদ পুঞ্জিষ্ট শ্বপতি (চণ্ডাল মৃগয়ু মৃগঘাতক ব্যাধ) আদি প্ৰত্যন্ত বাসী বৰ্ণাশ্ৰম বহিৰ্ভূত অনাৰ্য লোকৰো অধিপতি অধিষ্ঠাতা আৰু উপাস্য দেৱতা এই কথাও তাত স্পষ্টভাৱে প্ৰতিপন্ন কৰা হৈছে। তাৰ দ্বাৰা সেই বেদৰ যুগতে বিভিন্ন অনাৰ্য জাতিৰ পূজিত দেৱতাবিলাক বৈদিক দেৱতা ৰুদ্ৰ বা শিৱৰ আৰু তাৰ পাচত পৌৰাণিক তথা তান্ত্ৰিক দেৱতা মহাদেৱ আৰু মহেশ্বৰৰ বিভিন্ন প্ৰকাশৰূপে আৰ্যত্বাভিমানী বৈদিক সকলৰ দ্বাৰা বেদানুসৰিয়ে গৃহীত হৈছিল বুলি বুজা যায়। তদনুসৰিয়ে পুৰাণি কামৰূপৰ আদিম অধিবাসী কিৰাত সকলৰ স্ব স্ব জাতীয় পদ্ধতি অনুসৰি উপাসিত বিভিন্ন দেৱতাক শিৱ বুলি, তেওঁবিলাকৰ সামূহিক সম্মানিত দেৱস্থান (দেৱতাৰ থান) বিলাকক শিৱালয় বুলি আৰু তেওঁবিলাকৰ পালিত শিষ্টা-চাৰক শৈৱাচাৰ বুলি মানি লৈছিল।

বিভিন্নবেদত উপলব্ধ উক্তি অনুসৰি কামৰূপীয় বৈদিক শৈৱ পণ্ডিত সকলেই গায়ত্ৰীমন্ত্ৰৰ দ্বাৰা উপাস্য ভৰ্গ বা সৌৰ তেজৰ লগত শিৱৰ ঐক্য প্ৰতিপন্ন কৰিছিল। তদনুসৰিয়ে সাক্ষাদ্ভাৱে ৰুদ্ৰ তেজৰ বাচক 'ৰৌদ্ৰ (ৰ'দ শব্দটি সূৰ্যতেজ বা সৌৰ-কিৰণৰ বাচকৰূপে প্ৰতিপন্ন হৈছে। কালিকাপুৰাণ আদি গ্ৰন্থত শিৱ বা ৰুদ্ৰৰ অন্যতম নামৰূপে 'ভৰ্গ' শব্দটিৰ বহুল প্ৰয়োগ পোৱা যায়। সূৰ্যকিৰণক বুজাবলৈ ৰৌদ্ৰ বা ৰ'দ শব্দৰ প্ৰয়োগো পূৰ্ব ভাৰতৰ ভাষাত হে বহুল ভাৱে প্ৰচলিত।

কিৰাত জনজাতীয় লোক সকলে যি যি দ্ৰব্যৰ দ্বাৰা যি পদ্ধতিত তেওঁবিলাকৰ উপাস্য দেৱতাৰ পূজা সেৱা কৰিছিল তাৰো যিমানখিনি সম্ভৱ অৰ্থাৎ যিবিলাক দ্ৰব্য বৈদিক সকলৰ ব্যৱহাৰ্য হব পাৰে আৰু যিবিলাক প্ৰক্ৰিয়া (আচৰণ) তেওঁবিলাকৰ সংস্কৃতি আৰু ৰুচিৰ অতিশয় বিৰুদ্ধ নহয় সেই দ্ৰব্য আৰু সেই প্ৰক্ৰিয়া শৈৱাভিমত শিৱ পূজাৰ দ্ৰব্য আৰু প্ৰক্ৰিয়াৰ অন্তৰ্গত কৰি লৈছিল। যিবিলাক প্ৰক্ৰিয়া আৰু দ্ৰব্য

তেওঁবিলাকৰ পক্ষে গ্ৰহণ কৰাটো সম্ভৱ নহৈছিল তাক গ্ৰহণ কৰা নাছিল যদিও কৈৰাতিক ধৰ্মানুষ্ঠান, কৈৰাত ধৰ্মাঙ্গ বা বামাচাৰ পদ্ধতি বুলি তাৰ প্ৰতি স্বীকৃতি প্ৰদান কৰিছিল।

কিৰাত সকলৰ পূজাত মদ-ভাত আৰু বিভিন্ন পশু-পক্ষী কাটি তাৰ মাংস উপহাৰ ৰূপে প্ৰদান কৰা হৈছিল। কালিকা পুৰাণৰ ৭৪তম অধ্যায়ত বৰ্ণিত ভৈৰৱ ভৈৰৱীৰ পূজাত সেই কৈৰাতাচাৰ সম্পূৰ্ণভাৱে সমৰ্থিত আৰু বামাচাৰ পদ্ধতিৰূপে প্ৰতিপন্ন কৰা হৈছে।

বৰ্ণাশ্ৰমী সকলৰ শিৱপূজাত মদ-ভাত মহিষ শুকৰ আৰু কুকুৰা কাটি দিয়াৰ ব্যৱস্থা নাই। কিন্তু তেওঁবিলাকৰ ব্যৱহাৰ্য অন্নভোগ আৰু খাহি ছাগলৰ মাংস প্ৰদান কৰাৰ ব্যৱস্থা আছে। সেই শিৱভোগৰ খাহি ছাগলি দেৱী পূজাৰ বলিৰ নিচিনাকৈ ঘপিয়াই কটা নহয়, শ্বাসৰোধ কৰি মৰা হয়। বৈদিক যজ্ঞৰ পশুকো ঘপিয়াই কটাৰ ব্যৱস্থা পোৱা নাযায়, বিভিন্ন শ্ৰৌতসূত্ৰত শ্বাসৰোধ কৰি মৰাৰহে ব্যৱস্থা আছে। ৰুদ্ৰদেৱতাৰ উদ্দেশ্যে ছাগপশু প্ৰদান ব্যৱস্থা গৃহ্যসূত্ৰতো পোৱা যায়। গতিকে আমাৰ দেশৰ প্ৰাচীন শিৱদেৱালয় বিলাকত শিৱৰাত্ৰিৰ দিনা শ্বাসৰোধ কৰি খাহি ছাগলি মৰা হয় আৰু তাৰ মাংসেৰে ভোগ দিয়া হয় যে এই প্ৰথা অবৈদিক প্ৰথা বা অনাৰ্য সকলৰ পৰা গৃহীত প্ৰথা বুলি নিৰ্ণয় কৰিব নোৱাৰি। পূজাৰ পশুক ঘপিয়াই কটা প্ৰথাই হয়তো অনাৰ্য প্ৰথাবুলি প্ৰতিপন্ন হব পাৰে। ভাগৱত পুৰাণ আদিত বৰ্ণিত জড় ভৰতক নি দস্যুবিলাকে ভদ্ৰকালীৰ আগত ছেদনকাৰিবলৈ উদ্যত হোৱা ঘটনাৰ পৰা সেই প্ৰথা দস্যুবিলাকৰ মাজত প্ৰচলিত আছিল বুলি বুজা যায়।

পুৰণি কালৰ বিভিন্ন দেশৰ সভ্যজাতি আৰু ভাৰতৰ অনাৰ্য জাতিৰ মাজত প্ৰচলিত লিঙ্গ পূজা বিভিন্ন কিৰাত গোষ্ঠীয় জনজাতিৰ দ্বাৰা উপাসিত বুঢ়া ডাঙৰীয়া, বাথৌবুঢ়া আদি অবৈদিক দেৱতা সেইবিলাকৰ পূজাপদ্ধতি আৰু সম্মানিত দেৱস্থান, বৈদিক ভৰ্গ আৰু ৰুদ্ৰ দেৱতা, পৌৰাণিক শিৱ মহাদেৱ, তান্ত্ৰিক মহেশ্বৰ আৰু সেই বিলাকৰ উপাসনা পদ্ধতিৰ সমন্বয়ত অসমৰ শৈৱসম্প্ৰদায় গঢ়ি উঠিছিল। বৈদিক ধৰ্মৰ অনুগামী আৰ্য সকলৰ মাজত অন্যধৰ্মাৱলম্বী লোকক তাৰ পৈত্ৰিক ধৰ্মৰপৰা চ্যুত কৰি নিজ ধৰ্ম গ্ৰহণ কৰোৱাৰ প্ৰথা বা বিধি নাছিল যদিও তাৰ স্বধৰ্মেৰে সৈতে তাক বৈদিক সনাতন ধৰ্ম আৰু সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত কৰি লোৱাৰ নীতি আৰু বিধি আছিল। সেই কাৰণেহে ইমানবিলাক অনাৰ্য ধৰ্ম-সংস্কৃতি আৰু ৰীতি নীতিক আৰ্য ধৰ্মৰ অন্তৰ্ভুক্ত কৰি লব পাৰিছিল।

কামৰূপীয় ৰাজ শাসনাৱলীত শিৱ-বিষ্ণুৰ অভেদ ভাৱনাৰ ইঙ্গিত পোৱা যায় সেই ধাৰণা কালিকা পুৰাণ যোগিনীতন্ত্ৰ আৰু কামৰূপীয় স্মৃতি নিবন্ধৰ ভিতৰতো

সম্পূৰ্ণভাৱে সংৰক্ষিত হোৱা দেখা যায়। কালিকা পুৰাণত ব্ৰহ্মা-বিষ্ণু-শিৱ এই দেৱতাত্ৰয়ৰ অভেদ সম্বন্ধিক প্ৰতিপন্ন কৰা হৈছে। যোগিনীতন্ত্ৰতো শিৱ-শক্তি আৰু বিষ্ণুৰ মহিমা তথা পূজা-পদ্ধতিৰ বৰ্ণনা পোৱা যায়। খৃঃ ১৩শ ১৪শ শতিকাৰ 'স্মৃতি ৰত্নাকৰ' নামৰ কামৰূপীয় স্মৃতিনিবন্ধৰ গ্ৰন্থকাৰ আৱসথিক ( স্মাৰ্ত্তাগ্নি সম্পন্ন ) বেদাচাৰ্য্যই হৰিহৰাত্মক পৰমাত্মাক আৰাধনা কৰি গ্ৰন্থ আৰম্ভ কৰিছে। ইয়াৰ দ্বাৰা অকল শৈৱ সম্প্ৰদায়ৰ ভিতৰতে নহয় বৈষ্ণৱ শাক্ত আদি সম্প্ৰদায়ান্তৰৰ ভিতৰতো ভগৱান্ শিৱ পূজাৰূপে পৰিগৃহীত হৈ আছিল বুলি বুজা যায়। ডাঃ বাণীকান্ত কাকতিদেৱৰ মতেও "ঐতিহাসিক যুগৰ আগৰ পৰাই কেতিয়াবা মুখ্য কেতিয়াবা গৌণভাৱে অসমত শিৱপূজাৰ ক্ৰম চলিয়েই আছে।" [ পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা পৃঃ ১৭ ]।

**অসমত শাক্ত সম্প্ৰদায়ঃ** অসমত প্ৰচলিত তান্ত্ৰিক শক্তিধৰ্মও ঐতিহাসিক সকলৰ মতে মূলতঃ অনাৰ্য সকলৰ ধৰ্মৰ পৰাই উপাদান গ্ৰহণ কৰি আৰ্যসকলৰ মাজত অভিব্যক্ত হৈছে। এই ধৰ্মৰ উপাদান যেনেঃ যাদু লোকসম্মোহন আদি অভিচাৰ ক্ৰিয়া, অসামাজিক আচৰণ—মদ্য মাংস মৈথুন আদি পঞ্চমকাৰৰ ব্যৱহাৰ, বলিৰূপে বিবিধ পশুপক্ষীৰ শিৰশ্ছেদ ৰুধিৰ প্ৰদান, নৰবলিপ্ৰথা, তন্ত্ৰ-মন্ত্ৰ, ভূত-প্ৰেত, ডাকিনী যোগিনী আদিৰ পূজ্যতা, যোনিপূজা, দেৱীৰ কামাখ্যা-চামুণ্ডা-বিন্ধ্যবাসিনী আদি নাম আৰু তেওঁৰ ভয়ঙ্কৰ ৰূপ ; আনকি কামাখ্যা যোনিমণ্ডল আৰু দিক্‌কৰ বাসিনী পীঠ নামেৰে প্ৰখ্যাত স্থানখিনিও বিভিন্ন অনাৰ্য জাতিৰ পৰাই সংগৃহীত হৈছে ; তাকে আৰ্যসকলে স্বধৰ্ম-সংস্কৃতিৰ উপযোগিভাৱে সজাই পৰাইহে লৈছে।

শক্তি তথা লক্ষ্মী সৰস্বতী আদি উমা দুৰ্গা কালী হৈমৱতী আদি স্ত্ৰী দেৱতাৰ উল্লেখ আৰু সেই বিলাকৰ পূজ্যতাবিষয়েও বহুত কথা বিভিন্ন বেদত পোৱা যায়। সম্মোহন আদি অভিচাৰ ক্ৰিয়া, তন্ত্ৰ-মন্ত্ৰ, কৃত্যা আদি শক্তিত বিশ্বাস আৰু সেই বিলাকৰ প্ৰয়োগৰ যোগেদি কামনা-সিদ্ধিৰ কথাও বেদত আছে। শাক্ত তান্ত্ৰিক ধৰ্মৰ উপাদান মন্ত্ৰ, দেৱতা মুদ্ৰা মণ্ডল চক্ৰ ন্যাস অভিচাৰ ক্ৰিয়া আদিৰ উল্লেখ যে বেদত আছে, শাক্ত তান্ত্ৰিক ধৰ্ম আৰু দৰ্শন যে স্মৰণাতীত কালৰ পৰাই ভাৰতত চলি আছিল, প্ৰাচীনতম স্মৃতি আৰু পুৰাণত যে শাক্ত ধৰ্ম মতৰ উল্লেখ আছে ; সেই সাধনাপদ্ধতি যে ভাৰতৰ পৰাই তিব্বত আৰু চীন দেশলৈ গৈছিল ; এইবিলাক কথা মহামহোপাধ্যায় ডাঃ পি, বি, কাণে তেখেতৰ ধৰ্মশাস্ত্ৰৰ ইতিহাসত সবিস্তৃক প্ৰতিপন্ন কৰিছে।

ডাঃ কাকতি দেৱে কালিকা-পুৰাণ আৰু যোগিনীতন্ত্ৰৰ পৰা প্ৰমাণ উদ্ধৃত কৰি অনুমান কৰিছে যে "বিদেহৰাজ জনকৰ পালিত পুত্ৰ ভৌম নৰক প্ৰাগ্‌জ্যোতিষ ৰাজ্যলৈ আহোঁতে শক্তিপূজা আৰু শাক্ত ধৰ্ম প্ৰবৰ্ত্তনৰ ভাৰ লৈ আহিছিল আৰু তেওঁৱেই কামৰূপত

শাক্ত ধৰ্মৰ প্ৰথম প্ৰৱৰ্ত্তক। নৰকৰ উপদেষ্টা হিচাবে বৈষ্ণৱ গুৰু এজন লগত আহিছিল। তেওঁকেই পুৰাণৰ আখ্যানত বিষ্ণু বুলি পৰিচয় দিয়া হৈছে নতুন ৰাজ্য আৰু ধৰ্মস্থাপনৰ লগে লগে নৰকে পশ্চিমৰ পৰা দ্বিজাতি আনি ৰাজ্যত বহুৱালে।" — পুঃ কাঃ ধঃ ধাঃ পৃঃ ৫১-৫৩ এই কথাৰ দ্বাৰা তেখেতে (কাকতিদেৱে) বৈদিক বৰ্ণাশ্ৰম ধৰ্ম আৰু বৈষ্ণৱ ধৰ্মও নৰকৰ ৰাজত্ব কালত কামৰূপত প্ৰৱেশ কৰিছিল হি বুলি ভাবে যেন লাগে। কাকতিদেৱৰ উপস্থাপিত অনুমানৰ (সম্ভাৱনাৰ) পদানুসৰণ কৰিয়ে শতপথ ব্ৰাহ্মণত বৰ্ণিত বিদেহমাথৱ নামৰ ৰাজন্যৰ (ৰাজপুত্ৰৰ) লগত বিদেহৰাজপালিত ভৌমনৰকক আৰু গোতম ৰহূগণ নামৰ ব্ৰাহ্মণ পুৰোহিত জনৰ লগত নৰকৰ উপদেষ্টা সেই বৈষ্ণৱ গুৰুজনক একে অভিন্ন লোক বুলি অনুমান (সম্ভাৱনা) কৰিব নোৱাৰি জানো ?

কৌল সম্প্ৰদায়ৰ প্ৰবৰ্ত্তক বা উপাসক আচাৰ্য সকলৰ ভিতৰত অগস্ত্য দুৰ্বাশা ভাৰ্গৱ বা পৰশুৰাম আৰু বশিষ্ঠৰ নাম বিশদভাৱে পৰিগণিত। তাৰে দুৰ্বাশা পৰশুৰাম আৰু বশিষ্ঠৰ নাম কামৰূপীয় কৌল সম্প্ৰদায়ৰ ধৰ্ম-দৰ্শনৰ ইতিহাসতো বিশেষভাৱে জড়িত। তন্ত্ৰশাস্ত্ৰত দুৰ্বাশা ঋষি ক্ৰোধভট্টাৰক, ক্ৰোধভৈৰৱ বা ক্ৰোধবক্ত্ৰ ভৈৰৱ নামেৰে উল্লিখিত হৈছে বুলি সেই সম্প্ৰদায়ৰ গুৰুসকলে কয়। যোগিনীতন্ত্ৰত ক্ৰোধবক্ত্ৰ ভৈৰৱে মহাকাল, আদিনাথ শ্ৰীনাথ আদিনামেৰে উল্লিখিত শিৱৰ পৰা কৌল বিদ্যালাভ কৰি আৰু কামাখ্যা যোনিমণ্ডলত কুলাচাৰ মতে দেৱীৰ আৰাধনা কৰি সিদ্ধিলাভ কৰিছিল বুলি কথিত আছে। পৰশুৰামেও কামৰূপৰ ভাৰ্গৱক্ষেত্ৰত মহেশ্বৰৰ পৰা কৌলতত্ত্ব জ্ঞান লাভ কৰিছিল আৰু পাচত তেওঁৰ যোগেদিয়ে সেই মহাজ্ঞান দাক্ষিণাত্যত প্ৰচাৰ লাভ কৰিছিল বুলি কথিত আছে। বশিষ্ঠয়ো কামৰূপতে শিৱক আৰাধনা কৰি তেওঁৰ পৰা কৌলজ্ঞান লাভ কৰিছিল আৰু পাচত উগ্ৰতাৰা দেৱীৰ নিৰ্দেশ অনুসৰি তেওঁ মহাচীনদেশত গৈ ধ্যানীবুদ্ধ অক্ষোভ্য ভৈৰৱৰ ওচৰত উগ্ৰতাৰা-মন্ত্ৰত দীক্ষিত হৈ সিদ্ধিলাভ কৰিছিল বুলি কথিত আছে।

গতিকে দুৰ্বাশা পৰশুৰাম আৰু বশিষ্ঠক যদি ঐতিহাসিক বুলি স্বীকাৰ কৰা হয় তেন্তে তেওঁবিলাকৰ সমসাময়িকভাৱে অৰ্থাৎ অন্ততঃ খৃঃ পূঃ ১ম-২য় শতিকাত হলেও কামৰূপত কৌল ধৰ্ম আৰু দৰ্শনৰ প্ৰাদুৰ্ভাৱ অৱশ্যে স্বীকাৰ কৰিব লাগিব।

দেৱী পুৰাণ গ্ৰন্থ খৃঃ ৮ম শতিকাৰ পূৰ্বাৰ্দ্ধৰ ৰচনা বুলি ঐতিহাসিক সকলে অনুমান কৰে। তাত দেৱী বিভিন্ন দেশত বিভিন্নৰূপে পূজিত হয় বুলি কওঁতে গৈ তেওঁ দেৱী) কামাখ্যা গিৰিগুহাত ভৌমপুত্ৰৰ (ভগদত্তৰ) দ্বাৰা পূজিত হয় বুলি কোৱা হৈছে[১]।

---

(১) দেৱী পুৰাণ :—অধ্যায় ৩৯, শ্লোক ৫-৬।

মাধৱাচাৰ্য্যৰ ৰচিত 'শঙ্কৰ দিগ্বিজয়'ত কামৰূপলৈ আহি আচাৰ্য্য শঙ্কৰে অভিনৱগুপ্ত নামৰ শাক্ত দাৰ্শনিক এজনৰ লগত শাস্ত্ৰাৰ্থ বিচাৰ কৰিছিল। সেই অভিনৱ গুপ্তই 'শাক্ত ভাষ্য' ৰচনা কৰিছিল[১] বুলি বৰ্ণনা কৰা হৈছে। এই অভিনৱগুপ্ত যে কাশ্মীৰীয় প্ৰত্যভিজ্ঞাদৰ্শনৰ প্ৰতিষ্ঠাপক আৰু অভিনৱভাৰতীয় আদিৰ ৰচক খৃঃ ১০ম-১১শ শতিকাৰ বিখ্যাত অভিনৱ গুপ্তপাদতকৈ বেলেগ লোক আছিল সেই কথা অন্যত্ৰ বিস্তৃত-ভাৱে আলোচনা কৰা হৈছে।

প্ৰায় সকলোবিলাক আগম গ্ৰন্থতে শাক্ত কৌলসাধনাৰ বৰ্ণনা প্ৰসঙ্গত কামৰূপপীঠ আৰু কামাখ্যা যোনিমণ্ডলৰ উল্লেখ পোৱা যায়। কালিকা পুৰাণ আৰু যোগিনী-তন্ত্ৰত কামাখ্যাকে কেন্দ্ৰ কৰি শত শত ৰূপে দেৱীৰ অৱস্থিতিৰ আৰু উপাসনা পদ্ধতিৰ কথা কোৱা আছে।

পুৰণি কামৰূপীয় ৰজাসকলৰ শাসনলিপিৰ ভিতৰত মহাৰাজ বনমালদেৱৰ (আনুমানিক খৃঃ ৮ম-৯ম শতিকাৰ) তেজপুৰত আৱিষ্কৃত তাম্ৰশাসনত কামকূট গিৰিশিখৰত অধিষ্ঠিত কামেশ্বৰ মহাগৌৰীৰ প্ৰতি ভক্তিপূৰ্ণ ভাৱে কৰা উল্লেখ আৰু মহাৰাজ ইন্দ্ৰপালৰ আনুমানিক সময় ১০ম ১১শ শতিকাৰ) ২য় তাম্ৰশাসনত কামেশ্বৰ মহাগৌৰীৰ উল্লেখৰ উপৰিও নিজক 'হৰ-গিৰিজাৰ (হৰগৌৰীৰ) সেৱাপৰায়ণ' বুলি কৰা উল্লেখ পোৱা যায়। বনমাল ধৰ্মদেৱৰ পৌত্ৰ নাতিয়েক বলবৰ্মাৰ তাম্ৰশাসনৰ আৰম্ভ শ্লোকত জগদ্বাসীৰ দুঃখনিবাৰণৰ অৰ্থে সংসাৰ অন্ধকাৰ নিৱাৰক, যিটো যে প্ৰলয়কালৰ নিশাৰ অৱসানত জগদ্ৰূপে পৰিবৰ্ত্তিত বা পৰিণত হয় সেই ৰৌদ্ৰতেজ অৰ্থাৎ ৰৌদ্ৰী শক্তিৰ ওচৰত জগতৰ শান্তিৰ (সুখৰ অৰ্থে প্ৰাৰ্থনা কৰা হৈছে। ইয়াৰ দ্বাৰা তেতিয়া শিৱ-শক্তিৰ অভেদ বা তাদাত্ম্য আৰু শক্তিৰ জগৎ-কাৰণতা স্বীকাৰ কৰা হৈছিল বুলি প্ৰতিপন্ন হয়। ওপৰত উল্লিখিত তাম্ৰশাসনত বৰ্ত্তমানৰ কামাখ্যা আৰু উমানন্দকে মহাগৌৰী আৰু কামেশ্বৰ নামেৰে আৰু সেই দেৱতাৰ অধিষ্ঠান পৰ্বত শিখৰকে কামকুট গিৰিশিখৰ বুলি উল্লেখ কৰা হৈছে যেন লাগে।

উইলচন্ চাহাবে বিষ্ণুপুৰাণৰ ভূমিকাত লিখিছে যে অসম আৰু বঙ্গদেশৰ পূৰ্বোত্তৰ অংশ অৰ্থাৎ পুৰণি কামৰূপ প্ৰদেশ তান্ত্ৰিক আৰু শাক্ত বামাচাৰৰ উদ্ভৱস্থান আছিল যেন লাগে, তাৰ পৰাই বৈদিক আৰু পৌৰাণিক ধৰ্মতো সেই অসামাজিক আচাৰবোৰ সোমাই পাৰছে।

ইলিয়ট্ চাহাবে কয় যে, শাক্ত শাস্ত্ৰসম্প্ৰদায় যদিও সকল ভাৰতৰ পূৰ্বোত্তৰ কোণতে

---

(১) তদনন্তৰ মেৰ কামৰূপান্ আধগত্যাভিনৱোপশব্দ গুপ্তম্।
অজয়ৎকিল শাক্ত ভাষ্যকাৰং ন চ তত্ৰে মনসোৎমালুলোচে ॥ [ শঃ দি ১৫।১৫৮ ]

( অৰ্থাৎ পুৰণি কামৰূপতে ) আবদ্ধ নাছিল তথাপি সেই প্ৰান্ত এই ধৰ্ম সম্প্ৰদায়ৰ কেন্দ্ৰস্থান আছিল। শাক্ত সম্প্ৰদায়ৰ পৰম্পৰাতো কামৰূপ পীঠ আৰু কামাখ্যা যোনি-মণ্ডল এই ধৰ্ম-সম্প্ৰদায়ৰ কেন্দ্ৰস্থলৰূপে প্ৰসিদ্ধ।

শক্তিৰ উপাসনা বা দেৱী পূজা যে সকল শাক্ত সম্প্ৰদায়ৰ ভিতৰতে আবদ্ধ আছিল এনে নহয়, শৈৱ সম্প্ৰদায়ৰ ভিতৰত শিৱশক্তি ৰূপে, বৈষ্ণৱৰ ভিতৰত বৈষ্ণৱীশক্তিৰূপে, সৌৰগাণপত্য আদি সম্প্ৰদায়ৰ ভিতৰতো মুখ্য উপাস্য দেৱতাৰ শক্তি ৰূপে লক্ষ্মী সৰস্বতী দুৰ্গা দীপ্তা জ্বালিনী আদি বিভিন্ন দেৱীৰ উপাসনা চলিছিল। কালিকা পুৰাণ আদি গ্ৰন্থত যিকোনো উপাস্য পুৰুষ দেৱতাৰ শক্তি ৰূপেস্ত্ৰী-দেৱতা পূজাৰ বিধান দিয়া হৈছে।

শক্তি উপাসনা বা কৌলসম্প্ৰদায়ৰ ইতিহাস আলোচনা কৰিলে বুজা যায় যি সময়ত কৌলসম্প্ৰদায় বা শাক্ত-সম্প্ৰদায় নামৰ স্বতন্ত্ৰ ধৰ্ম-সম্প্ৰদায় এটাৰ অস্তিত্ব প্ৰতিপন্ন হয় তেতিয়াৰ পৰাই অৰ্থাৎ এই সম্প্ৰদায়ৰ আদিম কালৰ পৰাই কামৰূপত ইয়াৰ অৱস্থিতি প্ৰতিপন্ন হয়। তেতিয়া হলে এই কামৰূপ প্ৰদেশতে কামাখ্যা যোনিপীঠ আৰু যোনিমণ্ডলক আৰু দিক্‌কৰবাসিনী পীঠক কেন্দ্ৰ কৰি এই সম্প্ৰদায় গঢ়ি উঠিছিল বুলি অনুমান কৰিব পাৰি। এই অনুমান যদি ঠিক হয় তেন্তে কৌলাচাৰৰ যোগেদি পূৰ্বোক্ত অনাৰ্যাচাৰ আৰু অনাৰ্য দেৱ-দেৱীবিলাকৰ লগত আৰ্যাচাৰ আৰু বৈদিক দেৱ দেৱী বিলাকৰ সমন্বয় সাধন কৰি তাৰ আৰ্যতা সম্পাদনৰ দায়িত্বও এই প্ৰদেশৰ তদানীন্তন অধিবাসী আৰ্যত্বাভিমানী বৈদিকসকলেই বহন কৰিছিল বুলি অৱশ্যে মানিলব লাগিব।

কালিকা-পুৰাণ আৰু যোগিনী তন্ত্ৰত কামৰূপৰ উত্তৰূপূৰ প্ৰান্তত দিক্‌কৰবাসিনী পীঠৰ অৱস্থিতিৰ কথা কোৱা আছে। তাতে সতীৰ মূৰ পৰিছিল.—"অংশগ্ৰীবং পূৰ্ণগিৰো কামৰূপান্ততঃ শীৰ।" কাঃ পুঃ ১৮।৪০ দেৱী তীক্ষ্ণকান্তা (ঘোৰৰূপা) আৰু ললিতকান্তা (সৌম্যৰূপা এই দুই ৰূপত তাত প্ৰকট আৰু পূজিত হয়। ডঃ কাকতিয়ে সদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰৰ 'কেচাই খাইতী' দেৱীকে সেই পুৰাণ আৰু তন্ত্ৰত বৰ্ণিত 'দিক্‌কৰবাসিনী' দেৱী বুলি গ্ৰহণ কৰিছে যেন লাগে। পুৰণি কালৰ সেই অঞ্চলৰ চুটিয়া, বঙ্গা সকল সেই কেচাই খাইতী দেৱীৰ উপাসক আছিল। তাত তেওঁবিলাকে নানা বলি বিধানৰ উপৰিও নৰবলি দি পূজা কৰিছিল। সম্প্ৰতি অৰুণাচল প্ৰদেশৰ ভিতৰৰ মালিনীথানত আবিষ্কৃত মন্দিৰৰ ভগ্নাংশেৰ আৰু দেৱ-দেৱীৰ মূৰ্ত্তিৰ পৰাও এসময়ত তাত দেৱীপূজাৰ প্ৰচলন আছিল বুলি প্ৰমাণিত হয়।

**অসমত বৈষ্ণৱ ধৰ্ম সম্প্ৰদায় :** বৈষ্ণৱ ধৰ্মও যে এই প্ৰদেশত প্ৰাগৈতিহাসিক ৰূপতে মহাৰাজ ভৌম নৰকৰ সমসাময়িক ভাৱেই প্ৰচাৰিত হৈছিল এই কথা ডঃ কাকতি

আদি পূৰ্ব্বতন সুধী সকলেও অনুমান কৰিছে। নগাৰৰ বৰগঙ্গাত আবিষ্কৃত খৃঃ ৫৫৪ চনত প্ৰদত্ত মহাৰাজ ভূতিবৰ্মাৰ শিলাশাসনত তেওঁক ভূতিবৰ্মাক অশ্বমেধ যাজী আৰু 'পৰম ভাগৱত' বুলি উল্লেখ কৰা হৈছে। তাৰ দ্বাৰাই সেই কালত বিষ্ণুৰ উপাসক ভাগৱত সম্প্ৰদায় অস্তিত্ব প্ৰতিপন্ন হয়। তাৰ পৰবৰ্ত্তী কামৰূপীয় ৰাজ-শাসনাৱলীতো বিষ্ণুৰ উপাস্যতা আৰু ইয়াত বিষ্ণু-উপাসকৰ অস্তিত্বৰ প্ৰমাণ ধাৰাবাহিক ভাৱে পোৱা যায়। আন কি, 'নাৰায়ণ বা হৰিনামৰ সৰ্ব পাপ ক্ষয় হয়' এই ধাৰণাও যে সেই কালত আছিল তাৰ প্ৰমাণো সুপ্ৰাচীন কামৰূপীয় ৰাজশাসনত সন্নিবিষ্ট কৰা হৈছে। খৃঃ ১১ শতিকাৰ ইন্দ্ৰপালৰ শাসনত আৰু খৃঃ ১২ শতিকাৰ ধৰ্মপালৰ পুষ্প ভদ্ৰা শাসনত বৰাহৰূপী বিষ্ণুৰ জয়ধ্বনি কৰি শাসন আৰম্ভ কৰা হৈছে। সেই শ্লোকত হৰিহৰৰ অভেদ ভাৱৰ ইঙ্গিতো দিয়া হৈছে। শাসনৰ দ্বাৰা যাক ব্ৰহ্মোত্তৰ ভূমি দান কৰা হৈছে সেই মধুসূদন নামৰ ব্ৰাহ্মণজনো যে পৰম বৈষ্ণৱ আছিল তাৰো স্পষ্ট উল্লেখ আছে। উত্তৰ লক্ষীমপুৰত আবিষ্কৃত পূৰ্বোল্লিখিত মহাৰাজ লক্ষ্মীনাৰায়ণৰ তাম্ৰ-শাসনৰ দ্বাৰা ১৩২৩ শকত—"শাকে ৰামে ভুজে বহ্নৌ দ্বিজ ৰাজ যুতে তথা"। (১৪০১ অব্দ) বিহু উপলক্ষে স্বৰ্ণনদীৰ পশ্চিমে (শোৱনশিৰীৰ পশ্চিমে) হৰিদেৱৰ পুত্ৰ ৰতিদেৱ ব্ৰাহ্মণক ব্ৰহ্মোত্তৰ ভূমি দান কৰা হৈছিল। এই ব্ৰাহ্মণ পৰম বৈষ্ণৱ ("বাসুদেৱাৰ্চনৈৰতঃ") আছিল। অসমৰ বিভিন্ন স্থানত আবিষ্কৃত প্ৰাচীন বিষ্ণুমূৰ্ত্তি আৰু বিষ্ণুমন্দিৰৰ ভগ্নাৱশেষ বিলাকৰ দ্বাৰাও সেই কালত ইয়াত বৈষ্ণৱ ধৰ্ম সম্প্ৰদায়ৰ অস্তিত্ব প্ৰমাণিত হয়।

আগত নামোল্লেখ কৰা কামৰূপীয় গ্ৰন্থ কালিকাপুৰাণ, স্বল্পমৎস্যপুৰাণ, অঙ্গিৰস্ সংহিতা, দেৱবোধাচাৰ্যকৃত মহাভাৰত তাৎপৰ্য টীকা, নাৰায়ণ সৰ্বজ্ঞকৃত মন্বৰ্থবিবৃতি নামক মনুসংহিতা টীকা, এই বিলাক গ্ৰন্থ যে খৃঃ ১১শ-১২শ শতিকাৰ পৰবৰ্ত্তী নহয় সেইবিষয়ে নিৰ্ভৰযোগ্য প্ৰমাণ পোৱা যায়। কালিকাপুৰাণত যে আদি, মধ্য অৱসান, এই তিনিও স্থানতে বিষ্ণুৰ গুণনাম কীৰ্ত্তন বা স্তুতিৰ সন্নিবেশৰ দ্বাৰা বিষ্ণুৰ প্ৰাধান্য প্ৰতিপন্ন কৰা হৈছে এই কথা শ্ৰীমন্তশঙ্কৰদেৱেও জানিছিল। স্বল্প মৎস্যপুৰাণ আৰু আঙ্গিৰস্ সংহিতাত বিষ্ণুৰ ব্ৰত মহোৎসৱ আদিৰ বিৱৰণ প্ৰচুৰ পোৱা যায়। নাৰায়ণ সৰ্বজ্ঞৰ মন্বৰ্থ বিবৃতি আৰু দেৱবোধাচাৰ্যৰ মহাভাৰত তাৎপৰ্য টীকাতো প্ৰসঙ্গক্ৰমে বিষ্ণু বৈষ্ণৱৰ মাহাত্ম্য প্ৰতিপন্ন কৰা হৈছে। খৃঃ ১৩শ শতিকাৰ বিভিন্ন দৰ্শন শাস্ত্ৰত পাৰ্গত কামৰূপীয় পণ্ডিত নীলাম্বৰাচাৰ্যই নিজৰ গ্ৰন্থত তেওঁৰ যে পূৰ্বপুৰুষ সকলো বিষ্ণুৰ উপাসক আৰু বৈষ্ণৱ ধৰ্ম-জ্ঞানত লব্ধ প্ৰতিষ্ঠ আছিল এই কথাৰ উল্লেখ কৰিছে। তেওঁৰ পৰিচিত 'অংশ প্ৰকাশিকা' নামৰ বিষ্ণুপুৰাণৰ টীকাত বিষ্ণুৰ আৰু বৈষ্ণৱ মহিমা

তথা দাৰ্শনিক মত সম্বন্ধীয় প্ৰতিপন্ন কৰিছে। এই গ্ৰন্থৰ শেষাংশত বিষ্ণুৰ নৱবিধা ভক্তি, কলিযুগত হৰিনাম শ্ৰৱণ-কীৰ্ত্তন আৰু স্মৰণৰ মাহাত্ম্য নিৰ্ণয় কৰিছে।

আনুমানিক খৃঃ ১৩শ বা ১৪শ শতিকাৰ কামৰূপীয় স্মৃতিনিবন্ধকাৰ বেদাচাৰ্যই তেওঁৰ প্ৰণীত স্মৃতি-ৰত্নাকৰ গ্ৰন্থত বিষ্ণু উপাসনাৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিছে। হৰিনাম স্মৰণ মাত্ৰে অতীত, বৰ্ত্তমান, ভৱিষ্যৎকালীন সমস্ত পাপ ক্ষয় হয়, বিষ্ণুযাগৰ উৎসৱৰ সামূহিক অনুষ্ঠান, সেই প্ৰসঙ্গত তাল-লয়যুক্ত গীত-বাদ্য-নৃত্য সহকাৰে হৰিগুণ নাম-কীৰ্ত্তনেৰে ৰাত্ৰি জাগৰণ কৰিলে পৰম পদ লাভ হয় বুলিও বিভিন্ন শাস্ত্ৰবচন উদ্ধৃত কৰি প্ৰতিপন্ন কৰা হৈছে।

খৃঃ ১৫শ শতিকাৰ বৰ্ষপ্ৰদীপকাৰ শ্ৰীধৰ ভট্টই তেওঁৰ গ্ৰন্থত বাইকৈ ভাগৱত পুৰাণৰ শ্লোক উদ্ধৃত কৰি বৈষ্ণৱৰ লক্ষণ, বৈষ্ণৱ ব্ৰত, বিষ্ণুপূজা, হৰিনামৰ সৰ্বপাপক্ষয়-কাৰকতা, চতুৰ্বৰ্গ সাধনতা, বিশেষকৈ মোক্ষ হেতুতা আদি হৰিনাম মাহাত্ম্য, গীতা-ভাগৱত পাঠৰ মাহাত্ম্য, নৱবিধ ভক্তি, হৰিভক্ত চণ্ডাল আদিৰো পূজ্যতা, হৰিসেৱাস্থানত স্পৃশ্যাস্পৃশ্যভেদৰ অভাৱ আদি প্ৰতিপন্ন কৰা হৈছে। স্মৃতি নিবন্ধকাৰ সকলে সাধাৰণতঃ নতুনকৈ কোনো ধৰ্ম বা আচৰণৰ প্ৰৱৰ্ত্তন নকৰে, পুৰুষানুক্ৰমে আগৰ পৰা চলি অহা ধৰ্ম বা অদৃষ্টাৰ্থক কৰ্মচৰণ বিলাকৰ শাস্ত্ৰ প্ৰমাণৰ দ্বাৰা সমৰ্থন হে কৰে। যিবিলাক আচৰণ স্মৰণাতীত কালৰ পৰা চলি অহা বুলি তেওঁবিলাক বুজিছিল সেইবিলাকহে নিজৰ গ্ৰন্থত আলোচ্য বা ব্যৱস্থাপনীয়ৰূপে গ্ৰহণ কৰিছিল। গতিকে এইবিলাক স্মৃতি-নিবন্ধ গ্ৰন্থত উপলব্ধ আলোচনাৰ পৰাই তেওঁবিলাকৰ গ্ৰন্থৰচনাৰ অন্ততঃ দুই তিনশ বছৰ হলেও আগৰ পৰাই এই প্ৰদেশত বৈষ্ণৱ ধৰ্মৰ প্ৰচলন থকাটো প্ৰতিপন্ন হয়।

**পুৰণি অসমত বৌদ্ধধৰ্ম :** পুৰণি অসমত বৌদ্ধ ধৰ্মৰ প্ৰসাৰ আছিল নে নাই, এই বিষয়ত ঐতিহাসিকসকল একমত নহয়।

খৃঃ ১৭শ শতিকাৰ লামা তাৰানাথ নামৰ তিব্বতীয় বৌদ্ধ পণ্ডিতে তেওঁৰ দেশত উপলব্ধ ঐতিহাসিক প্ৰমাণৰ (জনশ্ৰুতিৰ) ওপৰত নিৰ্ভৰ কৰি প্ৰথমতে মহাৰাজ অশোকৰ গুৰু উপগুপ্তৰ শিষ্য ধীতিক নামৰ বৌদ্ধ সন্ন্যাসীয়ে আৰু তাৰ পাচত অশ্বভদ্ৰ নামৰ এজন বৌদ্ধ গুৰুৱেও কামৰূপত বৌদ্ধ ধৰ্ম প্ৰচাৰ কৰিছিল বুলি কৈছে। ৰাজতৰঙ্গিনী গ্ৰন্থত কোৱা আছে যে কামৰূপীয় ৰজাৰ জিয়াৰী (আনুমানিক খৃঃ ১ম-২য় শতিকাৰ) অমৃতপ্ৰভাক কাশ্মীৰৰ ৰজা মেঘবাহনলৈ বিয়া দিয়া হৈছিল। পিতাকৰ (কামৰূপীয় ৰজাৰ) গুৰু এজন তিব্বতৰ পৰা কাশ্মীৰলৈ গৈ তেওঁৰ পৃষ্ঠপোষকতাত কাশ্মীৰত নিজৰ নামেৰে 'লোস্তুন্‌পা' নামৰ বৌদ্ধ বিহাৰ এটা নিৰ্মাণ কৰাইছিল। ইয়াৰ দ্বাৰা অমৃতপ্ৰভাৰ দেউতাক কামৰূপীয় ৰজাজন বৌদ্ধধৰ্মাৱলম্বী

আছিল বুলি বুজা যায়। তিব্বত, নেপাল আৰু ভুটানত প্ৰচলিত জনশ্ৰুতিমতে ভগবান বুদ্ধই কামৰূপত দেহত্যাগ কৰিছিল। তাতেই এটা চৈত্য (স্তূপ) নিৰ্মাণ কৰি বুদ্ধৰ অস্থি-ভস্ম প্ৰতিষ্ঠা কৰা হৈছিল। সেই স্থানেই আজিকালিৰ হাজো আৰু সেই চৈত্যই পাছত গৈ হয়গ্ৰীৱ মাধৱৰ মন্দিৰত পৰিণত হৈছে। বৌদ্ধ মহাযান পন্থৰ শাখা হিচাবে মন্ত্ৰযান, বজ্ৰযান, সহজযান আদি নামেৰে যি বৌদ্ধ তান্ত্ৰিক সম্প্ৰদায় গঢ়ি উঠিছিল তাৰ প্ৰতিষ্ঠাপক, প্ৰচাৰক আৰু অনুগামী উপাসকৰ বহুতেই যে কামৰূপীয় লোক আছিল আৰু কামৰূপ-পীঠ তথা কামাখ্যা যোনিমণ্ডল যে সেই সম্প্ৰদায়ৰ অন্যতম কেন্দ্ৰস্থল আছিল, সেই বিষয়ে নিৰ্ভৰযোগ্য প্ৰমাণ পোৱা গৈছে। বহুত বৌদ্ধ দেৱদেৱীৰ প্ৰস্তৰ-নিৰ্মিত মূৰ্ত্তি আৰু প্ৰাচীন মন্দিৰৰ বৌদ্ধ ভাস্কৰ্য্য সম্বলিত ভগ্নাৱশেষ পুৰণি কামৰূপৰ চাৰি সীমাৰ ভিতৰে বাহিৰে পোৱা গৈছে।

থুইকৈ এইবোৰ যুক্তিৰ ওপৰত নিৰ্ভৰ কৰি কিছুমান ঐতিহাসিক পণ্ডিতে কামৰূপত আদিৰ পৰাই বৌদ্ধধৰ্মৰ প্ৰাবল্য আৰু প্ৰাচুৰ্য আছিল বুলি অনুমান কৰে। আনহাতে, বৌদ্ধত্ৰিপিটকৰ ভিতৰত আৰু মহাৰাজ অশোকৰ শিলাশাসনৰ ভিতৰত এই দেশৰ নামোল্লেখ পৰ্যন্ত পোৱা নাযায়। বৌদ্ধ ধৰ্ম-সম্বত এই প্ৰদেশৰ কিবা উল্লেখযোগ্য অৱদান থাকিলে ত্ৰিপিটক শাস্ত্ৰত ই এনেভাৱে নগণ্য হৈ নাথাকিলহেঁতেন। দীৰ্ঘনিকায় ১।২২৪] আৰু সংযুক্ত নিকায়ত [৪ ১১৭] লৌহিত্য (লোহিচ্চ) দেশীয় ব্ৰাহ্মণ দুজনৰ কথা পোৱা যায় যদিও তাৰ দ্বাৰা বৌদ্ধ ধৰ্মৰ পৰিবৰ্ত্তে ইয়াত ব্ৰাহ্মণ্য ধৰ্মৰ অস্তিত্বহে প্ৰতিপন্ন হয়। খৃঃ ৭ম শতিকাত চীন পৰিব্ৰাজক হিউয়েনচাঙ্ অসমলৈ আহি ইয়াতে কিছুদিন থাকিছিল। তেওঁ লিখিছে "এইদেশৰ লোকসকল দেৱোপাসক, তেওঁবিলাকৰ বুদ্ধ আৰু বৌদ্ধ ধৰ্মত বিশ্বাস নাই। বুদ্ধ পৃথিৱীত অৱতীৰ্ণ হোৱাৰ পৰা আজিলৈকে (খৃঃ ৭ম শতিকালৈকে) ভিক্ষুসংঘৰ মিলনস্থানৰূপে ইয়াত কোনো এটাও 'সংঘাৰাম' প্ৰতিস্থাপিত হোৱা নাই। ইয়াত যি বৌদ্ধ ধৰ্মবিশ্বাসী লোক আছে তেওঁবিলাকে গোপনীয়ভাৱেহে তেওঁবিলাকৰ ধৰ্মানুষ্ঠান (পূজা সেৱা আদি চলায়।" কামৰূপীয় ৰজাৰ প্ৰচাৰিত কোনো এখন তাম্ৰশাসনতো সেই ৰাজ্যৰ ৰজা-প্ৰজাৰ ভিতৰত বৌদ্ধ ধৰ্মবিশ্বাস থকাৰ কোনো ইঙ্গিত পোৱা নাযায়, তাৰ পৰিবৰ্ত্তে বৈদিক ধৰ্ম আৰু বৰ্ণাশ্ৰম ব্যৱস্থাত দৃঢ়বিশ্বাস থকাৰ কথাহে সেই সকলোবোৰ তাম্ৰশাসনতে স্পষ্টভাৱে ঘোষণা কৰা হৈছে। কিছুমান ধৰ্মবিশ্বাস আৰু আচৰণ বৌদ্ধধৰ্মৰ পৰা আহি কামৰূপীয় লোকৰ মাজত সোমাই পৰিছিল বুলি ঐতিহাসিক সকলে বা আনলোকেহে কয়; কিন্তু তেনে বিশ্বাস আৰু আচৰণ কৰোঁতা সকলে নিজে সেই কথা স্বীকাৰ নকৰে বা নাজানে আৰু নিজক বৌদ্ধ ধৰ্মাবলম্বী বুলি নাভাৱে

আৰু নকৰে। গতিকে সেই বিশ্বাস আৰু আচৰণ যে তেওঁবিলাকৰ মাজত অজ্ঞাতসাৰেহে সোমাই পৰিছিল, বৌদ্ধ ধৰ্ম আৰু আচৰণ গ্ৰহণ কৰো বুলি কোনোৱে তাক গ্ৰহণ কৰা নাছিল, সেইটোহে প্ৰতিপন্ন হয়।

মূলতঃ এই তিনিটা যুক্তিৰ ওপৰত নিৰ্ভৰ কৰি অসমৰ ভিতৰৰ আৰু বাহিৰৰো কোনো কোনো ঐতিহাসিক পণ্ডিতে নিৰ্ণয় কৰিছে যে, পুৰণি কালৰ অসমত বৌদ্ধ ধৰ্ম আৰু বৌদ্ধ সম্প্ৰদায়ৰ প্ৰাবল্য নাছিল, বৌদ্ধ ধৰ্মই যেতিয়া ভাৰতৰ অন্যান্য প্ৰদেশত বৈদিক ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰভাৱ-প্ৰতিপত্তি নেহোৱা কৰি তাৰ অস্তিত্ব বিপন্ন কৰি পেলাইছিল, তেতিয়া এই প্ৰদেশক আশ্ৰয় কৰিয়েই বৈদিক ধৰ্ম ৰক্ষা পৰিছিল।

মহাৰাজ অশোকৰ ৰাজত্বকাল আৰু তৎপূৰ্বৱৰ্ত্তীকালত এই প্ৰদেশত বৌদ্ধ ধৰ্মৰ প্ৰবেশ ঘটিছিল বুলি অনুমান কৰিবলৈ কোনো হেতু বা যুক্তি পূৰ্বোল্লিখিত ঐতিহাসিকসকলৰ দুয়োপক্ষৰ কোনো এক পক্ষয়ো উপস্থিত কৰা নাই। অশোকৰ পৰৱৰ্ত্তীকালত বোধিসত্ত্ব ধীতিকৰ কামৰূপত বৌদ্ধ ধৰ্ম প্ৰচাৰ আনহাতে খৃঃ ৭ম শতিকালৈকে এই দেশৰ লোকৰ মাজত বৌদ্ধ ধৰ্ম বিশ্বাস নাছিল বুলি কোৱা চীন পৰিব্ৰাজকৰ উক্তি এই দুটা পৰস্পৰ বিৰুদ্ধ কথাৰ আলোচনা কৰিলে তলত দিয়া ধৰণে সামঞ্জস্য হব পাৰে।

দুৰ্ব্বাশা আৰু বশিষ্ঠৰ সময়তে কামৰূপত কৌল শাক্ত ধৰ্মৰ প্ৰচাৰ আছিল বুলি ইতিমধ্যে কোৱা হৈছে। বৌদ্ধমহাযান পন্থৰ আবিৰ্ভাৱ আৰু ক্ৰমবিকাশৰ সময় খৃঃ পূঃ ১ম শতিকাৰ পৰা খৃঃ ৩য় শতিকালৈকে বুলি ঐতিহাসিকসকলে সযুক্তিক প্ৰতিপন্ন কৰিছে। যি মন্ত্ৰযান বা বজ্ৰযানৰ কথা কোৱা হয় তাৰ মূলধাৰণাৰো মহাযান ধৰ্ম দৰ্শনৰ ভিতৰত প্ৰবেশ ঘটিছিল বহু পৰৱৰ্ত্তী কালত হে।

হিন্দুতন্ত্ৰ আৰু বৌদ্ধতন্ত্ৰ বিলাকৰ আলোচনা কৰিলে বোধ হয় কৌল বা শাক্তসম্প্ৰদায়ৰ অভিমত শিৱ আৰু শক্তিয়ে বৌদ্ধতন্ত্ৰত পৈ আদি প্ৰজ্ঞা আৰু আদিবুদ্ধ নামেৰে আখ্যাত আৰু গৃহীত হৈছে। সেইদৰে কৌলাভিমত বিশ্বোত্তীৰ্ণ বা অনুত্তৰ তত্ত্বাতীত, পৰম শিৱ বা পৰমাশক্তি অথবা শিৱ-শক্তি সামৰস্য (পূৰ্ণাহন্তা আৰু বৌদ্ধাভিমত শূন্যতা আদিবুদ্ধ বা বজ্ৰসত্ত্ব একেই পদাৰ্থ। বহু হিন্দুতন্ত্ৰত তেওঁবিলাকৰ অভিমত পৰমতত্ত্বটিক আদিনাথ মহাকাল শূন্য বীৰ বজ্ৰ আদি নামেৰে উল্লেখ কৰা হৈছে। সেইদৰে বৌদ্ধতন্ত্ৰতো আদিবুদ্ধক কপালমালী, বীৰ ভৈৰৱ আদি নামেৰেও উল্লেখ কৰা দেখা যায়। বৌদ্ধ তান্ত্ৰিকৰ পক্ষে শূন্যতা, আদিবুদ্ধ বজ্ৰ সহজ বা মহাসুখৰ যি যেনেকুৱা স্বৰূপ লক্ষণ আৰু কাৰ্য হিন্দু শাক্ত বা শৈৱ তান্ত্ৰিকৰ পক্ষেও পৰমশিৱ, বা পৰমাশক্তি অথবা শিৱশক্তি সামৰস্যৰ সেই স্বৰূপ লক্ষণ আৰু কাৰ্য

হুবহু একেই। পূৰণি অসমৰ শাক্ত আৰু শৈৱতান্ত্ৰিক-সকলে সূৰ্যক শিব বা ৰুদ্ৰ আৰু সূৰ্যকিৰণক (সূৰ্যৰ তেজক) ৰৌদ্ৰ বা ৰৌদ্ৰীশক্তি বুলি বুজিছিল, সেই কাৰণেই সূৰ্যৰ তেজক আজিও ৰৌদ্ৰ বা ৰ'দ বোলা হয়। শক্তি বা শৈৱ অদ্বৈতবাদী সাধকে নিজক পৰমশিৱ বুলি উপলব্ধি কৰা বি. এজন বৌদ্ধ তান্ত্ৰিকে নিজক শূন্য বা বজ্ৰসত্ত্ব বুলি অনুভৱ কৰাও সেই একেই কথা।

লামা তাৰা নাথৰ বৰ্ণিত কামৰূপত গুৰুধিতিকৰ বৌদ্ধ ধৰ্ম প্ৰচাৰ প্ৰসঙ্গত কোৱা হৈছে যে "কামৰূপৰ ব্ৰাহ্মণসিদ্ধ এজনে বহু হাজাৰ লোক লগত লৈ তেওঁৰ উপাস্য আদিত্য (সূৰ্য) দেৱতাৰ পূজাৰ আয়োজন কৰিছিল। বৌদ্ধ গুৰুধিতিকে মায়াৰে সূৰ্যৰ ৰূপ ধাৰণ কৰি তেওঁক বুদ্ধৰ প্ৰচাৰিত ধৰ্মৰ উপদেশ দিলে। তাৰ ফলত তেওঁৰ সত্যদৰ্শন হ'ল, সেই ধৰ্মত বিশ্বাস আৰু নিষ্ঠাৰে মহাচৈত্য বিহাৰ নিৰ্মাণ কৰাই তাত চাৰিওপিনৰ সমধৰ্মী লোকবিলাকক মাতি আনি এটা ভোজ দিলে আৰু বুদ্ধৰ ধৰ্মোপদেশ প্ৰচাৰ কৰিলে।" ইয়াত এই কথা লক্ষণীয় যে, সেই ব্ৰাহ্মণজন ইতিমধ্যে সূৰ্যউপাসনাত সিদ্ধিলাভ কৰা সিদ্ধ পুৰুষ আছিল। বৌদ্ধ গুৰুজনে সূৰ্যৰূপ ধৰি বা সূৰ্যৰ উপাসকৰূপে প্ৰতীত হৈ তেওঁক ধৰ্মোপদেশ দিছিল। সেই উপদেশ পোৱাৰ পাচত যে তেওঁৰ সূৰ্যদেৱতাত বিশ্বাস নোহোৱা হ'ল আৰু তেতিয়াৰ পৰা সূৰ্যৰ উপাসনা-কৰিবলৈ এৰি নতুনকৈ বুদ্ধৰ আৰাধনা আৰম্ভ কৰিলে এই কথা ইয়াত কোৱা নাই। গতিকে অৰ্থতঃ এইটোহে বুজা যায় যে 'তেওঁ সত্যদৰ্শন কৰিলে' মানে তেওঁ নিজৰ উপাস্য সূৰ্যৰ লগত বুদ্ধৰ ঐক্য উপলব্ধি কৰাৰ ফলত বৌদ্ধ-গুৰুৰ কথা তেওঁৰ অভিজ্ঞতাৰ লগত মিলি যোৱা হেতুকে যথাৰ্থৰূপে প্ৰতীত হ'ল। সেয়ে হ'লে তেওঁ যে মহাচৈত্য নিৰ্মাণ কৰাইছিল সি বৌদ্ধ তান্ত্ৰিকৰ দৃষ্টিত সূৰ্যোপাসনাৰ স্থান বা সূৰ্য দেৱালয়ৰূপে গৃহীত আৰু পৰিগণিত হোৱাটো একান্ত সম্ভৱ।

মহাৰাজ ইন্দ্ৰপালৰ গুৱাহাটীত আৱিষ্কৃত তাম্ৰশাসনত আছে যে "উত্তৰেণ তথাগত কাৰিতাদিত্য ভট্টাৰক সাৎকশাসন ভৰিবা ভূমীগিগ" [কাঃ শাঃ পৃ ১২৪] ইয়াৰ যথাশ্ৰুত অৰ্থ এই যে "উত্তৰে তথাগতে (বোধিসত্ত্বই) কৰোৱা আদিত্য ভট্টাৰকৰ স্বত্বাধীন শাসনৰ অন্তৰ্ভুক্ত ভূমিৰ সীমাত" –। বৌদ্ধসাধনাত সিদ্ধিলাভ কৰা লোককো তথাগত, বোধিসত্ত্ব আদি শব্দৰ দ্বাৰা কোৱা হয়। আমেৰে যি দুৰ্বাশাৰ কথা কোৱা হৈছে, কাশ্মীৰীয় অভিনৱ গুপ্তপাদৰ প্ৰণীত তন্ত্ৰালোকত সাম্প্ৰদায়িক তন্ত্ৰশাস্ত্ৰৰ পৰা প্ৰমাণ উদ্ধৃত কৰি কোৱা হৈছে, সেই দুৰ্বাশাই ত্ৰ্যম্বক আমৰ্দক আৰু শ্ৰীনাথ নামৰ তিনিজন মানসপুত্ৰ উৎপন্ন কৰি ক্ৰমশঃ অদ্বৈত, দ্বৈত আৰু দ্বৈতাদ্বৈত বাদী তন্ত্ৰৰ উপদেশ দিছিল। তেওঁবিলাকৰ পৰাই সেই মতবাদী তন্ত্ৰৰ পৃথিৱীত প্ৰচাৰ

হৈছে। ত্ৰ্যম্বকৰ দুহিতাৰ পৰা যি অদ্বৈতবাদী তন্ত্ৰমাৰ্গৰ প্ৰচাৰ ঘটিছিল তাকে অৰ্ধত্ৰ্যম্বকমত বোলা হয়। অৰ্ধত্ৰ্যম্বক মতেই কৌলমত বা কৌলদৰ্শন। দুৰ্বাশাৰ মানসপুত্ৰ ত্ৰ্যম্বকৰ দ্বাৰা অৱতাৰিত অদ্বৈতবাদী তন্ত্ৰৰ গুৰু পৰম্পৰাবিষয়ে কাশ্মীৰীয় শৈৱ প্ৰত্যভিজ্ঞাদৰ্শনৰ পূৰ্বাচাৰ্য সোমানন্দই (সময় খৃঃ ৯ম শতিকা) স্বপ্ৰণীত 'শিৱদৃষ্টি' গ্ৰন্থৰ অন্তিম অধ্যায়ত নিজৰ বংশ পৰিচয় দি কৈছে যে "দুৰ্বাশাই ত্ৰ্যম্বকাদিত্য নামেৰে মানসপুত্ৰ সৃষ্টি কৰি তেওঁক সেই অদ্বৈত জ্ঞান প্ৰদান কৰিছিল। তেওঁ সেই জ্ঞান লাভকৰি ত্ৰ্যম্বক নামৰ গিৰি গুহাত গৈ নিজৰ নামোপাধিৰে চিহ্নিত মানসপুত্ৰ এজন উৎপন্ন কৰি তেওঁক সেই জ্ঞান দিলে। এইদৰে চৌদ্ধপুৰুষ অতীত হোৱাৰ পিছত পঞ্চদশ পুৰুষজনাই ৰূপযৌৱনসম্পন্না ব্ৰাহ্মণ কন্যা এজনীক বিয়া কৰালে। যথাসময়ত তেওঁবিলাকৰ সঙ্গমাদিত্য নামৰ এজন পুত্ৰ ওপজিল। সেই সঙ্গমাদিত্যই পাচত কাশ্মীৰলৈ আহি বাস কৰিছিল। সঙ্গমাদিত্যৰ পুত্ৰ বৰ্ষাদিত্য, বৰ্ষাদিত্যৰ পুত্ৰ অৰুণাদিত্য, তেওঁৰ পুত্ৰ আনন্দ আনন্দৰ পুত্ৰ মই সোমানন্দ।" এনেকৈ দুৰ্বাশাৰ মানসপুত্ৰ ত্ৰ্যম্বকাদিত্যৰ পৰাই পৃথিৱীত অদ্বৈত শৈৱ জ্ঞানৰ প্ৰচাৰ ঘটিছিল আৰু তেওঁৰ ১৩শ অধস্তন পুৰুষ সঙ্গমাদিত্যৰ দ্বাৰা কাশ্মীৰত এই জ্ঞান প্ৰচাৰিত হৈছিল। এই ত্ৰ্যম্বকাদিত্য অথবা ত্ৰ্যম্বক সন্ততিৰ কোনো আদিত্যান্তনামা অদ্বৈত বাদী তান্ত্ৰিক গুৰুৱে ইন্দ্ৰপালৰ তাম্ৰশাসনত 'আদিত্যভট্টাৰক' বুলি উল্লিখিত হোৱাটো সম্ভৱ। সেই শৈৱ গুৰুৰ দাৰ্শনিক মতৰ লগত বজ্ৰযানী বৌদ্ধতান্ত্ৰিক গুৰুৰ মতৰ সম্পূৰ্ণ মিল হোৱা হেতুকে কোনো তথাগতে অৰ্থাৎ বৌদ্ধতান্ত্ৰিক গুৰুৱে তেওঁৰ উদ্দেশ্যে ভূমিদান কৰাব পাৰে। সেই তাম্ৰশাসনত প্ৰযুক্ত তথাগত শব্দৰ দ্বাৰা লামা তাৰানাথৰ বৰ্ণিত বৌদ্ধাচাৰ্যধিতিকৰ উল্লেখ কৰা হৈছে বুলি নিৰ্ণয় কৰিব নোৱাৰিলেও তথাগত বা বুদ্ধৰ উপাসনাত সিদ্ধিলাভ কৰা কোনো সিদ্ধ পুৰুষক বুজোৱা হৈছে বুলি অনুমান কৰিব পাৰি।

তান্ত্ৰিক সাধনা গুপ্ত সাধনা। জনসাধাৰণৰ মাজত ইয়াৰ প্ৰচাৰ আৰু প্ৰকাশ নিষিদ্ধ। বৌদ্ধ তান্ত্ৰিকৰ বজ্ৰ সাধনা বা সহজ সাধনাও তেনেকুৱাই গোপনীয়। কামৰূপৰ বৰ্ণাশ্ৰমী বৈদিকসকলৰ মাজত শ্ৰুতিস্মৃতিবিহিত ধৰ্ম আৰু আচৰণৰ বাহুল্য আৰু প্ৰাবল্য আছিল' ৰজাসকলেও মুখ্যতঃ তাকেই পৃষ্ঠপোষকতা কৰিছিল। সৰ্বসাধাৰণলোকৰ প্ৰিয়দেৱতা আছিল মহেশ্বৰ শিৱ। গতিকে কৌল, শৈৱ বা বজ্ৰযানী সাধকে তান্ত্ৰিক পদ্ধতি অনুসৰি যি দেৱতাৰে সাধনা নকৰক সাধাৰণ জনতাৰ মাজত শৈৱ ৰূপে প্ৰতিপন্ন হৈ চলিব লাগিছিল। যিসকল বেচি আৰ্য ভাৱাপন্ন বা ভদ্ৰলোক তেওঁবিলাকৰ ভিতৰত বহুতেই বিষ্ণুৰ উপাসক আছিল হেতুকে ভদ্ৰসমাজত কৌলবামাচাৰী

সাধকেও বৈষ্ণৱাচাৰ মানি চলিছিল। ভিতৰুৱাকৈহে কৌলাচাৰ বা তান্ত্ৰিক বামাচাৰ পালন কৰিছিল। সেই কাৰণেই কৌললোকক তেনেভাৱে চলিবলৈ তন্ত্ৰশাস্ত্ৰত উপদেশ দিয়া হৈছে। খৃঃ ৭ম শতিকাত চীন পৰিব্ৰাজকৰ কামৰূপ ভ্ৰমণৰ সময়তো এই ধাৰণা আৰু তেনে আচৰণৰ কোনো পৰিবৰ্ত্তন বা অন্যথা হোৱা নাছিল। পূৰ্ব্বে কামৰূপত বৌদ্ধ হীন যান পন্থ বা থেৰাবাদ প্ৰচাৰিত হোৱাৰ তথা ভিক্ষুসঙ্ঘ, ভিক্ষুণী সঙ্ঘ বা থেৰা থেৰী থকাৰ কোনো নিৰ্ভৰযোগ্য প্ৰমাণ পোৱা নাযায়। এই প্ৰদেশৰ বৌদ্ধ সাধিকাক ভিক্ষুণী বা থেৰী বোলাৰ পৰিবৰ্ত্তে যোগিনী, ভৈৰৱী বা সিদ্ধা আৰু বৌদ্ধ সাধকক ভিক্ষু শ্ৰমণ বা থেৰা বোলাৰ পৰিবৰ্ত্তে তথাগত, বোধিসত্ত্ব ভৈৰৱ বা সিদ্ধ বুলিহে কোৱা হৈছিল। চীন পৰিব্ৰাজকেও ইয়াত ভিক্ষু-ভিক্ষুণী সঙ্ঘ বা থেৰা-থেৰী থকাৰ কোনো প্ৰমাণ পোৱা নাছিল; কিন্তু গোপনভাৱে (ভিতৰুৱাকৈ) যে মহাযানানুমত কৌলতান্ত্ৰিক পদ্ধতি মতে আদিবুদ্ধৰ উপাসনা চলে অৰ্থাৎ কৌলপদ্ধতি অনুসৰি শিৱ-শক্তি বিষ্ণু গণপতি সূৰ্য আদি দেৱতাৰ উপাসনাৰ দৰে বুদ্ধৰো উপাসনা কৰা হয় এই কথা তেওঁ তেনে উপাসকৰ পৰা জানিছিল। সেই, সত্য কথাটিকে তেওঁ লিপিবদ্ধ কৰি থৈ গৈছে।

গতিকে লামা তাৰানাথৰ কথা আৰু চীন পৰিব্ৰাজকৰ কথা দুয়োটাই সত্য। ঐতিহাসিক সকলৰো যি সকলে 'কামৰূপত বৌদ্ধ ধৰ্ম আছিল' বুলি কয় তেওঁবিলাকৰ সেই কথা এইভাৱে সঁচা যে সেইকালত গুপ্তভাৱে কৌল ধৰ্মৰ অন্তৰ্ভুক্ত হিচাবে, কৌল বামাচাৰৰ লগত অবিভক্ত ভাৱে বৌদ্ধ ধৰ্ম অৰ্থাৎ বৌদ্ধাভিমত শূন্য বজ্ৰ বা আদিবুদ্ধ আৰু আদি প্ৰজ্ঞাৰ সাধনা প্ৰচলিত আছিল। আৰু যি সকলে 'কামৰূপত বৌদ্ধ ধৰ্ম সম্প্ৰদায়' নাছিল বুলি কয় সেই সকলৰ সেই কথা এই হিচাবে সঁচা যে সেইকালত কামৰূপত স্বতন্ত্ৰভাৱে আৰু প্ৰকাশ্য ভাৱে বৌদ্ধধৰ্ম আৰু বৌদ্ধ-সম্প্ৰদায় নাছিল।

গুপ্ত সাধনা বা গোপনীয় ধৰ্মৰ কথা ৰাজকীয় শাসনত উল্লেখ কৰি সদৰি কৰাৰ প্ৰশ্ন নুঠে গতিকে কামৰূপীয় ৰাজশাসনত তাৰ উল্লেখ নথকাটো যুক্তিযুক্ত কথা। কাশ্মীৰৰ ৰাজ-ৰাণী অমৃত প্ৰভাৰ দেউতাকৰ গুৰু বিজন কাশ্মীৰলৈ গৈছিল সেইজন কামৰূপীয় ৰজাৰ গুপ্ত তান্ত্ৰিক সাধনাৰ গুৰু আছিল বুলি আৰু তেওঁৰ উপদিষ্ট গুপ্ত-সাধনা কামৰূপীয় লোকৰ সৃষ্টিত কৌলসাধনা বা শৈৱ সাধনাৰূপে পৰিগণিত হৈছিল বুলি স্বীকাৰ কৰাত কোনো বিপ্ৰতিপত্তি বা যৌক্তিক বাধা নঘটে। তেওঁ যে তিব্বতীয়-লোক আছিল আৰু কাশ্মীৰলৈ যোৱাৰ আগৰ পৰাই বৌদ্ধধৰ্মাবলম্বীলোক আছিল সেইকথা ৰাজতৰঙ্গিণীৰ শ্লোকৰ দ্বাৰা প্ৰতিপন্ন নহয়। গতিকে ৰাজতৰঙ্গিণীত বৰ্ণিত কথাৰ দ্বাৰা অমৃত প্ৰভাৰ দেউতাক কামৰূপীয় ৰজাজন বৌদ্ধ আছিল বুলি অনুমান কৰিব নোৱাৰি।

বৌদ্ধমহাযান সাধনাত সিদ্ধিলাভ কৰা যিকোনো সিদ্ধ পুৰুষেই যে আদিবুদ্ধৰ বাচক বুদ্ধ তথাগত বোধিসত্ত্ব বজ্রসত্ত্ব মহামুনি আদি নামেৰে অভিহিত হয় এই কথা মহাযানী বৌদ্ধ সম্প্ৰদায় সম্মত। আগৰ পৰা কামৰূপৰ যি স্থানত বিষ্ণুপুৰাণত প্ৰাগজ্যোতিষৰ মণিপৰ্বত আৰু কালিকা-পুৰাণত উল্লিখিত মণিকুট গিৰিশিখৰত হয়গ্ৰীৱ মাধৱ দেৱালয় আৰু অপুনৰ্ভৱ তীৰ্থ হিন্দুসকলৰ মনত পৱিত্ৰতীৰ্থ ৰূপে পৰিগণিত হৈ আছিল তাতেই কোনো এজনা তিব্বত নেপাল আদিত জনাজাত মহাযানী বুদ্ধৰ দেহাৱসান ঘটিছিল আৰু সেই ঠাইত স্তূপ নিৰ্মাণ কৰি তাত তেওঁৰ অস্থি ভস্ম স্থাপন কৰা হৈছিল। সেয়ে তিব্বত, নেপাল আৰু ভূটানত প্ৰচলিত, 'কামৰূপত বুদ্ধই পৰিনিৰ্বাণ লাভ কৰা' জনশ্ৰুতিৰ মূলে উৎস হব পাৰে। নহলে অন্যান্য ঐতিহাসিক সকলৰ দ্বাৰা উপস্থাপিত ইমানবিলাক নিৰ্ভৰযোগ্য বিৰুদ্ধ প্ৰমাণ থাকোতে অকল তিব্বতী বা ভূটীয়া বৌধসকলৰ মাজত প্ৰচলিত জনশ্ৰুতিৰ ওপৰত নিৰ্ভৰ কৰি 'গৌতম বুদ্ধৰ পৰিনিৰ্বাণ কামৰূপত হৈছিল' বুলি প্ৰতিপন্ন কৰিব নোৱাৰি।

তিব্বত আদি দেশত মন্ত্ৰযানৰ ( তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ ) প্ৰবেশ খৃঃ ৬ষ্ঠ ৭ম শতিকাত হে ঘটিছিল বুলি বহু কেইজন ঐতিহাসিক লোকে সযুক্তিক প্ৰতিপন্ন কৰিছে। গতিকে বুদ্ধৰ পৰিনিৰ্বাণৰ শ শ বছৰ পৰবৰ্তী কালৰ পৰাহে মহাযানী বা মন্ত্ৰযানী বৌদ্ধ সকলৰ মনত কামৰূপৰ এই স্থান পুণ্যতীৰ্থৰূপে পৰিগণিত হৈছে। সেইদিনৰ পৰা আজিলৈকে হাজো মহাযানী বা বজ্ৰযানী বৌদ্ধ আৰু হিন্দু সকলৰ পুণ্যতীৰ্থ ৰূপে প্ৰতিপন্ন হৈ আছে। কামৰূপৰ ৰজা বা আন লোকে যে তাত কেতিয়াবা বৌদ্ধ বিহাৰ নিৰ্মাণ কৰি দিছিল অথবা কোনো বৌদ্ধ বিহাৰ ভাঙি দি তাৰ ঠাইত হিন্দু মন্দিৰ সজাই দিছিল তাৰো কোনো নিৰ্ভৰযোগ্য প্ৰমাণ পোৱা নাযায়।

অসমত যিবিলাক কাৰুকাৰ্য সম্বলিত পাথৰ পোৱা গৈছে সেইবিলাকত বৌদ্ধ ভাস্কৰ্যৰ নিদৰ্শন থাকিলেও তাক বৌদ্ধ বিহাৰৰ ভগ্নাৱশেষ বুলি প্ৰতিপন্ন কৰিব নোৱাৰি। তেনে ভাস্কৰ্য বা কাৰুকাৰ্য বৌদ্ধ বিহাৰৰ অসাধাৰণ চিহ্ন নহয়, হিন্দু দেৱ মন্দিৰৰ ভগ্নাৱশেষ ৰূপে নিৰ্ণীত শিলৰ টুকুৰাতো সেই একে ভাস্কৰ্য বা কাৰুকাৰ্যৰ নিদৰ্শন পোৱা যায়।

যি সকল কামৰূপীয় সিদ্ধ বা সিদ্ধাক বৌধ তান্ত্ৰিক সকলে মন্ত্ৰযান বা বজ্ৰযানৰ প্ৰতিষ্ঠাপক বা উপাসক বুলি মানে সেই সকলকে কৌল বামাচাৰী তান্ত্ৰিক সকলে কুলাচাৰ বা বামাচাৰৰ প্ৰতিষ্ঠাপক বা উপাসক ভৈৰব ভৈৰবী বা যোগি-যোগিনী বুলি স্বীকাৰ কৰে যে তাৰ নিদৰ্শন মৎস্যেন্দ্ৰনাথ বা মীননাথ, গোৰক্ষনাথ আদি সিদ্ধ সকল। সিদ্ধ মৎস্যেন্দ্ৰনাথাৱতাৰিত কৌল জ্ঞান নিৰ্ণয়, কামাখ্যা গুহ্যসিদ্ধি, অকুলবীৰ তন্ত্ৰ আদি

তন্ত্ৰ যে কৌল সম্প্ৰদায়ৰ গ্ৰন্থ আৰু ইয়াৰ গ্ৰন্থকাৰ মচ্ছিন্দ্ৰনাথ যে যোগিনী কৌল সম্প্ৰদায়ৰ প্ৰৱৰ্ত্তক আছিল তেওঁ যে কামৰূপৰ যোগিনী বা ভৈৰৱীৰ পৰাই এই মহাজ্ঞান লাভ কৰিছিল : এই বিলাক কথা হিন্দু ব্ৰাহ্মণ্যতান্ত্ৰিক সম্প্ৰদায়ৰ মাজত বহুল ভাৱে স্বীকৃত আৰু প্ৰচাৰিত। আগত উল্লিখিত গ্ৰন্থবিলাকৰ ভিতৰত এইবিলাক কথাৰ সমৰ্থক প্ৰমাণো পোৱা যায় মৎস্যেন্দ্ৰনাথ ( লুইপা ), গোৰক্ষনাথ, হাড়িপা, কাণ্হা বা কাণুপা, জলন্ধৰিপা আদি সিদ্ধ সকল হিন্দু তান্ত্ৰিক আৰু বৌদ্ধ তান্ত্ৰিক উভয় সম্প্ৰদায়ৰ ভিতৰতে স্বীকৃত আৰু পূজিত। কিন্তু তেওঁবিলাকে যে নিজক বৌদ্ধ ভিক্ষু বুলি বা বৌদ্ধ সম্প্ৰদায়ৰ লোক বুলি ভাবিছিল তাৰ কোনো প্ৰমাণ পোৱা নাযায়। মৎস্যেন্দ্ৰনাথ আদি বামাচাৰী যোগী কৌল সম্প্ৰদায় বৌদ্ধ জৈন আদি ধৰ্মৰো বিৰোধী আছিল বুলি হে সেই সম্প্ৰদায়ৰ গ্ৰন্থৰ পৰা বুজা যায়।

তান্ত্ৰিক সাধনা পদ্ধতি এটা স্বতন্ত্ৰ পদ্ধতি। সেই পদ্ধতি অনুসৰি যি কোনো লোকে সমাজত উপাস্য ৰূপে প্ৰচলিত যি কোনো দেৱ-দেৱীৰ সাধনা বা উপাসনা কৰি তাক সাধকৰ অভীষ্ট কাৰ্য সম্পাদনক্ষম কৰি তুলিব পাৰে। আনকি, সেই পদ্ধতিৰ সাধনাৰ যোগেদি নতুন নতুন দেৱ দেৱীৰো ( কু-আৰ ) আৱিৰ্ভাৱ ঘটাব পাৰি। মন্ত্ৰই যথাবিধি সাধনাৰ ফলত দেৱতাবিগ্ৰহধাৰণ কৰি সাধকৰ আগত উপস্থিত হয় আৰু কাম্য-ফল প্ৰদান কৰে। এই কথা হিন্দু বৌদ্ধ সকলো তান্ত্ৰিকেই বিশ্বাস কৰে। তন্ত্ৰালোক, বিজ্ঞান ভৈৰৱ আদি ব্ৰাহ্মণ্য তন্ত্ৰ আৰু গুহ্য সমাজ অদ্বয় বজ্ৰসংগ্ৰহ আদি বৌদ্ধ তন্ত্ৰত এই কথা প্ৰতিপন্ন কৰা হৈছে।

আজিৰ দিনতো গুপ্ত তান্ত্ৰিক সাধনাত বৌদ্ধ হিন্দুৰ কোনো ভেদাভেদ নাই। কৌল হিন্দু বা ব্ৰাহ্মণেও বৌদ্ধ তন্ত্ৰৰ প্ৰামাণ্য স্বীকাৰ কৰে আৰু তাত বৰ্ণিত সাধনা পদ্ধতিৰ অনুসৰণ কৰে। আৰু বৌদ্ধ মন্ত্ৰযানী সাধকেও হিন্দু তন্ত্ৰৰ প্ৰামাণ্য স্বীকাৰ কৰে আৰু তাত উপদিষ্ট ক্ৰিয়াকাণ্ডৰ অনুষ্ঠান কৰে। গতিকে বৌদ্ধ তন্ত্ৰত বৰ্ণিত ক্ৰিয়াকাণ্ডৰ উপাদান বা অনুষ্ঠান কৰিছিল বুলিয়ে তেওঁ বৌদ্ধ আছিল বুলি প্ৰতিপন্ন কৰিব নোৱাৰি।

কামৰূপপীঠ আৰু কামাখ্যা যোনিমণ্ডল যে বৌদ্ধতান্ত্ৰিক সম্প্ৰদায়ৰ হে অন্যতম কেন্দ্ৰস্থল আছিল এনে নহয়, হিন্দু কৌল বা শাক্ত সাধকৰো মূলাধাৰ, মূলস্থান বা স্বাধিষ্ঠানৰূপে ই চিৰদিন পৰিগণিত হৈ আহিছে। এই বিলাকৰ মতে কামৰূপ পীঠ মূলাধাৰ। পৰাবাক্ বা কুলকুণ্ডলিনী শক্তি ইয়াৰ ( মূলাধাৰৰ ) পৰাই নাভিস্থানস্থ মণিপুৰ চক্ৰলৈ আগবাঢ়ি যায়। এই মণিপুৰ চক্ৰকে পূৰ্ণগিৰিপীঠ বোলা হয়। তাৰ পৰা এই শক্তি হৃদয়স্থ অনাহত চক্ৰলৈ আগবাঢ়ে। এই স্থানক জলন্ধৰ পীঠ বোলা হয়।

তাৰ পাচত এই শক্তি কণ্ঠগত বিশুদ্ধ চক্ৰলৈ আগবাঢ়ে। এই স্থানৰ নাম উড্ডিয়ান পীঠ বা ওড্ৰপীঠ। তাৰ পৰা এই শক্তি ব্ৰহ্মৰন্ধ্ৰৰ উপৰিস্থ সহস্ৰাৰ পদ্মত শিৱৰ লগত মিলিত হয়। এই ক্ৰমেই কৌলজ্ঞান বা তান্ত্ৰিক সাধনাপদ্ধতি কামৰূপপীঠৰ পৰা দাক্ষিণাত্যৰ পূৰ্ণগিৰিপীঠলৈ, তাৰ পৰা উত্তৰ ভাৰতৰ জলন্ধৰ পীঠলৈ (পঞ্জাপৰ জ্বালামুখীলৈ) আৰু তাৰ পৰা নেপালৰ, মতান্তৰে কাশ্মীৰৰ উড্ডিয়াম পীঠলৈ সম্প্ৰসাৰিত হৈছিল। বৌদ্ধতন্ত্ৰ সাধনমালাত উড্ডিয়ান, কামাখ্যা সিৰিহট্ট (শ্ৰীহট্ট) আৰু পূৰ্ণগিৰি, এই চাৰিটা তান্ত্ৰিক সাধনাৰ মুখ্য স্থান বুলি উল্লেখ কৰা হৈছে। তিব্বতীয় ধৰ্ম পুথিৰ মতে তন্ত্ৰৰ উৎপত্তি স্থান উড্ডিয়ান। গতিকে মন্ত্ৰযান বা বজ্ৰযানৰ প্ৰধান কেন্দ্ৰস্থান কামৰূপত আছিল বুলি নিৰ্ণিত হলেও সেই নিৰ্ণয়ৰ দ্বাৰা কামৰূপীয় বজ্ৰযানী সাধক সকল লোক সমাজত বৌদ্ধ বুলি পৰিচিত হোৱাটো প্ৰতিপন্ন নহয়।

যিবিলাক বৌদ্ধ দেৱ-দেৱীৰ মূৰ্ত্তি কামৰূপত বা তাৰ ওচৰে পাজৰে পোৱা গৈছে সেইবিলাক খৃঃ ৯ম শতিকাৰ পূৰ্ববৰ্ত্তী নহয় বুলি পুৰাতত্ত্ববিদ্ সকলে প্ৰতিপন্ন কৰিছে। বজ্ৰযানৰ যোগেদি বহুত নতুন দেৱ দেৱীয়ে নহয়, সেই বিলাকৰ সাধনা পদ্ধতিও কামৰূপীয় কৌল সম্প্ৰদায়ৰ ভিতৰত সোমাই পৰিছিল। গতিকে তেতিয়াৰ কামৰূপৰ সাধাৰণ লোক সমাজত সেইবিলাক দেৱ দেৱী হিন্দু দেৱ-দেৱী বুলিয়ে পৰিগণিত হৈছিল। বজ্ৰযানী সাধনা পদ্ধতিও কৌল সাধনা পদ্ধতিৰে শাখা বা প্ৰকাৰ বিশেষ বুলি স্বীকৃত হৈছিল। সেই কাৰণে ই মন্ত্ৰযানী বা বজ্ৰযানী সাধক সাধিকাক ভিক্ষু-ভিক্ষুণী বা থেৰা থেৰী নুবুলি সিদ্ধ-সিদ্ধা, যোগি-যোগিনী বা ভৈৰৱ ভৈৰৱী বোলা হৈছিল। গতিকে সেই আবিষ্কৃত মূৰ্ত্তিবিলাকৰ দ্বাৰা কামৰূপত বৌদ্ধসম্প্ৰদায়ৰ স্বতন্ত্ৰ অস্তিত্ব প্ৰতিপন্ন নহয়।

পুৰণি কামৰূপৰ নিৰ্ভৰযোগ্য ঐতিহাসিক প্ৰমাণে ধৰি পোৱা সময়ৰ ভিতৰত এই প্ৰদেশত শ্ৰুতি-স্মৃতিৰ দ্বাৰা সমন্বিত বৈদিক আৰ্য ধৰ্মৰ হে প্ৰাধান্য আৰু সমাদৰ থকাৰ প্ৰমাণ পোৱা যায়। সকলোবিলাক ৰজাই বৈদিক ধৰ্মৰ পৃষ্ঠপোষক আছিল। কুমাৰিল ভট্টৰ নিচিনা একনিষ্ঠ বৈদিক দাৰ্শনিক পণ্ডিতৰ প্ৰভাৱেও বোধহয়, ইয়াত বেদ বিৰোধী ধৰ্মৰ স্থান নাইকিয়া কৰিছিল। তথাকথিত অনাৰ্য্য বা অবৈদিক ধৰ্ম আৰু আচৰণ বিলাকো বেদানুমোদিতৰূপে প্ৰতিপন্ন বা আৰ্যীকৃত ভাৱেহে স্বীকৃত হৈছিল। সেই কাৰণে ই পূৰ্বৰ পৰা চলি থকা অবৈদিক বামাচাৰী কৌল সম্প্ৰদায়েও বেদ আৰু বৈদিক সম্প্ৰদায়ৰ লগত হাত মিলাই বেদানুমোদিত ভাবে প্ৰতিপন্ন হৈ চলিব লগাত পৰিছিল।

তেতিয়াৰ কামৰূপৰাজ্যত বৌদ্ধ ধৰ্মাবলম্বী লোক থাকিলে কামৰূপৰ ৰাজধৰ্মপৰায়ণ ৰজাই অৱশ্যে তাৰ পৃষ্ঠপোষকতা কৰিলেহেতেন। প্ৰজাৰ অনুষ্ঠিত যি কোনো ধৰ্মৰ

প্ৰতি শ্ৰদ্ধাপ্ৰদৰ্শন আৰু তাৰ পৃষ্ঠপোষকতা বা প্ৰতিপালন কৰাটো একান্ত অপৰিহাৰ্য ৰাজধৰ্ম। কামৰূপীয় ৰজাসকলে সেই ৰাজধৰ্ম পালন কৰা নাছিল বুলি আমাৰ ধৰি লোৱাটো অনুচিত। সেইবিলাকৰ সমসাময়িক ভাৰতৰ অন্যান্য ৰাজ্যৰ বৌদ্ধ ধৰ্মাৱলম্বী বা জৈন ধৰ্মাৱলম্বী ৰজাসকলে যে বৈদিক, বৈষ্ণৱ, শৈৱ আদি ধৰ্মৰ পৃষ্ঠপোষকতা কৰিছিল সেই কথা নিজৰ নিজৰ প্ৰচাৰিত শাসনলিপিত উপনিবন্ধ ৰাজ প্ৰশস্তিৰ ভিতৰত উল্লেখ কৰা দেখা যায়। কামৰূপীয় ৰজাৰো কোনোবাই যদি বৌদ্ধ ধৰ্মৰ পৃষ্ঠপোষকতা কৰিলেহেতেন তেন্তে সেই কথাৰ উল্লেখ বা ইংগিত কোনো নহয় কোনো এখন ৰাজশাসনত উপনিবন্ধ ৰাজপ্ৰশস্তিৰ ভিতৰত সন্নিবিষ্ট হলহেতেন। কিন্তু এতিয়ালৈকে আৱিষ্কৃত কোনো এখন কামৰূপীয় ৰাজ শাসনতো তেনে উল্লেখ বা ইংগিত ঘুণাক্ষৰেও পোৱা নাযায়। গতিকে প্ৰাচীন কামৰূপত স্বতন্ত্ৰভাৱে কোনো বৌদ্ধ সম্প্ৰদায় নাছিল বুলি হে প্ৰতিপন্ন হয়।

**বিভিন্ন ভাৰতীয় দৰ্শনৰ চৰ্চা:** অসমত আৰ্যসংস্কৃতি, সংস্কৃত ভাষাসাহিত্য আৰু ভাৰতীয় 'চিকিৎসা-বিজ্ঞান চৰ্চাৰ' উল্লেখযোগ্য প্ৰাচীনতম নিদৰ্শন খৃষ্টপূৰ্ব কালৰ বুলি অনুমিত, মহৰ্ষি পালকাপ্য প্ৰণীত হস্ত্যায়ুৰ্বেদত প্ৰসঙ্গক্ৰমে সাংখ্যদৰ্শনৰ অভিমত, সত্ত্ব ৰজস্তমোগুণাত্মিকা প্ৰকৃতি আদিৰ কথা পোৱা যায়। অসমত দাৰ্শনিক চৰ্চাৰ ক্ষেত্ৰত সন্দেহাতীত ভাৱে আলোকপাত কৰিছে এতিয়ালৈ আৱিষ্কৃত কামৰূপীয় ৰাজশাসনবিলাকে। মহাৰাজ ভাস্কৰ বৰ্মদেৱৰ তাম্ৰশাসনত তেওঁৰ পূৰ্ব পুৰুষ ৰজা ৰজ্জ্বদত্ত বা ৰজ্জধৰৰ বিষয়ে কোৱা হৈছে যে তেওঁ বেদাঙ্গবিলাকৰ সৈতে চাৰিও বেদ পূৰ্বোত্তৰ মীমাংসা দৰ্শন প্ৰমাণ শাস্ত্ৰ ( ন্যায় বা আম্বিক্ষিকী বিদ্যা ) সমগ্ৰ শব্দ শাস্ত্ৰ অৰ্থাৎ ব্যাকৰণ, হস্তিবিদ্যা, অশ্ববিদ্যা, বৃহস্পতি আৰু শুক্ৰৰ উপদিষ্ট ৰাজনীতিশাস্ত্ৰৰ অধ্যয়ন কৰিছিল আৰু বহুতো অশ্বমেধ যজ্ঞৰ অনুষ্ঠান কৰিছিল। এই শাসনৰ আন এটা শ্লোকত পোৱা যায় ৰজা সুস্থিত বৰ্মাই নানাশাস্ত্ৰ পঢ়ি পদাৰ্থবিলাকৰ বিষয়ে যথাৰ্থ জ্ঞান লাভ কৰিছিল, বেদবিলাক অধ্যয়ন কৰিছিল আৰু ব্যাকৰণৰূপ মহাঊৰ্মিৰে উচ্চলিত, ন্যায় শাস্ত্ৰ ৰূপ তিমি মাছৰ দ্বাৰা বিক্ষুব্ধ, সাংখ্যদৰ্শনৰূপ কুম্ভীৰেৰে ভয়ঙ্কৰ, মীমাংসা দৰ্শনৰূপ জলৰাশিৰে উদ্বেলিত বেদান্তৰূপ ফেনেফোটকাৰে বৰ্ধিত মহান্ জ্ঞান সমুদ্ৰ পাৰ হৈছিল। এইজনা ৰজাৰ নিধানপুৰ তাম্ৰশাসনত, তেওঁৰ পূৰ্ব পুৰুষ নাৰায়ণ বৰ্মা সাংখ্যদৰ্শনৰ তত্ত্বজ্ঞ আৰু নাৰায়ণ বৰ্মাৰ পিতাক মহেন্দ্ৰ বৰ্মা আত্মতত্ত্বজ্ঞ অৰ্থাৎ বেদান্তবিদ্ আছিল বুলি বৰ্ণনা কৰা হৈছে।

পালবংশীয় ৰজা ইন্দ্ৰপাল তাম্ৰশাসনত পোৱা যায় যে মহাৰাজ ইন্দ্ৰপাল পদশাস্ত্ৰ ( ব্যাকৰণ ) বাক্য শাস্ত্ৰ ( পূৰ্ব মীমাংসা আৰু উত্তৰ মীমাংসা ) তৰ্ক ( ন্যায় আৰু

বৈশেষিক দৰ্শন ) তন্ত্ৰ ( সাংখ্য যোগদৰ্শন আৰু শৈৱ তথা শক্তি আদি তান্ত্ৰিক দৰ্শন ) ৰূপ প্ৰবাহেৰে (সোঁতেৰে মহা বোৱতী সুবিশাল সৰ্ববিদ্যাময় নদীবিলাকৰ অগাধ জলত ডুব দিছিল আৰু পাৰ হৈ গৈছিল। ৰজা ধৰ্মপালে যি ব্ৰাহ্মণক ভূমিদান কৰিছিল তেওঁৰ পূৰ্ব পুৰুষ নৰবাহন বা কুবেৰ নামৰ ব্ৰাহ্মণ জনৰ অন্যান্য যোগ্যতা আৰু গুণৰ উপৰিও মীমাংসাময় মাংসলীকৃত মতি"। সেইদৰে সোণমুখ শাসনৰ দ্বাৰা যাক ভূমিদান কৰা হৈছিল সেই ব্ৰাহ্মণজনে মীমাংসা দৰ্শনৰ অনুশীলনৰ দ্বাৰা মনৰ সমস্ত অজ্ঞান দোষ অপসাৰিত কৰিছিল বুলি কোৱা হৈছে "মীমাংসাভ্যাসনিঃশেষ দোষপ্ৰোষিত মানসঃ"। এইবিলাক উল্লেখৰ দ্বাৰা সেইকালৰ অসমত ন্যায় বৈশেষিক, পূৰ্বমীমাংসা উত্তৰ-মীমাংসা বেদান্ত সাংখ্য, যোগ দৰ্শন, ব্যাকৰণ দৰ্শন আৰু তান্ত্ৰিকদৰ্শনৰ অৰ্থাৎ শৈৱ আৰু কৌল বা শাক্ত দৰ্শনৰ চৰ্চা সুপ্ৰতিষ্ঠিত আছিল বুলি বুজা যায়।

চীন পৰিব্ৰাজক হিয়েনচাঙৰ গুৰু নালন্দা মহাবিহাৰৰ মহাস্থবিৰ মহাপণ্ডিত শীলভদ্ৰ হেনো সমতট ৰাজ্যৰ ৰাজকুমাৰ আছিল। সমতট নামৰ ৰাজ্যখন কালিকা-পুৰাণ আৰু যোগিনীতন্ত্ৰত বৰ্ণিত কামৰূপৰ ভিতৰতে, বৰ্ত্তমান বাঙলা দেশৰ পূব অংশত ঢাকা মৈমনসিঙৰ পিনে আছিল বুলি পণ্ডিত সকলে অনুমান কৰে। মহাস্থবিৰ শীলভদ্ৰ দৰ্শনশাস্ত্ৰত সমুদ্ৰ সদৃশ গম্ভীৰ পণ্ডিত আছিল।

মহাদাৰ্শনিক সৰ্বতন্ত্ৰস্বতন্ত্ৰ ভট্টপাদ কুমাৰিল স্বামী এই অসম ভূমিৰ কৃতীসন্তান আছিল বুলি সাহিত্যৰথী বেজবৰুৱা দেৱে অসম সঙ্গীতত উল্লেখ কৰিছে। বেজবৰুৱা দেৱৰ সেই কথাৰ সত্যতা অন্যত্ৰ আলোচনাপূৰ্বক সমৰ্থিত কৰা হৈছে, তাৰ লগতে কুমাৰিল ভট্টপাদৰ খুৰাক বিশ্ববিখ্যাত বৌদ্ধ দাৰ্শনিক আচাৰ্য ধৰ্মকীৰ্ত্তিও পুৰণি অসমৰে লোক আছিল বুলি প্ৰতিপন্ন কৰা হৈছে।

এওঁবিলাকৰ পাচতে পুৰণি কালৰ ( খৃঃ ৮ম শতিকাৰ ) সৰ্বভাৰতীয় খ্যাতি সম্পন্ন কামৰূপৰ দাৰ্শনিক পণ্ডিত কৌলাচাৰ্য অভিনৱগুপ্তৰ নাম উল্লেখযোগ্য। এওঁ কাশ্মীৰীয় ঈশ্বৰাদ্বয়-বাদৰ প্ৰতিষ্ঠাপক শৈৱ দাৰ্শনিক আৰু মহা আলঙ্কাৰিক অভিনৱ গুপ্তপাদৰ প্ৰায় দুশ বছৰ পূৰ্ববৰ্ত্তী শাক্ত দাৰ্শনিক আছিল আৰু মহৰ্ষি-বাদৰায়ণৰ ব্ৰহ্মসূত্ৰৰ ওপৰত শাক্ত ভাষ্য ৰচনা কৰিছিল। অসমৰ কোনো কোনো ঐতিহাসিকে এই কামৰূপীয় অভিনৱ গুপ্ত বৌদ্ধ আছিল বুলি লিখিছে। সেই কথা কি প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰি লিখা হৈছে তাৰ কোনো সন্ধান আমি উলিয়াব পৰা নাই।

যোগিনী কৌল সম্প্ৰদায় প্ৰবৰ্ত্তক সিদ্ধমৎস্যেন্দ্ৰনাথ বা তুৰ্যনাথ খৃঃ ৫ম শতিকাৰ লোক আছিল বুলি ডাঃ কান্তিচন্দ্ৰ পাণ্ডেয় দেৱে অনুমান কৰে। কোনো কোনো পণ্ডিতৰ মতে মৎস্যেন্দ্ৰনাথৰ সময় খৃঃ ৯ম বা ১০ম শতিকা। যি সময়তে নহক তেওঁ

যে কামৰূপৰ লোক আছিল আৰু কামৰূপে মহাপীঠতে কামৰূপীয় যোগিনীৰ পৰা কোলজ্ঞ ন লাভ কৰিছিল সেই কথা ইতিমধ্যে সৰ্ববাদিসম্মতভাৱে প্ৰতিপন্ন হৈছে। তেওঁৰ অৱতাৰিত ( উপদিষ্ট ) অকুলবীৰতন্ত্ৰত ন্যায় বৈশেষিক সাংখ্য বৌদ্ধ জৈন, মীমাংসা, শৈৱ পাঞ্চাৰাত্ৰ আদি দাৰ্শনিক সম্প্ৰদায়ৰ উল্লেখ আছে। যোগিনীতন্ত্ৰতো ন্যায় বৈশেষিক মীমাংসা সাংখ্য যোগ আৰু বেদান্ত দৰ্শনৰ স্পষ্ট উল্লেখ পোৱা যায়। তাৰ দ্বাৰা এইবিলাক গ্ৰন্থ ৰচনাৰ সমসাময়িক কামৰূপত তাত উল্লিখিতনামা বিভিন্ন দৰ্শনশাস্ত্ৰৰ আলোচনা হৈছিল বুলি বুজা যায়।

পুৰণি অসমৰ কৃষ্ণভাৰতী নামৰ মহাতাৰ্কিক বেদান্তমতবাদী পণ্ডিত এজনৰ বিষয়ে অসমৰ পণ্ডিত সমাজত এই শ্লোকটি প্ৰচলিত আছে ঃ—

কৃষ্ণভাৰতীৰায়াতি বেদান্ত বনকেশৰী।

পলায়ধ্বং পলায়ধ্বং ভো ভো তাৰ্কিক দিগ্‌গজাঃ। বেদান্ত বনৰ সিংহ কৃষ্ণভাৰতী আহিব ধৰিছে হে তাৰ্কিক দিগ্‌গজ বিলাক পলোৱা পলোৱা। এই শ্লোক বহুপ্ৰাচীন ৰত্নমালা ব্যাকৰণৰ গ্ৰন্থকাৰ মহামহোপাধ্যায় পুৰুষোত্তমবিদ্যাবাগীশে ও অতিপ্ৰাচীন পদ্য বুলি সেই শ্লোকটিৰ উল্লেখ কৰিছে। খৃঃ ১২ শতিকাৰ মনুসংহিতাৰ মন্বৰ্থ বিবৃতি নামক টীকাৰ ৰচয়িতা নাৰায়ণ সৰ্বজ্ঞ আৰু যাজ্ঞবল্ক্য সংহিতাৰ আৰু মহাভাৰতৰ তাৎপৰ্য টীকাকাৰ আচাৰ্য দেৱবোধে নিজৰ নিজৰ গ্ৰন্থত প্ৰসঙ্গক্ৰমে বিভিন্ন ভাৰতীয় দৰ্শনত গভীৰ জ্ঞানৰ পৰিচয় প্ৰদান কৰিছে। কালিকাপুৰাণ, স্বল্পমৎস্য পুৰাণ, অঙ্গিৰস সংহিতা, মৎস্যসুক্তন্ত্ৰ যোগিনীতন্ত্ৰ আদি যি বিলাক গ্ৰন্থ পৰ্ৰাণ কালৰ অসমত ৰচিত হোৱা বুলি প্ৰতিপন্ন হৈছে সেই সকলোবিলাক গ্ৰন্থৰে গ্ৰন্থকাৰ বিলাকৰ বিভিন্ন ভাৰতীয় দৰ্শনৰ লগত গভীৰ পৰিচয় থকাৰ প্ৰমাণ কম-বেচিভাৱে পোৱা যায়। খৃঃ ১৩শ শতিকাৰ সৰ্বভাৰতীয় খ্যাতিসম্পন্ন কামৰূপীয় দাৰ্শনিক পণ্ডিত নীলাম্বৰাচাৰ্য যে ভাৰতীয় সকলো দৰ্শন শাস্ত্ৰতে পাৰ্গত আছিল সেইটো তেওঁৰ এতিয়ালৈকে আবিষ্কৃত গ্ৰন্থবিলাকৰ পৰাই নিঃসন্দেহে বুজা যায়। তেওঁ যে সকলো শাস্ত্ৰতে, বিশেষকৈ তৰ্ক শাস্ত্ৰৰ ৰহস্যবোধত বেচি নিপুণ আছিল সেই কথা নিজেও স্পষ্টভাৱে কৈছে।

পুৰণি কামৰূপ বা অসম দেশত যে স্মৰণাতীত কালৰ পৰাই ধাৰাবাহিকভাৱে বিভিন্ন ভাৰতীয় দৰ্শন শাস্ত্ৰৰ আৰু দাৰ্শনিক মত-মতান্তৰৰ চৰ্চা আছিল সেই কথা প্ৰমাণ কৰাৰ অৰ্থে আৰু অধিক যুক্তি-প্ৰমাণ প্ৰদৰ্শনৰ আৱশ্যক নাই।

এতিয়া আমাৰ আলোচ্য এই যে ভাৰতীয় দাৰ্শনিক মতবাদৰ সকলো মতবাদেই এই প্ৰদেশত সমানভাৱে প্ৰচলিত আৰু সমাদৃত হৈছিল নে কোনো এটা বা দুটাহে সমাদৃত হৈছিল? যদি এটা বা দুটাহে সমাদৃত হৈছিল তেন্তে সেই মত কি?

দ্বিতীয়তে, ভাৰতীয় দাৰ্শনিক চিন্তাধাৰাত এই প্ৰদেশৰ কিবা উল্লেখযোগ্য অৱদান আছে নে নাই, আছে যদি সেইটো কি ?

ভাৰতীয় দৰ্শনৰ ভিতৰত যি ছখন সুপ্ৰাচীন আৰু সুপ্ৰসিদ্ধ আস্তিক দৰ্শন আছে তাৰ প্ৰত্যেকৰে একোটা স্বতন্ত্ৰ মুখ্য প্ৰয়োজন আছে। যেনে ন্যায়-বৈশেষিক এই দুয়োখন দৰ্শন সমানতন্ত্ৰ বা পৰস্পৰ সাপেক্ষ দৰ্শন। ইয়াৰ প্ৰয়োজন বা কাৰ্য লৌকিক প্ৰমাণ-প্ৰয়োগৰ যোগেদি যি কোনো পদাৰ্থৰ স্বৰূপ বা সত্যাৰ্থ নিৰ্ণয় কৰা। প্ৰত্যক্ষ আৰু অনুমান এই দুটা সৰ্বলোকৰ স্বীকৃত গতিকে লৌকিক প্ৰমাণ। এই প্ৰমাণ দ্বয়ৰ প্ৰয়োগৰ দ্বাৰা বস্তুৰূপ নিৰূপণৰ ক্ষেত্ৰত ন্যায়-বৈশেষিকৰ উপদিষ্ট পদ্ধতি বা প্ৰক্ৰিয়া অন্যান্য আস্তিক দাৰ্শনিক সকলবো সম্মত। সেইদৰে –

সংখ্যা আৰু যোগ দৰ্শনো সমানতন্ত্ৰ বা পৰস্পৰ সাপেক্ষ শাস্ত্ৰ। সংখ্যা-যোগ অধ্যাত্ম দৰ্শন। সৰ্বসাধাৰণলোকে যাক আত্মা বুলি কয় বা বুজে তাৰ বিবেক জ্ঞানৰ যোগেদি আত্যন্তিক দুঃখ নিবৃত্তিৰূপ কৈৱল্য লাভেই এই দৰ্শনৰ মুখ্য প্ৰয়োজন বা লক্ষ্য। গতিকে আত্মস্বৰূপ জ্ঞানৰ উপায় অনুষ্ঠানৰ ক্ষেত্ৰত যি কোনো আস্তিক দাৰ্শনিকেই কম বেচিভাৱে সংখ্যাযোগ দৰ্শনৰ সমাদৰ কৰে।

পূৰ্বমীমাংসাৰ প্ৰয়োজন বা বিষয় বেদৰ কৰ্মকাণ্ডৰ বাক্যাৰ্থনিৰ্ণয় বা ধৰ্ম। আৰু বেদান্ত বা উত্তৰ মীমাংসাৰ বিষয় বেদৰ জ্ঞানকাণ্ডীয় বাক্যৰ অৰ্থ নিৰ্ণয়। গতিকে ধৰ্মৰ স্বৰূপ নিৰ্ণয় অথবা কৰ্মকাণ্ডীয় বেদবাক্যৰ অৰ্থ নিৰ্ণয়ৰ ক্ষেত্ৰত পূৰ্ব-মীমাংসাৰ আৰু জ্ঞানকাণ্ডীয় বাক্যাৰ্থ নিৰ্ণয়ৰ ক্ষেত্ৰত উত্তৰমীমাংসা বা বেদান্তৰ সমাদৰ সকলোৰে পক্ষে কৰ্তব্য।

পুৰণি অসমৰ পণ্ডিত সমাজতো তেনেকৈ ক্ষেত্ৰ বিশেষে সকলো দৰ্শনৰে সমাদৰ আৰু সেই বিভিন্ন দাৰ্শনিক সম্প্ৰদায়ৰ লোকো কমকৈ হলেও নিশ্চয় আছিল। নহলে সেইবিলাক শাস্ত্ৰৰ অধ্যয়ন-অধ্যাপনা চলি থাকিব কিয় ?

**ভাৰতীয় দাৰ্শনিক চিন্তাধাৰাত পুৰণি অসমৰ অৱদান-ভাট্ট সিদ্ধান্ত :**

বেদৰ অধ্যয়ন-অধ্যাপনা আৰু শ্ৰৌত (বৈদিক, স্মাৰ্ত ধৰ্ম কৰ্মৰ অনুষ্ঠানৰ লগত মীমাংসা দৰ্শনৰ চৰ্চা ওতপ্ৰোতভাৱে জড়িত। সেই ভাৱেই পুৰণি অসমত মীমাংসা দৰ্শনৰ আলোচনা বহুল ভাৱে চলিছিল আৰু সেই দৰ্শনত নিৰ্ণীত সিদ্ধান্তবো অধিক সমাদৰ আছিল বুলি প্ৰতিপন্ন হয়। পুৰণি কামৰূপীয় ৰাজশাসন বিলাকৰ প্ৰায় সকলোবিলাকতে মীমাংসাদৰ্শনৰ বিশেষ উল্লেখৰ দ্বাৰাও এই কথা প্ৰমাণিত হয়। কামৰূপমাতৃৰ কৃতী সন্তান সমুদ্ৰসদৃশ গম্ভীৰ দাৰ্শনিক পণ্ডিত ভগৱান কুমাৰিল ভট্টপাদৰ প্ৰণীত গ্ৰন্থৰাজি আৰু ভাট্টমত বা ভাট্টসিদ্ধান্ত ভাৰতীয় দাৰ্শনিক চিন্তাৰ ক্ষেত্ৰত অসমৰ অনন্যসাধাৰণ সৰ্বশ্ৰেষ্ঠ অৱদান।

ন্যায় বৈশেষিক দৰ্শনৰ আলোচনাৰ যোগেদি সেই দৰ্শন সম্মত দ্বৈতবাদ, সাংখ্য যোগ দৰ্শনৰ আলোচনাৰ যোগেদি সাংখ্য সম্মত দ্বৈতবাদ আৰু পূৰ্বমীমাংসাৰ ভাট্টমতৰ আলোচনাৰ যোগেদি ভট্ট সম্মত ভেদাভেদবাদ বা তাদাত্ম্যবাদ এই প্ৰদেশত প্ৰচলিত আৰু সমাদৃত আছিল বুলি অনুমান কৰিব পাৰি। কিন্তু উত্তৰ মীমাংসাৰ অৰ্থাৎ বেদান্ত দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত মাধ্বসম্মত দ্বৈতবাদ, ৰামানুজীয় বিশিষ্টাদ্বৈতবাদ, নিম্বাৰ্কাভিমত দ্বৈতাদ্বৈতবাদ, বল্লভাচাৰ্যৰ শুদ্ধাদ্বৈতবাদ আৰু গৌৰীয় বৈষ্ণৱ সম্মত অচিন্ত্য ভেদাভেদবাদৰ চৰ্চা আৰু সমাদৰ বিষয়ে ইয়াত কোনো নিৰ্ভৰযোগ্য প্ৰমাণ পোৱা নাযায়। এই প্ৰদেশত ব্ৰহ্মজ্ঞান বুলিলে উপনিষৎসম্মত নিৰ্বিশেষ স্বৰূপ আৰু বেদান্ত বুলিলে বেদান্ত প্ৰতিপাদ্য শ্ৰীশঙ্কৰ ভগৱৎপাদসম্মত নিৰ্বিশেষাদ্বৈতবাদক বুজোৱা হৈছিল। স্বল্পমৎস্যপুৰাণ, কালিকাপুৰাণ আৰু আঙ্গিৰস সংহিতাৰ নানাস্থানত বেদান্তসম্মত অদ্বৈতবাদৰ সমৰ্থক উক্তি পোৱা যায়। নাৰায়ণ সৰ্বজ্ঞই মন্বৰ্থ বিবৃতিৰ নানা স্থানত শ্ৰীশঙ্কৰ ভগৱৎপাদসম্মত নিৰ্বিশেষ দ্বৈতবাদ দৃঢ়ভাৱে সমৰ্থন কৰিছে। খৃঃ ১৩শ শতিকাৰ নীলাম্বৰাচাৰ্যই বিষ্ণুপুৰাণৰ 'অংশপ্ৰকাশিকা নামক টীকা ৰচনা কৰি তাত প্ৰচুৰ উপনিষদ বাক্য, ব্ৰহ্মসূত্ৰ আৰু শঙ্কৰ ভাষ্য উদ্ধৃতিৰে নিৰ্বিশেষ অদ্বৈতবাদত সমগ্ৰ বিষ্ণু পুৰাণৰ তাৎপৰ্য প্ৰতিপন্ন কৰিছে।

**ভাগৱতাদ্বৈত দৰ্শনত অসমৰ অৱদান:** বঙ্গীয় বৈষ্ণৱাচাৰ্য মহাদাৰ্শনিক সম্প্ৰদায়বিদ্ পণ্ডিত ৰাধামোহন গোস্বামী ভট্টাচাৰ্যই তেওঁৰ প্ৰণীত 'ষট্সন্দৰ্ভ'ৰ টীকাত, 'ভাগৱত আৰু স্মাৰ্ত ভেদে অদ্বৈত সম্প্ৰদায় দুটা, তাৰে শ্ৰীধৰ স্বামী ভাগৱতাদ্বৈত সম্প্ৰদায়ৰ লোক আছিল' বুলি কৈছে। যি সম্প্ৰদায়ে অদ্বৈত দৰ্শনৰ ওপৰত নিৰ্ভৰ কৰি ( বিশ্বাস ৰাখি ভগৱন্ত বিষ্ণুৰ উপাসনা কৰে সেয়ে ভাগৱতাদ্বৈত সম্প্ৰদায়, আৰু যি সম্প্ৰদায়ত অদ্বৈত দৰ্শনত নিৰ্ভৰ কৰি বিষ্ণু ব্যতিৰিক্ত শিৱ সূৰ্য গণেশ শক্তি আদি স্মৃতি বা আগম শাস্ত্ৰ প্ৰসিদ্ধ দেৱতাৰ উপাসনা কৰা হয় সেয়ে স্মাৰ্ত অদ্বৈত সম্প্ৰদায়।

শ্ৰীধৰ স্বামী ( খৃঃ ১৪শ শতিকাৰ ) নীলাম্বৰাচাৰ্যতকৈ প্ৰায় এশ বছৰ পৰবৰ্তী লোক আছিল। নীলাম্বৰাচাৰ্যও যে ভাগৱতাদ্বৈতবাদী সম্প্ৰদায়ৰ লোক আছিল সেইটো তেওঁৰ ৰচিত গ্ৰন্থৰ পৰা নিঃসন্দেহে প্ৰতিপন্ন হয়। বিষ্ণুপুৰাণৰ ওপৰত পূৰ্ববৰ্তী বহু ব্যাখ্যা গ্ৰন্থ আছিল যদিও সুধীসকলৰ বিশেষ অনুৰোধক্ৰমেহে যে তেওঁ সেই গ্ৰন্থৰ ব্যাখ্যা লিখিবলৈ উদ্যত হৈছিল আৰু তেওঁৰ পিতৃ সঙ্কৰ্ষণাচাৰ্যৰ কৃত ব্যাখ্যা অনুসৰিয়ে এই গ্ৰন্থৰ ব্যাখ্যা কৰিছে, এই কথাও তেওঁ স্পষ্টভাৱে জনাইছে। এই কথাৰ দ্বাৰা তেওঁৰ পূৰ্বেও ভাগৱতাদ্বৈত সম্প্ৰদায়ৰ লোক এই প্ৰদেশত বহুত আছিল

বুলি বুজা যায়। খৃঃ ১১শ শতিকাৰ পূৰ্ববৰ্তী স্বপ্নমংসা-পুৰাণত ভাগৱতাদ্বৈতবাদৰ অৰ্থাৎ নিৰ্বিশেষ অদ্বৈতবাদত প্ৰতিষ্ঠিত বিষ্ণু উপাসনাৰ কথা পোৱা যায় হেতুকে খৃঃ ৯ম-১০ম শতিকাৰ ভিতৰতে যে এই প্ৰদেশত ভাগৱতাদ্বৈতবাদী সম্প্ৰদায় প্ৰসাৰিত হৈছিল আৰু তাৰে অন্যতম উত্তৰাধিকাৰী আছিল নীলাম্বৰাচাৰ্য এই কথা প্ৰতিপন্ন হয়। তেওঁৰেই বিষ্ণুপুৰাণৰ টীকা ৰচনাৰ যোগেদি ভাৰতৰ পূৰ্বপ্ৰান্তত ভাগৱতাদ্বৈত-বাদৰ ভেটি দৃঢ়তৰ কৰি তুলিছিল। নীলাম্বৰাচাৰ্যপ্ৰণীত এই গ্ৰন্থ ভাগৱতাদ্বৈতবাদৰ ক্ষেত্ৰত অসমৰ প্ৰাচীনতম আৰু সৰ্বশ্ৰেষ্ঠ অৱদানৰূপে নিশ্চয় পৰিগণিত হব। উপৰত উল্লিখিত বিভিন্ন কামৰূপীয় পণ্ডিতৰ লেখাত উপলব্ধ অদ্বৈতবাদ প্ৰীতিৰ নিদৰ্শনৰ পৰা এই প্ৰদেশত দীৰ্ঘকাল ধৰি অবিচ্ছিন্নভাৱে অদ্বৈতবাদ প্ৰচলিত আৰু সমাদৃতহৈ আছিল বুলি প্ৰমাণিত হয়।

**কামাখ্যাকেন্দ্ৰিক আৰু মোক্ষকেন্দ্ৰিক ধৰ্ম দৰ্শনৰ মিলন :** তথাকথিত অনাৰ্য সকলৰ সকলো ধৰ্মানুষ্ঠানেই সকাম বা কামাখ্যা কেন্দ্ৰিক, তেওঁবিলাকৰ সংস্কৃতিত মোক্ষধৰ্মৰ প্ৰচলন নাই। সেই কাম বা সুখনো কি? কি ক'ত থাকে, তাৰ ভোগেই বা কি? এই প্ৰশ্নৰ উত্তৰ বিচাৰিলে শ্ৰুতিত বেদত পোৱা যায় 'আত্মা স্বৰূপতঃ প্ৰেমাস্পদ বা সমস্ত কামনাৰ উৎস ; আত্মাৰ লগত সম্পৰ্কৰ ফলত যি কোনো বস্তুৱেই কাম্য বা প্ৰিয় হৈ পৰে—"আত্মনস্তু কামায় সৰ্বং প্ৰিয়ং ভৱতি"। আত্মাই মহান্ সুখস্বৰূপ—"আত্মৈৱ ভূমা", "ভূমৈৱ সুখম্"। আত্মাই ৰসস্বৰূপ, সেই আত্মৰসাস্বাদেই আনন্দ—"ৰসোবৈ সঃ"—"ৰসং হ্যেৱায়ং লব্ধানন্দী ভৱতি"। জীৱাত্মা-পৰমাত্মা আৰু ব্ৰহ্ম ব্যতিৰিক্ত বা আত্মভিন্ন কোনো পদাৰ্থ নাই। জীৱে নিজক ব্ৰহ্ম বুলি উপলব্ধি কৰিব পাৰিলেই মোক্ষ লাভ কৰে। ব্ৰহ্মভাৱ প্ৰাপ্তিয়েই মুক্তি। এনেকৈ আত্মাই যে মহাসুখ স্বৰূপ, প্ৰেম বা কাম যে আত্মাৰ সহজ বা স্বভাৱ; সেই মহাসুখাস্বাদ, আত্মোপলব্ধি আৰু ব্ৰহ্মানুভূতি যে একেই, গতিকে মোক্ষ তথা কামোপভোগো ফলতঃ একেই অভিন্ন পদাৰ্থ, এইবিলাক কথা উপনিষদ্ বা বেদতে সযুক্তিক প্ৰতিপন্ন কৰা হৈছে। এই যুক্তিৰ ফলত নিৰৱচ্ছিন্ন কামোপভোগ আৰু মোক্ষসুখ একেই বুলি আৰু অনাৰ্যৰে হওক বা আৰ্যৰে হওক কামোপযোগী ক্ৰিয়া বিলাক মোক্ষোপযোগী হব পাৰে বুলি প্ৰতিপন্ন হয়। এই প্ৰতিপত্তি বা ধাৰণাৰ ফল স্বৰূপে উপনিষৎ প্ৰতিপাদিত নিৰ্বিশেষ ব্ৰহ্ম বা আত্মাৰ বোধক হিচাবে অকুল (অপাৰ বা সীমাহীন অন্ত, কামেশ্বৰ, বীৰ (মহাবীৰ্যবান্), আনন্দনাথ, কুলানাথ ভৈৰৱ, অঘোৰ আদি শব্দৰ প্ৰয়োগ চলিব ধৰিলে।

**শ্ৰুতিয়ে কৈছে :** মহামায়া শক্তি সম্পন্ন অদ্বৈত ব্ৰহ্মই অকলে, স্বৰূপানন্দভোগ

( আত্মানুস্বাদ ) নকৰাকৈ থাকি ভাল পোৱা নাই গতিকে আত্মৰসাস্বাদৰ অৰ্থেই বহু হবলৈ ইচ্ছা কৰিলে "সোহকাময়ত বহু স্যাং প্ৰজায়েয়" । ইচ্ছা কৰা মাত্ৰে মহামায়া শক্তি সক্ৰিয় হৈ উঠিল । ব্ৰহ্মস্বৰূপ সুখানুভৱৰ উপায় সা সজুলি ) বা সাধনৰূপে সূৰ্যকিৰণৰ লেখিয়াকৈ তেওঁ বিকশিত আৰু বিভিন্ন কাৰ্য জগদ্ৰূপে অভিব্যক্ত হব ধৰিলে । এই উপনিষদত প্ৰতিপাদিত মহামায়া শক্তিৰ প্ৰথম প্ৰকাশ বা অভিব্যক্তি যি ব্ৰহ্মৰ স্বৰূপৰসাস্বাদকামনা সেয়ে তেওঁৰ স্বৰূপানন্দ অনুভৱৰ সাধনৰূপে প্ৰকাশ হোৱা হেতুকে তেওঁক ( অপাৰ, অকূল বা অসীম ব্ৰহ্মক ) সপাৰ, সকুল বা সীমাবদ্ধ কৰি তুলিছে । গতিকে সেই ব্ৰহ্মশক্তি বা মহামায়াক কুল, কামাখ্যা, কামেশ্বৰী, মহাগৌৰী ৰাজৰাজেশ্বৰী, ত্ৰিপুৰা, সুভগা, ভগৱতী, কামকলা, সুন্দৰী, ভৈৰৱী আদি নামেৰে অভিহিত কৰা হৈছে । ব্ৰহ্ম সচ্চিদানন্দ স্বৰূপ হলেও মহামায়া শক্তিৰ যোগেদিহে তেওঁৰ স্বৰূপসত্তা স্বৰূপচৈতন্য আৰু স্বৰূপানন্দ প্ৰকট বা আস্বাদিত হয় । সত্তাপ্ৰকাশৰ সাধন ( সজুলি ) হিচাবে তেওঁক ( ব্ৰহ্মশক্তিক ) বোলা হয় মহামায়া, চৈতন্য বা জ্ঞান-প্ৰকাশৰ সাধন হিচাবে তেওঁক বোলা হয় মহাবিদ্যা আৰু আনন্দ আস্বাদৰ সাধন হিচাবে তেওঁক বোলা হয় মহাগৌৰী কামেশ্বৰী কামাখ্যা বা কামকলা ইত্যাদি ।

**আত্মস্বৰূপোপলব্ধিৰ সাধন :** মহামায়া শক্তি সম্পন্ন ব্ৰহ্মই তেওঁৰ মায়াশক্তিৰ যোগেদি স্বৰূপোপলব্ধি কৰে । জীৱাত্মাও আচলতে ব্ৰহ্মতকৈ ভিন্ন বা বেলেগ বস্তু নহয়, স্বৰূপতঃ ব্ৰহ্মই জীৱাত্মা । জীৱাত্মাৰ যি সামান্য শক্তি আছে সিও আচলতে ব্ৰহ্মৰে শক্তি । ব্ৰহ্মৰ চৈতন্য শক্তিয়ে জীৱাত্মাৰ জ্ঞান বা বিদ্যা, ব্ৰহ্মৰ মায়াশক্তিয়ে জীৱৰ অবিদ্যা বাসনা বা সত্তা আৰু ব্ৰহ্মৰ স্বৰূপানন্দই জীৱৰ স্বৰূপানন্দ । গতিকে ব্ৰহ্মই নিজশক্তিৰ যোগেদি স্বৰূপ সুখাস্বাদ কৰাৰ দৰে জীৱেও নিজৰ বিদ্যা অবিদ্যা বা কামনা শক্তিৰ যোগেদি স্বৰূপোপলব্ধি কৰিব নোৱাৰিব কিয় ? জীৱৰ পক্ষেও স্বৰূপোপলব্ধিৰ সাধন সজুলি ) ৰূপে শক্তিৰ সাহায্য গ্ৰহণ একান্ত আৱশ্যক ।

সংসাৰত যিবিলাক সুখভোগৰ সামগ্ৰী আছে সেই সকলোতে ব্ৰহ্মোপলব্ধি বা আত্ম-স্বৰূপ সুখাস্বাদৰ সাধনভূতা শক্তি বৰ্তমান । সেয়েহে যিকোনো জীৱে সেইবিলাকৰ যোগেদি আত্মস্বৰূপ সুখাস্বাদ লাভ কৰে । শিক্ষা দীক্ষা-হীন গ্ৰাম্য অনাৰ্য লোকেও দেখা যায়, মদ্য মাংস মৎস্য মুদ্ৰা আৰু মথুনৰ যোগেদি আত্মস্বৰূপ সুখৰ আস্বাদ গ্ৰহণ কৰে । সেইবিলাক পদাৰ্থত আত্মস্বৰূপোপলব্ধিৰ সাধনভূতা শক্তি নাথাকিলে তাৰ যোগেদি আত্মাৰ সুখাস্বাদ সম্ভৱপৰ নহ'লহেতেন ।

এতিয়া প্ৰশ্ন হৈছে, এই যে মদ্য-মাংস-মৎস্য-মুদ্ৰাৰ-মৈথুন, এই পঞ্চমকাৰৰ যি সুখাস্বাদনক্ৰিয়া শক্তি সেই শক্তি তাৰ নিজৰ স্বাভাৱিক শক্তিনে কৰবাৰ পৰা সংক্ৰামিত

আগন্তুক শক্তি ? ব্ৰহ্ম বা আত্মাই যে সমস্ত শক্তিৰ আশ্ৰয় আত্মাৰ বাহিৰে আনএকোৰে যে নিজা শক্তি একোৱে নাই, এই কথা শ্ৰুতিয়ে দৃঢ়ভাৱে প্ৰতিপন্ন কৰিছে। গতিকে সেই শক্তি যে আত্মাৰ পৰা সংক্ৰমিত, আত্মশক্তিয়ে যে পঞ্চমকাৰগত হৈ পঞ্চমকাৰৰ শক্তি বুলি প্ৰতীত হয় অথবা আত্মশক্তিয়ে পঞ্চমকাৰৰ সম্পৰ্কত জাগ্ৰত বা সক্ৰিয় হৈ আত্মস্বৰূপ-সুখাস্বাদৰূপ কাৰ্য (ফল) সম্পাদন কৰে এই কথা অৱশ্যে স্বীকাৰ কৰিব লাগিব। ইয়াৰ দ্বাৰা পঞ্চমকাৰৰ লগত সেই ইন্দ্ৰিয় যোগেদি আত্মাৰ যি সম্পৰ্ক বা সম্বন্ধ সেই সম্পৰ্কটি যে আত্মস্বৰূপ-সুখাস্বাদৰ হেতু বা সাধন সেইটো নিশ্চিতভাৱে প্ৰতিপন্ন হয়।

সাধকৰ প্ৰিয় বা সুখসাধন যিকোনো বস্তুকে ইষ্টদেৱতাৰ উদ্দেশ্যে যথাবিধি সমৰ্পণ কৰি সংযতভাৱে অনাসক্ত হৈ ভোগ কৰাৰ বিধান শ্ৰুতি স্মৃতিত পোৱা যায়। বৃহদাৰণ্যক উপনিষদৰ পঞ্চাগ্নিবিদ্যাত স্ত্ৰী-পুৰুষৰ সঙ্গমৰ (মৈথুন ধৰ্মৰ) যজ্ঞৰূপতা প্ৰতিপন্ন কৰা হৈছে। ঐতৰেয় উপনিষদত স্ত্ৰীৰ ৰজঃ আৰু পুৰুষৰ শুক্ৰক অগ্নি আৰু সূৰ্যৰ তেজঃৰূপে প্ৰশংসা কৰা হৈছে। সৌত্ৰামণি যজ্ঞত সুৰাপ্ৰদান আৰু তাৰ উপযোগৰ বৈদিক বিধান আছে। বিভিন্ন পশুযাগত মাংসপ্ৰদান আৰু অশ্বমেধ যজ্ঞৰ মহাব্ৰত নৃত্যৰ যোগেদি মুদ্ৰাৰ প্ৰয়োগ শ্ৰুতিত সমৰ্থন কৰা হৈছে। জীৱন যি কোনো সুখভোগেই সেই সুখভোগৰ সামগ্ৰীতকৈ বেচি প্ৰিয়। মদ্য মাংস আদি ভোগসামগ্ৰীও উপাদেয় ভোগ্যবস্তু; তাতোকৈ উপাদেয় তাৰ ভোগ অৰ্থাৎ তৎসম্পৰ্কজনিত সুখখিনি। গতিকে তাক দেৱতাৰ উদ্দেশ্যে যথাবিধি সমৰ্পণ কৰা যে ধৰ্ম সেই বিষয়ত সন্দেহৰ কাৰণ নাই।

যি ভোগ ক্ৰিয়া বা বিষয়ভোগ যজ্ঞাৰ্থক অৰ্থাৎ যজ্ঞাঙ্গৰূপে অনুষ্ঠিত নহয় তেনেকুৱা ভোগক্ৰিয়া পাপজনক বা নৰকৰ হেতু হয় সঁচা, কিন্তু দেৱতাপূজাৰূপ যজ্ঞৰ অঙ্গৰূপে অনুষ্ঠিত যিকোনো বৈধীক্ৰিয়া বা বৈধদ্ৰব্য পাপজনক তথা কৰ্মবন্ধন ৰূপে পৰিগণিত হব কিয় ? যিকোনো ভোগ্যবস্তুকে দেৱতাৰ উদ্দেশ্যে সমৰ্পণ নকৰাকৈ অবৈধভাৱে ভোগ কৰিলেহে পাপ হয়, বুলি শাস্ত্ৰত কোৱা হৈছে। যথাবিধি সংস্কৃত আৰু দেৱতাৰ উদ্দেশ্যে সমৰ্পিত হোৱাৰ পাচত দেৱ ভাৱাপন্ন সাধকে সেইদ্ৰব্য বিধি অনুসৰি ভোগ কৰিলে আৰু সেই ভোগ দেৱতাৰ উদ্দেশ্যে সমৰ্পিত বা অনুষ্ঠিত হলে সি সংসাৰ বন্ধনৰ হেতু বা পাপজনক নহয়। এই কথা বিভিন্ন শাস্ত্ৰত, আনকি ভগৱদ গীতাতো প্ৰতিপন্ন কৰা হৈছে। শ্ৰুতি স্মৃতিত ৰাগপ্ৰাপ্ত (অৰ্থাৎ অকল কামনা চৰিতাৰ্থ কৰাৰ উদ্দেশ্যে কৰা) কৰ্মহে নিষেধ কৰা হৈছে, শাস্ত্ৰপ্ৰাপ্ত বৈধকৰ্মৰ নিষেধ সম্ভৱ পৰ নহয়। এই কথা মীমাংসা দৰ্শনৰ বিভিন্ন অধিকৰণত প্ৰতিপন্ন কৰা হৈছে। যি কৰ্ম যেনেভাৱে কৰিলে তাৰ বাসনা বা সংস্কাৰ নজন্মে অথচ পূৰ্বকৰ্ম সংস্কাৰৰ ক্ষয় হয় সেই কৰ্ম তেনেভাৱে কৰিবলৈ ভাগৱত পুৰাণ আদি শাস্ত্ৰতো উপদেশ দিয়া হৈছে। ইয়াৰ দ্বাৰা

বুজা যায়, লৌকিকেই হ'ক বা বৈদিকেই হ'ক যিকোনো কৰ্ম'ই যজ্ঞাঙ্গৰূপে বৈধভাৱে অনুষ্ঠিত হলে সি পাপজনক নহয়। গতিকে ইষ্টদেৱতা পূজাৰূপ যজ্ঞত বৈধভাৱে (শাস্ত্রনির্দেশ অনুসৰি) মদ্য-মাংস-মৎস্য-মুদ্রা-মৈথুনৰ প্রয়োগ শ্রুতি-স্মৃতি নিষিদ্ধ নহয়। আগম শাস্ত্রত তাৰ প্রয়োগৰ বিধান বা প্রক্রিয়া বিস্তৃতভাৱে বৰ্ণনা কৰা হৈছে। গতিকে সেইবিলাক কৰ্ম শাস্ত্র বিহিত।

। সাতুঁৰিব নজনা মানুহ অগাধ জলাশয়ত নামিলে সি যে সেই পানীত ডুবি মৰিব তাত কোনো সন্দেহ ন'ই। কিন্তু সাঁতুৰিব জনালোকে সেই অগাধ পানীত নামি তাৰ (পানীৰ) সহায়তে সাঁতুৰি জলাশয় পাৰ হৈ যাব পাৰে। সেই দৰে বিষয়ভোগৰ যোগেদি আত্মোপলব্ধিৰ কৌশল নজনা সাধাৰণ লোকে বিষয়ভোগ সমুদ্রত জাপ দিলে নিশ্চয় তাতে ডুবি মৰিব স'চা; কিন্তু যি সকলে বিষয়ভোগৰ যোগেদি আত্মসুখাস্বাদৰ উপায় বা কৌশল শাস্ত্র আৰু গুৰুৰ পৰা শিকি নিজে তাক আয়ত্ত কৰি লৈছে তেনে বীৰ (বীৰ্য্যবান্) সাধকে সেই বিষয়ভোগৰ সমুদ্রত জাপ দি তাৰ সহায়তে বিষয়ভোগ-ৰূপ সংসাৰ সমুদ্রক কৌশলেৰে অতিক্রম কৰি (পাৰ হৈ) নিৰবচ্ছিন্ন আত্মস্বৰূপোপ-লব্ধিৰূপ মোক্ষলাভ কৰিব পাৰে।

এই যুক্তি অনুসৰি সাধকে ইষ্টদেৱতাৰূপে প্রতিপন্ন নির্বিশেষ ব্রহ্মৰ লগত আত্মাৰ (নিজৰ) ঐক্য বা অভেদবোধ (যাক প্রত্যভিজ্ঞা বোলা হয়) সহকাৰে প্রথমতে বাহ্য স্থূল মদ্য মাংসাদি পঞ্চমকাৰ আদি বিষয় ভোগৰ যোগেদি আৰু ক্রমশঃ পাচলৈ আধ্যাত্মিক পঞ্চমকাৰাদি যৌগিক প্রক্রিয়াৰ যোগেদি আত্মশক্তিক জাগ্রত বা সক্রিয় কৰি তাৰ দ্বাৰা স্বৰূপানন্দ ভোগ কৰে। এনেকৈ প্রত্যভিজ্ঞা বা জীৱাত্মা-পৰমাত্মাৰ অভেদবোধসহকাৰে ইষ্টদেৱতা প্রীতিৰ অৰ্থে আত্মযাগাঙ্গৰূপে বাহ্য পঞ্চমকাৰাদি ভোগৰ প্রয়োগ আৰু আধ্যাত্মিক বা যৌগিক প্রক্রিয়াৰ অনুষ্ঠান বা আচৰণক' বীৰাচাৰ, বামাচাৰ বা বাম-সিদ্ধান্তাচাৰো বোলা হয়।

। আগত উদ্ধৃত উপনিষদ্ বাক্যৰূপ শ্রুতি, বিভিন্ন আগম শাস্ত্রবাক্য ৰূপ স্মৃতি আৰু যুক্তিৰ ওপৰত নির্ভৰ কৰি পুৰণিকালৰ কামৰূপীয় মনীষীসকলে তথাকথিত অনাৰ্য্য-ভাবধাৰা আৰু ক্রিয়াকাণ্ডৰ আৰ্যীকৰণৰ পথ প্রশস্ত কৰি তুলিছিল। ইয়াৰ ফলত সৰ্বভাৰতীয় মোক্ষকেন্দ্রিক বৈদিক ধৰ্মমতৰ লগত কামৰূপীয় জনগণৰ মাজত প্রচলিত কামকেন্দ্রিক ধৰ্মমতৰ অবিৰোধ বা আপোচ-মীমাংসা সম্ঘটিত হ'ল। সদ্যোমুক্তিপ্রদ পুণ্যতীৰ্থ বাৰাণসীতকৈয়ো সদ্যঃ কামপ্রদ কামাখ্যা তীৰ্থৰ শ্রেষ্ঠতা প্রতিপন্ন হ'ল। কালিকাপুৰাণৰ ৫১ তম অধ্যায়ত এই কথা বিবৃত কৰা হৈছে। অকল শিৱ দুৰ্গাৰে নহয়, ব্রহ্মা-বিষ্ণু, লক্ষ্মী সৰস্বতী আদি তথাকথিত আৰ্য দেৱতাসকলৰ পূজা-উপাসনাতো

বামাচাৰ তথা কৈৱাতাচাৰৰ প্ৰৱেশ ঘটিল। সামাজিক ক্ষেত্ৰতো বহুত বিলাক কৈৱাতাচাৰ গৃহীত আৰু সমাদৃত হৈ উঠিল। আৰ্যসকলৰ চিৰ সমাদৃত বৈৰাগ্যবাদৰ প্ৰভিত্ত বৈৰাগ্য ওপজাৰ ফলত আহৰ্বৰ্ণাশ্ৰম ধৰ্মত গৃহীত দীৰ্ঘকাল ব্ৰহ্মচৰ্য আৰু বৈধ সন্ন্যাসধৰ্ম এই প্ৰদেশত অচলহৈ থাকিল।

**কামৰূপত শক্তিৰ প্ৰাধান্য:** এই প্ৰদেশত শক্তিৰ প্ৰাধান্য প্ৰাগৈতিহাসিক যুগৰ পৰাই চলি আহিছে। পৰৱৰ্ত্তীকালত মহাবৈদিক দৰ্শনিক ভগৱৎ কুমাৰিল ভট্টপাদেও শক্তিক অতিৰিক্ত পদাৰ্থৰূপে প্ৰতিপন্ন কৰি সেই শক্তি-প্ৰাধান্যবাদৰ পোষকতা দৃঢ়তাসম্পাদন কৰিছে। শক্তিয়ে নানা দেৱীৰূপে আত্মপ্ৰকাশ কৰিছে আৰু দেৱীয়ে আকৌ বিভিন্নজাতীয় শব্দী বা প্ৰসূতিৰূপে প্ৰকট হৈছে। কামৰূপ শক্তিপীঠ ক্ষেত্ৰকৰ কাৰণেও দেৱীয়ে এই স্থান ত্যাগ নকৰে। শক্তিক এৰি থাকিব নোৱাৰে হেতুকে বেচেৰা শক্তিমান্ জনাও ইয়াতে সৰ্বদাই থাকিব লগাত পৰে। শক্তি জাগ্ৰত অৱস্থাত কেতিয়াও নিষ্ক্ৰিয় হৈ নাথাকে। শক্তিৰ স্বভাৱেই সক্ৰিয়তা বা কাৰ্যোৎপাদন। প্ৰতিকূল শক্তিৰ হেচাত অভিভূত বা সুপ্ত হোৱাৰ কাৰণেহে শক্তি কেতিয়াবা নিষ্ক্ৰিয় হৈ থাকিব লগাত পৰে। শক্তিৰ নৈষ্কৰ্ম্য বা সন্ন্যাস নাই হেতুকে দেৱী আৰু তিৰোতাবো সন্ন্যাস নাই। কামৰূপৰ ঘৰে ঘৰে দেৱী বা শক্তি জাগৃতা হৈ থাকে গতিকে ইয়াত নৈষ্কৰ্ম্য বা সন্ন্যাসধৰ্মও অচল হ'বই।

**শাক্তদৰ্শনসম্মত পদাৰ্থ:** শাক্তদৰ্শনমতে সমগ্ৰ বিশ্ব ব্ৰহ্মাণ্ড ৩৬টা তত্ত্বৰ দ্বাৰা গঠিত। —"ষটত্ৰিংশত্তত্ত্বানিবিশ্বম্"। [পৰশুৰাম কল্পসূত্ৰ ১।৪] এই তত্ত্ব কেইটা হ'ল (১) শিৱ (২) শক্তি (৩) সদাশিৱ বা সদাখ্য, (৪) ঈশ্বৰ, (৫) বিদ্যা, (৬) মায়া, (৭) অবিদ্যা, (৮) কলা, (৯) ৰাগ, (১০) কাল, (১১) নিয়তি, (১২) জীৱ বা পুৰুষ, (১৩) প্ৰকৃতি, (১৪) মন, (১৫) বুদ্ধি, (১৬) অহঙ্কাৰ (১৭) শ্ৰোত্ৰ, (১৮) ত্বক, (১৯) চক্ষু (২০) ৰসনা, (২১) ঘ্ৰাণ (২২) বাক্, (২৩) পাণি, (২৪) পাদ, (২৫) পায়ু, (২৬) উপস্থ, (২৭) শব্দ, (২৮) স্পৰ্শ, (২৯) ৰূপ, (৩০) ৰস, (৩১) গন্ধ, (৩২) আকাশ (৩৩) বায়ু, (৩৪) তেজঃ, (৩৫) অপ বা জল, আৰু (৩৬) পৃথিৱী বা ক্ষিতি। এই সমস্ত তত্ত্বৰ ব্যাপক, বিশ্ব ব্ৰহ্মাণ্ডৰ আশ্ৰয়, নিমিত্ত আৰু উপাদান কাৰণস্বৰূপে সৰ্বকৰ্ত্তা অৰ্থাৎ সৰ্বপ্ৰকাৰ স্বাতন্ত্ৰ্য শক্তিসম্পন্ন সচ্চিদানন্দস্বৰূপ তত্ত্বাতীত পদাৰ্থ এটা আছে যাক উপনিষদত ব্ৰহ্ম বুলি কোৱা হয়। অদ্বৈতবাদী বেদান্তীসকলৰ মতে ব্ৰহ্ম নিষ্ক্ৰিয় গতিকে কৰ্ত্তা নহয়। কিন্তু শাক্ত দাৰ্শনিকৰ মতে এই তত্ত্বাতীৰ্ণ বা ব্ৰহ্মনামৰ পদাৰ্থটি নিৰতিশয় স্বাতন্ত্ৰ্য বা কৰ্তৃত্বশক্তিসম্পন্ন, গতিকে এওঁ সৰ্বকৰ্তা। তেওঁনিজৰ সৰ্ববিষয়ক স্বাতন্ত্ৰ্য শক্তিৰ দ্বাৰা পূৰ্বোক্ত ষটত্ৰিংশত্তত্ত্বৰূপে প্ৰকট বা প্ৰতিফলিত (আভাসিত) হয়।

এই সৰ্ববিষয়ক স্বাতন্ত্ৰ শক্তিৰ আধাৰ বা আশ্ৰয় সচ্চিদানন্দাত্মক পদাৰ্থটিকে শৈৱ সকলে 'পৰমশিৱ' বোলে। তেওঁবিলাকে শক্তিতকৈ শক্তিমন্তৰ প্ৰাধান্য স্বীকাৰ কৰে যদিও শক্তিহীন ভাৱে শিৱৰ অস্তিত্ব স্বীকাৰ নকৰে। শাক্ত সকলে নিৰাশ্ৰয় নিৰাধাৰ ভাৱে শক্তিৰ অস্তিত্ব স্বীকাৰ নকৰে যদিও শক্তিমন্ততকৈ শক্তিৰ প্ৰাধান্য স্বীকাৰ কৰে। গতিকে এওঁ বিলাকে এই তত্ত্বোত্তীৰ্ণ পদাৰ্থটিক পৰমা শক্তি' বুলি কয়। কাশ্মীৰীয় অভিনৱ গুপ্ত পাদে এই পদাৰ্থটিক 'অনুত্তৰ' অভিহিত কৰিছে। ইয়াকে ব্ৰহ্মবাদী সকলে ব্ৰহ্ম, যোগী সকলে পৰমাত্মা বৈষ্ণৱসকলে বিষ্ণু, বৌদ্ধ-তান্ত্ৰিক সকলে শূন্যবজ্ৰ বা বজ্ৰসত্ত্ব ইত্যাদি নামেৰে অভিহিত কৰে।

এই দাৰ্শনিক মত পুৰাণি কামৰূপৰ শৈৱ শাক্ত গাণপত্য সৌৰ আদি যি কোনো তান্ত্ৰিক সম্প্ৰদায়ৰে সম্মত। ইয়াত শৈৱ আৰু শাক্ত সকলৰ স্বতন্ত্ৰ স্বতন্ত্ৰ দাৰ্শনিক মত প্ৰচলিত থকাৰ কোনো প্ৰমাণ পোৱা নাযায়। কাশ্মীৰীয় অভিনৱ গুপ্ত আদিৰ ঈশ্বৰাদ্বয়বাদী প্ৰত্যাভিজ্ঞা দৰ্শনত যি মত গৃহীত হৈছে সেয়ে কামৰূপৰ শৈৱ আৰু শাক্ত সম্প্ৰদায়ৰ দাৰ্শনিক মত আছিল বুলি বুজা যায়।

ব্ৰহ্ম, অনুত্তৰ, পৰম শিৱ বা পৰমাশক্তি নামৰ পদাৰ্থটি তত্ত্বাতীত—বিশ্বোত্তীৰ্ণ পদাৰ্থ। এই দৰ্শনত বৰ্ণিত সকলো পদাৰ্থৰে স্বৰূপৰ সংক্ষিপ্ত উল্লেখ বা বৰ্ণনা বেদ-উপনিষদৰ ভিতৰত পোৱা যায়। বিভিন্ন পুৰাণ তন্ত্ৰ আদি শাস্ত্ৰতো এই বিলাক কথা বিস্তৃত ভাৱে পোৱা যায়। এই প্ৰবন্ধত সেই বিষয়ৰ বিস্তৃত আলোচনা সম্ভৱপৰ নহয়।

এই মতবাদটি এটা প্ৰণালীবদ্ধ স্বতন্ত্ৰ দাৰ্শনিক মতবাদ হিচাবে পৰিগৃহীত বা পৰিগণিত হ'ল কেতিয়াৰ পৰা তাক নিৰ্ণয় কৰা দুঃসাধ্য। পৰশুৰাম কল্পসূত্ৰ আদি যি বিলাক গ্ৰন্থত এই মতবাদ এটা প্ৰণালীবদ্ধ স্বতন্ত্ৰ দাৰ্শনিক মতবাদৰূপে উপস্থাপিত হৈছে সেই বিলাক গ্ৰন্থই বা কোন কালতে ৰচিত হৈছিল তাৰ নিৰ্ণয় এতিয়ালৈকে হোৱা নাই। তথাপি এতিয়ালৈকে উপলব্ধ প্ৰমাণৰ ওপৰত ভৰ কৰি এইটো অনুমান কৰিব পাৰি যে, যি কালতে হওক এই কামৰূপ ভূমিতে অকুল (অপাৰ বৈদিক দৰ্শন তান্ত্ৰিক দৰ্শনৰূপ কুলৰ (পাৰৰ) অন্তৰ্গত হে সকুল কৌল দৰ্শনৰ ৰূপ পৰিগ্ৰহ কৰিছিল।

**শাক্ত দৰ্শনৰ চাৰি ধাৰা:** সেই মূল কৌল দৰ্শনৰ এটা ধাৰা বৌদ্ধ দৰ্শনৰ প্ৰৱেশৰ পূৰ্বেই তিব্বত আৰু চীনলৈ গৈ তাৰ ধৰ্ম দৰ্শনৰ লগত সম্মিলিত হৈ পৰিছিল। তাৰ পাচত দ্বিতীয় আন এটা ধাৰাই বৌদ্ধ দৰ্শনৰ লগত লগ লাগি গুহ্য সমাজৰ যোগেদি বজ্ৰযান, সহযান আদি নাম লৈ খৃঃ ৪ৰ্থ-৭ম শতিকাৰ ভিতৰত নেপাল, ভোট, তিব্বত আৰু চীন দেশ প্লাবিত কৰিছিল। আন এটা ধাৰা শ্ৰীশঙ্কৰাচাৰ্য্যৰ

প্ৰতিষ্ঠাপিত নিৰ্বিশেষদ্বৈত দৰ্শনৰ লগত মিলি সমগ্ৰ ভাৰতবৰ্ষক প্লাবিত কৰিছিল। আন এটা ধাৰা কাশ্মীৰলৈ গৈ তাত ত্ৰিক দৰ্শনৰ নামৰূপ গ্ৰহণ কৰি সেই প্ৰদেশত কৌল প্লাবনৰ সৃষ্টি কৰিছিল।

কাশ্মীৰীয় ত্ৰিক দৰ্শনৰ মূল উপাদান কামৰূপৰ পৰা সংগৃহীত: খৃঃ ১০ম শতিকাৰ উত্তৰাৰ্দ্ধ আৰু ১১শ শতিকাৰ পূৰ্বাৰ্দ্ধৰ কাশ্মীৰীয় মহাপণ্ডিত যোগী আৰু দাৰ্শনিক, 'যোগিনীভূ' —আচাৰ্য অভিনৱগুপ্তপাদে মালিনী বিজয় কাৰ্ত্তিক, তন্ত্ৰালোক আদি বহু কেইখন বিপুলকায় গ্ৰন্থ ৰচনাৰ যোগেদি প্ৰত্যভিজ্ঞাদৰ্শন, ক্ৰমদৰ্শন আৰু কৌল দৰ্শন, এই ত্ৰিবিধ দৰ্শনৰ সম্মিলন সাধন ত্ৰিকদৰ্শন নামৰ স্বতন্ত্ৰ ভাৰতীয় দৰ্শন অৰ্থাৎ 'আভাসবাদ' নামৰ স্বতন্ত্ৰ দাৰ্শনিক মতবাদ এটা জগতত প্ৰতিষ্ঠা কৰিছে বুলি ডাঃ কান্তিচন্দ্ৰ পাণ্ডেয় মহাশয়ে সযুক্তিক প্ৰতিপন্ন কৰিছে।

আমি আগেয়ে উল্লেখ কৰা যোগিনীতন্ত্ৰত বৰ্ণিত ক্ৰোধবক্ৰ ভৈৰব বা দুৰ্বাশাৰ কথা, ( পৃঃ ২৪ ), তন্ত্ৰালোকত বৰ্ণিত দুৰ্বাশাৰ মানস পুত্ৰ ত্ৰ্যম্বক বা ত্ৰ্যম্বকাদিত্যৰ কথা আৰু 'শিৱ দৃষ্টিত' বৰ্ণিত ত্ৰ্যম্বকাদিত্যৰ অধস্তন ১৬শ পুৰুষ সঙ্গমাদিত্যৰ কাশ্মীৰলৈ আগমন বৃত্তান্তৰ একবাক্যতা কৰিলে বুজা যায় এই সঙ্গমাদিত্য কামৰূপৰ পৰাই কাশ্মীৰলৈ গৈছিল আৰু কামৰূপত পূৰ্ব-পুৰুষৰ পৰা প্ৰাপ্ত শৈৱ জ্ঞানকে তাত প্ৰচাৰ কৰিছিল গৈ। খৃঃ ৮ম-৯ম শতিকাতো যে কামৰূপত প্ৰত্যভিজ্ঞামত বা আভাসবাদ প্ৰচলিত আছিল তাৰ স্পষ্ট ইঙ্গিত কামৰূপীয় ৰজা বলবৰ্মা আৰু ৰত্নপালৰ তাম্ৰশাসনত পোৱা যায়। ইয়াৰ দ্বাৰাই প্ৰত্যভিজ্ঞামত কামৰূপৰ পৰা কাশ্মীৰলৈ গৈছিল বুলি প্ৰতিপন্ন হয়।

কাশ্মীৰত ক্ৰমদৰ্শন বা ক্ৰমমাৰ্গৰ প্ৰৱৰ্ত্তক শিৱানন্দ। তেওঁ সেই জ্ঞান কামৰূপত সাধনা কৰি জয়াদি দেৱীসকলৰ ( যোগিনীৰ ) পৰা লাভ কৰিছিল বুলি তন্ত্ৰালোকত প্ৰতিপন্ন কৰা হৈছে।

কাশ্মীৰীয় অভিনৱ গুপ্তপাদৰ গৃহীত কৌল মত বা কৌল দৰ্শনো কামৰূপৰ যোগিনী সকলৰ পৰা মচ্ছন্দ বিভুৱে মৎস্যেন্দ্ৰনাথে ) লাভ কৰিছিল, তেওঁৰ পৰা গুৰু পৰম্পৰাক্ৰমে সেই জ্ঞান দাক্ষিণাত্যৰ কৌলাচাৰ্য সুমতিনাথে, তেওঁৰ পৰা সোমনাথে আৰু সোমনাথৰপৰা শম্ভুনাথে লাভ কৰিছিল। ভগৱতী নামৰ শক্তিযুক্ত সিদ্ধ কৌল গুৰু সেই শম্ভুনাথৰ পৰা জলন্ধৰ পীঠত ( পঞ্জাপৰ জ্বালামুখীত ) সেই জ্ঞান কাশ্মীৰৰ অভিনৱ গুপ্তপাদে গ্ৰহণ কৰিছিল। সেয়ে হ'লে কাশ্মীৰীয় প্ৰত্যভিজ্ঞাদৰ্শন বা ত্ৰিকদৰ্শনৰ সকলোখিনি উপাদানেই কামৰূপৰ পৰা সংগৃহীত হৈছিল আৰু তাকেই অভিনৱ গুপ্তপাদ আদি কাশ্মীৰীয় শৈৱাচাৰ্য সকলে প্ৰণালীবদ্ধভাৱে সজাই পৰাই ত্ৰিকদৰ্শন বা প্ৰত্যভিজ্ঞা দৰ্শন নামৰ স্বতন্ত্ৰ শৈৱ দৰ্শনৰূপে প্ৰতিপন্ন কৰিছে।

ভাৰতীয় চিন্তাধাৰাত কামৰূপৰ বিশিষ্ট অৱদান—শাক্ত দৰ্শন : ভাৰতীয় দাৰ্শনিক চিন্তাৰ ক্ষেত্ৰত প্ৰাচীন কামৰূপৰ এই অনন্য সাধাৰণ মৌলিক অৱদানৰ কথা কোনোৱে অস্বীকাৰ কৰিব নোৱাৰে।

কৌল জ্ঞানৰ অৱতাৰক সিদ্ধ মৎস্যেন্দ্ৰনাথৰ অৱতাৰিত বিভিন্ন গ্ৰন্থৰ যোগেদি কামৰূপীৰ কৌলমাৰ্গ বা শাক্তসাধনা পদ্ধতি মহাযান পন্থৰ লগত মিলিত হৈছিল আৰু তেওঁৰ তথা তেওঁৰ শিষ্য সম্প্ৰদায়ৰ ভিতৰত গৃহীত আৰু সম্প্ৰসাৰিত হৈছিল। পৰৱৰ্তী কালতো অনেক কামৰূপীয় কৌল সিদ্ধযোগী আৰু সিদ্ধা যোগিনীয়ে বৌদ্ধ মহাযানী দৰ্শন আয়ত্ত কৰি লৈ তাৰ লগত কৌলসাধনা পদ্ধতিৰ সামঞ্জস্য সাধন কৰিছিল, তদনুসৰি শিষ্যসকলক শিক্ষা দিছিল আৰু সেই মতৰ সংৰক্ষণ তথা সযুক্তিক প্ৰতি-পাদনৰ অৰ্থে গ্ৰন্থও ৰচনা কৰিছিল। তাৰে ভিতৰত কামৰূপীয়া সহজ যোগিনী চিন্তাৰ উপদিষ্ট বা প্ৰণীত 'ব্যক্ত ভাবানুগত তত্ত্বসিদ্ধি' নামৰ গ্ৰন্থ এখন বৰোদাৰ গাইকোৱাড় গ্ৰন্থ সংগ্ৰহালয়ত সংৰক্ষিত আছে বুলি জনা যায়। এই গ্ৰন্থ সাক্ষাদ্‌ভাৱে দেখাৰ সুযোগ আমাৰ হোৱা নাই যদিও আন পণ্ডিতলোকে স্বৰচিত গ্ৰন্থত সেই গ্ৰন্থৰ পৰা উদ্ধৃত কৰা যি দুই চাৰিটা উক্তি দেখা গৈছে তাৰ পৰাই সেই গ্ৰন্থত যোগিনী কৌল সাধনা পদ্ধতিৰ প্ৰচুৰ প্ৰভাৱ অনুমান কৰিব পাৰি।

একফালে বৌদ্ধ মহাযানী সম্প্ৰদায়ৰ যোগাচাৰ আৰু মাধ্যমিক দৰ্শনে, আনফালে শ্ৰীশঙ্কৰাচাৰ্যৰ প্ৰতিষ্ঠাপিত ঔপনিষদ অদ্বৈতদৰ্শনে শাক্ত দৰ্শনক আত্মসাৎ কৰি লৈছিল। তাৰ উপৰি শঙ্কৰাচাৰ্যৰ লগত শাস্ত্ৰাৰ্থ বিচাৰত শাক্তদাৰ্শনিক আচাৰ্য অভিনৱ গুপ্তই পৰাজয় বৰণ কৰিব লগাত পৰিছিল আৰু তেতিয়া কামৰূপত ভাগৱতাদ্বৈত দৰ্শনৰ চৰ্চা অধিক প্ৰবল হৈ উঠিছিল। তাৰ ফলত সম্ভৱতঃ খৃঃ ১০ম-১১শ শতিকামানৰ পৰাই অসমত স্বতন্ত্ৰভাৱে শাক্তদৰ্শন বা কৌলদৰ্শনৰ চৰ্চাৰ গতি মন্দীভূত হৈ পৰিছিল। তেতিয়া কৌলসাধনা পদ্ধতি বা শাক্তক্ৰিয়াকাণ্ডৰ ওপৰতহে কামৰূপীয় শাক্তসম্প্ৰদায়ৰ মনোযোগ বেছিকৈ আৱদ্ধ হৈ পৰিছিল। তাৰেই নিদৰ্শন কালিকা-পুৰাণ, মৎস্যসূক্ততন্ত্ৰ আৰু যোগিনীতন্ত্ৰই বহন কৰিছে।

যদত্র সৌষ্ঠৱং কিঞ্চিত্তদ্ গুৰোৰেৱ মে নহি।
যদত্ৰাসৌষ্ঠৱং কিঞ্চিৎতন্মমৈৱ ন মে গুৰোঃ ।।
ইতি ভগৱচ্চৰণে সমৰ্পিতমস্তু—শম্ ।।

———

# শিক্ষা

ড° সত্যেন্দ্ৰনাথ শৰ্মা

খ্ৰীষ্টীয় দ্বাদশ শতিকাৰ আগতে প্ৰাচীন অসমৰ অৰ্থাৎ কামৰূপ ৰাজ্যৰ শিক্ষা-নীতি আৰু শিক্ষা-ব্যৱস্থা কেনে আছিল সেই বিষয়ে পৰ্য্যাপ্ত সমল পোৱা নাযায়। ৰজাসকলৰ শাসনাৱলী, সমসাময়িক ধৰ্মগ্ৰন্থ-সাহিত্য আৰু প্ৰাচীন ভাৰতত প্ৰচলিত শিক্ষা-ব্যৱস্থাৰ ভেটিত মোটামুটিভাবে সেই কালচোৱাৰ শিক্ষাব্যৱস্থা কেনে আছিল কিছু ধাৰণা কৰিব পৰা যায়। প্ৰাচীন অসম বা প্ৰাগজ্যোতিষ কামৰূপত আৰ্য্য ধৰ্ম আৰু সংস্কৃতিৰ প্ৰসাৰৰ লগে লগেহে শিক্ষাই গা কৰি উঠিছিল সেই বিষয়ে সন্দেহ নাই। আদিম জনজাতীয় লোকসকলৰ মাজত কিবা কৌলিক শিক্ষাপ্ৰথা আছিল যদিও জানিবৰ উপায় নাই। কিন্তু যিহেতুকে লিপিৰ উদ্ভৱৰ লগতহে শিক্ষাৰ বিকাশ ঘনিষ্ঠভাবে জড়িত আৰু যিহেতুকে অসমৰ প্ৰাচীন লিপি বা হৰফ আৰ্য্যসভ্যতাৰ দান সেই কাৰণে প্ৰাচীন অসমৰ শিক্ষা-ব্যৱস্থা আৰ্য্যধৰ্মানুকুল হোৱাটো স্বাভাবিক কথা। আৰ্য্যধৰ্ম-সংস্কৃতিৰ লগত শিক্ষা-ব্যৱস্থা জড়িত হৈ পৰা কাৰণে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, ৰাজপৰিয়াল, অমাত্য, মন্ত্ৰী আদি আৰ্য্যভাষা আৰু সংস্কৃতিবহনকাৰীসকলৰ মাজতে শিক্ষা সীমাবন্ধ আছিল বুলি ভাবিবৰ যথেষ্ট থল আছে। সৰ্ব্বসাধাৰণ জনতাই শিক্ষাৰ পোহৰ কিমানদূৰ পাইছিল সেই বিষয়ে সঠিক সম্ভেদ নাপালেও, এইটো অনুমান কৰিলে ভুল নহব যে সাক্ষৰতা আৰু উচ্চ শিক্ষা অভিজাত আৰু উচ্চ বৰ্ণৰ মাজতে সীমাবন্ধ আছিল। বিশেষকৈ বৰ্ণাশ্ৰম ধৰ্মত অধিকাৰভেদৰ অনুশাসন থকাত শিক্ষাৰ দুৱাৰ যে সকলোৰে কাৰণে সমানে মুকলি নাছিল সেই বিষয়ে সন্দেহৰ অৱকাশ নাই। প্ৰসিদ্ধ চীন পৰিব্ৰাজক হিউৱেনচাঙৰ টোকাৰ পৰা জনা যায় যে সপ্তম শতিকাৰ কামৰূপৰ প্ৰসিদ্ধ ৰজা ভাস্কৰ বৰ্মা বিদ্যোৎসাহী আছিল আৰু এই ক্ষেত্ৰত প্ৰজাসকলেও তেওঁক অনুসৰণ কৰিছিল। হিউৱেনচাঙে এই উক্তি সম্ভৱতঃ ৰাজসভা আৰু ৰাজধানীক উপলক্ষ্য কৰিয়েই কৰা যেন অনুমান হয়।

প্ৰাচীন কামৰূপত প্ৰাগজ্যোতিষপুৰ, হাৰুপেশ্বৰ, দুৰ্জয়া আদি ৰাজধানীসমূহ যে শিক্ষাৰ কেন্দ্ৰ আছিল সেই বিষয়ে সন্দেহ নাই। তাৰ বাহিৰেও ৰজাসকলৰ মাটিবৃত্তি লাভ কৰা অগ্ৰহাৰী পণ্ডিত ব্ৰাহ্মণসকলে ছাত্ৰশালা বা টোলত ছাত্ৰসকলক শিক্ষাদান কৰিছিল বুলি অনুমান কৰিবৰ যথেষ্ট থল আছে। পুৰু ভাৰতৰ প্ৰসিদ্ধ আৱাসিক বিশ্ববিদ্যালয় নালন্দা, বিক্ৰমশিলা, ওদন্তপুৰ আদিলৈকো কামৰূপৰ

ছাত্ৰসকল উচ্চ শিক্ষাৰ কাৰণে নিশ্চয় গৈছিল। এই বিশ্ববিদ্যালয় কেইখনত বিভিন্ন প্ৰান্তৰ হেজাৰ হেজাৰ ছাত্ৰ শিক্ষাৰ উদ্দেশ্যে সমবেত হৈছিল। বৌদ্ধ-ধৰ্মীয় শিক্ষাৰ কেন্দ্ৰ হলেও হিন্দু আৰু জৈন শাস্ত্ৰ অধ্যয়নৰ বহুল ব্যৱস্থাও ইয়াত আছিল। কেৱল নালন্দা বিশ্ববিদ্যালয়তে দহ হেজাৰ ছাত্ৰৰ শিক্ষাৰ ব্যৱস্থা আছিল বুলি চীন পৰিব্ৰাজকৰ বিৱৰণৰপৰা জনা যায় আৰু তাত পোন্ধৰ শ অধ্যাপক আছিল। বিক্ৰমশিলা বিশ্ববিদ্যালয়ত ১১৪ জন অধ্যাপক আৰু তিনি হেজাৰ ছাত্ৰ আছিল। যিহেতুকে ওপৰত উল্লেখ কৰা শিক্ষাৰ তিনিটা মহাকেন্দ্ৰ প্ৰাচীন কামৰূপ ৰাজ্যৰ সীমাৰপৰা বেছি দূৰত অৱস্থিত নাছিল সেই কাৰণে কামৰূপৰ ছাত্ৰই তাত শিক্ষা গ্ৰহণ কৰিবলৈ যোৱাটো সহজে অনুমেয়। হিউৱেনচাঙৰ জীৱনীৰপৰা জনা যায় কামৰূপৰ এজন ব্ৰাহ্মণে নালন্দাৰ বৌদ্ধ অধ্যাপকৰ লগত তৰ্কত অৱতীৰ্ণ হৈ শেষত বৌদ্ধধৰ্ম গ্ৰহণ কৰিছিল। সম্ভৱতঃ এই বিশ্ববিদ্যালয় কেইটাৰ লগত সংযোগ থকা কাৰণেই কলিঙ্গৰাজ অনন্তবৰ্মণে কামৰূপৰ পৰাশৰ গোত্ৰৰ বেদ-বেদাঙ্গত পাৰ্গত বিষ্ণু সোমাচাৰ্যক ৰাজকন্যাৰ বিবাহোপলক্ষ্যে মাটি দান কৰিছিল। তাম্ৰ শাসনখনত কামৰূপ বিষয়ৰ শৃঙ্গা টকাগ্ৰহাৰৰ (বৰ্ত্তমান শিঙৰি) উল্লেখ আছে। দশম শতিকাৰ পৰমাৰ বংশৰ ৰজা বাক্‌পতিৰাজৰ ভূমিদান শাসন এখনত উল্লেখ কৰা ২৬ জন ব্ৰাহ্মণৰ নামৰ ভিতৰত কুলঞ্চ গ্ৰামৰ শৰৰ, শাৰথিকদেশৰ শঙ্কৰ, উত্তৰকুলৰ পৌণ্ড্ৰিক স্থানৰ বামনস্বামীৰ উল্লেখ আছে। কামৰূপৰ ৰজা ইন্দ্ৰপালৰ গুৱাকুচি শাসনত "মন্দি বিষয়ান্তঃপাতী পণ্ডৰী" ভূমিভাগ আৰু 'সাৰথি' অঞ্চলৰ উল্লেখ আছে। ধৰ্মপালৰ শুভঙ্কৰপাটক শাসনত তেনেকৈ শ্ৰাৱস্তি আৰু ক্ৰোসঞ্জ গ্ৰামৰ উল্লেখ আছে। বাক্‌পতিৰাজৰ ভূমিদান শাসনত উল্লেখিত উত্তৰকুলৰ 'পৌণ্ড্ৰক', 'কুলঞ্চ' আৰু 'শাৰথিক' কামৰূপ শাসনাৱলীত উল্লেখ কৰা উত্তৰকুলৰ 'পণ্ডৰী', 'সাৰথি' আৰু 'গোসঞ্জ' গ্ৰামেই বুলি উক্টৰ প্ৰতাপ চৌধুৰীয়ে কৰা উক্তি সমৰ্থনযোগ্য। গতিকে দেখা যায় কামৰূপীয় ব্ৰাহ্মণৰ পাণ্ডিত্য অসমতে সীমাবদ্ধ নাছিল, সুদূৰ কলিঙ্গ, কনৌজ আদি ঠাইলৈ বিয়পি পৰিছিল।

প্ৰাচীন শাসনাৱলীৰ পৰা জনা যায় যে প্ৰাচীন ভাৰতীয় শিক্ষাক্ৰম, শিক্ষাব্যৱস্থা আৰু অধীতব্য বিষয়সমূহৰ কামৰূপত চৰ্চা হৈছিল আৰু সেই অনুক্ৰমে শিক্ষাদান কৰা হৈছিল। প্ৰাচীন ভাৰতীয় গুৰুকুল শিক্ষা-ব্যৱস্থাৰ প্ৰচলন ইয়াতো ঘটিছিল। গুৰুগৃহত থাকি, গুৰুৰ পৰিচৰ্য্যা কৰি, গুৰুৰ লগত পিতা-পুত্ৰৰ সম্বন্ধ ৰাখি শিক্ষালাভ কৰাৰ প্ৰাচীন ব্যৱস্থা কামৰূপতো প্ৰচলন থকাৰ প্ৰমাণ পোৱা যায়। ইহলোকৰ ইষ্টাৰ্থক বিদ্যা আৰু পৰলোকৰ ইষ্টাৰ্থক পৰাবিদ্যা বা আধ্যাত্মবিদ্যাৰ

অনুশীলনত কামৰূপ পিছ পৰি থকা নাছিল। চাৰি বেদ, বেদাঙ্গ, স্মৃতি বা ধর্ম-শাস্ত্র, পুৰাণ, তন্ত্র, কাব্য, ৰাজনীতি বা অর্থশাস্ত্র, বাস্তুবিদ্যা, চিকিৎসা বিজ্ঞান, গান্ধর্ব বিদ্যা, ভাস্কর্য্য-বিদ্যা, যুদ্ধবিদ্যা—এই সকলোবোৰৰ শিক্ষাদান আৰু অনুশীলনৰ ব্যৱস্থা থকাৰ আভাস কামৰূপ শাসনাৱলী আৰু প্রাচীন কামৰূপীয় গ্রন্থসমূহে দাঙি ধৰে। ভাস্কৰবৰ্মাৰ নিধনপুৰ শাসনত মহেন্দ্র বৰ্মাক আত্মতত্ত্বজ্ঞ আৰু তেওঁৰ পুতেক নাৰায়ণ বৰ্মাক যুদ্ধবিদ্যা আৰু অর্থশাস্ত্রত অভিজ্ঞ ( সাংখ্যার্থাভিজ্ঞ ) বুলি উল্লেখ কৰিছে। মহাভূত বৰ্মাৰ পুতেক চন্দ্র মুখ বৰ্ম চতুঃষষ্টি কলাৰ দ্বাৰা ৰমণীয় আছিল বুলি একেখন শাসনতে উল্লেখ আছে। ভাস্কৰবৰ্মা সম্পৰ্কে সেই শাসনত কৈছে যে তেওঁ সন্ধি, বিগ্রহ, যান, আসন, দ্বৈধ আৰু আশ্রয় — এই ছটা ৰাজনৈতিক গুণজ্ঞানেৰে বিভূষিত থকাৰ উপৰিও শাস্ত্রজ্ঞানসম্পন্ন আছিল। ভাস্কৰবৰ্মাৰ দুবি তাম্রশাসনত তেওঁক নানাশাস্ত্রবিৎ, কবিত্বগুণসম্পন্ন, মনোহৰ শব্দযুক্ত অলংকাৰ প্রয়োগত নিপুণ আছিল বুলি উল্লেখ আছে। ইন্দ্রপালৰ প্রথম তাম্রশাসনত যুৱৰাজ পুৰন্দৰ পালক অন্যান্য গুণানুযুক্ত হোৱাৰ উপৰিও কলাকুশল, বীৰ আৰু সুকবি বুলি প্রশংসা কৰিছে আৰু ইন্দ্রপালক ব্যাকৰণ, মীমাংসা, ন্যায় আৰু তন্ত্রশাস্ত্রত পাৰঙ্গত বুলি বর্ণনা কৰিছে ( পদবাক্যতর্কতন্ত্র-প্রৱাহা ততৰস্বনীনাং যঃ সৰ্ব্ববিদ্যাসৰিতামগাধমন্তৰ্নিমগ্নশ্চ গতশ্চ পাৰম্ )। ধৰ্মপালৰ শুভঙ্কৰ পাটক শাসনত শ্রীহর্ষপাল সম্পৰ্কে কোৱা হৈছে যে লক্ষ্মী আৰু সৰস্বতীয়ে সখ্য-ভাবেৰে তেওঁৰ নিবাস কৰিছিল। তেওঁৰ পুত্র ধৰ্মপালে উপযুক্তভাৱে ধৰ্ম অর্থ-কাম প্রতিপালন কৰিছিল। ধৰ্মপালৰ দ্বিতীয় শাসনত পালবংশক ৰাজনীতিৰ আধাৰ-স্বৰূপ, গোপালক নীতিপৰায়ণ আৰু ধৰ্মপৰায়ণ, ধৰ্মপালক কবিকুলচূড়ামণি আৰু কলানুশীলনকাৰী বুলি বর্ণনা কৰিছে। বৰ্মণ বংশ, শালস্তম্ভৰ বংশ আৰু পালবংশৰ ৰজাসকলৰ বর্ণনা প্রসঙ্গত তেওঁলোকক ৰাজনীতি ধৰ্মনীতিপৰায়ণ, প্রজানুৰঞ্জক, সমৰবিজয়ী, কলাকুশল, লক্ষ্মী-সৰস্বতীৰ আবাসস্থল, শৰণাগতৰক্ষক, অকুতোভয়, আর্য্যধৰ্মপালনকাৰী আদি নানা বিভূষণেৰে বিভূষিত কৰিছে।

ওপৰৰ উদাহৰণবোৰৰ পৰা এই কথা স্পষ্ট হৈ পৰে যে প্রাচীন কামৰূপৰ ৰজাসকল বিদ্বান, ৰাজনীতিপৰায়ণ, কলাকুশল আৰু ক্ষত্রবিদ্যাত সুনিপুণ আছিল। কৌটিল্যৰ অর্থশাস্ত্রত কোৱা হৈছে যে ৰজা-ৰাজপুৰুষসকলে চাৰি প্রকাৰ বিদ্যা আয়ত্ত কৰা উচিত—এই চাৰিবিধ বিদ্যা হল বেদত্রয়ী, বাৰ্ত্তা, দণ্ডনীতি আৰু আন্বীক্ষিকী বিদ্যা। গৌতমৰ ধর্মসূত্রত কৈছে যে ৰজাসকলে বেদত্রয়ী আৰু আন্বীক্ষিকী জনা উচিত। সেই সূত্রতে আৰু কৈছে যে ৰজাসকলে বেদ, ধৰ্মশাস্ত্র, বেদাঙ্গ আৰু পুৰাণৰ ভেটিত

ন্যায় বিচাৰ কৰিব। গতিকে ৰজাসকলৰ সেই শাস্ত্ৰসম্পৰ্কেও জ্ঞান থকা প্ৰয়োজন আছিল। অৰ্থশাস্ত্ৰত ক্ষত্ৰিয় ৰাজপুত্ৰসকলে দৈনিক শিক্ষাৰ সময় কেনেকৈ বিভাগ কৰি লোৱা উচিত সেই বিষয়ে এনে দৰে বৰ্ণনা কৰিছে—"ক্ষত্ৰিয় ৰাজপুত্ৰই দিনৰ আগবেলা হস্তী, অশ্ব, ৰথ আৰু অস্ত্ৰ পৰিচালনাৰ শিক্ষা লব আৰু পাছ বেলা ইতিহাস, ধৰ্মশাস্ত্ৰ আৰু অৰ্থশাস্ত্ৰৰ জ্ঞান লাভ কৰিব।" বেদ অধ্যয়নৰ স্পষ্ট উল্লেখ এই প্ৰসঙ্গত নকৰিলেও অন্য ঠাইত বেদ শিক্ষাৰ কথা কৈছে। প্ৰাচীন কামৰূপৰ ৰজা-সকলৰ বৰ্ণনাৰপৰা সহজে অনুমান কৰিব পাৰি তেওঁলোকে যুৱৰাজ অৱস্থাতে ওপৰত উল্লেখ কৰা ক্ষত্ৰবিদ্যা আয়ত্ত কৰিছিল। সেই শিক্ষা যে নিজে দেশৰ গুৰু বা অধ্যাপকৰ ওচৰতে লাভ কৰিছিল তাৰ প্ৰমাণ সকলো শাস্ত্ৰবিদগ্ধ বহু ব্ৰাহ্মণৰঃ উল্লেখৰ পৰাই জানিব পাৰি। ভাস্কৰবৰ্মাৰ নিধনপুৰ তাম্ৰশাসনতে বিভিন্ন গোত্ৰৰ, বিভিন্ন বেদশাখাৰ ২০৫ জন ব্ৰাহ্মণপণ্ডিতৰ উল্লেখ আছে। আন আন শাসনতো অগ্ৰহাৰ দান কৰা শাস্ত্ৰজ্ঞ পণ্ডিতৰ উল্লেখ পোৱা যায়।

বেদৰ দিনৰ পৰাই বিদ্যাদান কৰা বা অধ্যাপনা কৰা ব্ৰাহ্মণৰ একপ্ৰকাৰ একচেতীয়া বৃত্তি। কেৱল বেদ শিক্ষা আৰু সংশ্লিষ্ট বেদাঙ্গ আদিৰ অধ্যাপনাই নহয়, সমৰবিদ্যা, আয়ুৰ্বেদ আদি বিষয়তো ব্ৰাহ্মণে আগভাগ লোৱাৰ প্ৰমাণ প্ৰাচীন গ্ৰন্থই দাঙি ধৰে। দ্ৰোণাচাৰ্য, বিশ্বামিত্ৰ, পৰশুৰাম আদিয়ে ৰণবিদ্যাত ক্ষত্ৰিয়কুমাৰক শিক্ষা দিয়াৰ উদাহৰণ পোৱা যায়। সেই দৰে আয়ুৰ্বেদত চৰক, সুশ্ৰুত, পালকাপ্য, জীৱক আদিৰ নাম উল্লেখ কৰিব পাৰি। প্ৰাচীন কামৰূপতো ব্ৰাহ্মণ সকলে ৰজাসকলৰ পৃষ্ঠপোষকতাত বেদ, বেদাঙ্গ, ধৰ্মশাস্ত্ৰ, পুৰাণ তন্ত্ৰ আদি বিষয়ত ব্যুৎপত্তি লাভ কৰি আনকো সেই শিক্ষাদান কৰাৰ যথেষ্ট উদাহৰণ শাসনাৱলী আৰু আন প্ৰাচীন কামৰূপীয় গ্ৰন্থই দাঙি ধৰে। বনমালদেৱৰ তেজপুৰ তাম্ৰ শাসনত ভিজ্জট নামৰ ব্ৰাহ্মণৰ বিষয়ে কোৱা হৈছে, তেওঁ বেদাৰ্থবিৎ আৰু সাঙ্গ যজুৰ্বেদ অধ্যয়নৰত আছিল। তেওঁৰ পুতেক ইন্দোক পিতৃৰ দৰেই বেদবিৎ আছিল। সম্ভৱতঃ পিতাৰ পৰাই তেওঁ বেদাধ্যয়ন কৰিছিল। বলবৰ্মাৰ তেজপুৰ শাসনত উল্লেখ কৰা মালাধৰ ভট্ট বিদ্যা আৰু তপস্যাৰ দ্বাৰা পবিত্ৰ আছিল, পুতেক দেৱধৰে যজ্ঞ কৰ্মত অধ্বৰ্য্যুৰূপে খ্যাতি লাভ কৰিছিল আৰু নাতিনিয়েকে সম্যকৰূপে শ্ৰুতি (বেদ) ধাৰণ কৰা কাৰণে শ্ৰুতিধৰ নামৰ সাৰ্থকতা প্ৰতিপন্ন কৰি ভুৱন বিখ্যাত হৈছিল। গুৰুগৃহৰ পৰা সমাবৰ্ত্তন সংস্কাৰ সম্পন্ন কৰি গৃহস্থধৰ্ম-পালনেচ্ছুক শ্ৰুতিধৰে কৰ্থানিষ্ঠ পণ্ডিত ৰূপে পৰিচয় দিবলৈ সমৰ্থ হৈছিল। তিনি পুৰুষে একাদিক্ৰমে পাণ্ডিত্য, বেদবেত্তা ৰূপে সুখ্যাতি লাভ কৰিবলৈ হলে দেশত শিক্ষাৰ সুব্যৱস্থা থকাটো সহজেই অনুমান

কৰিব পাৰি। বন্নপালৰ বৰগাঁও তাম্রশাসনত কাণ্বশাখী ব্রাহ্মণ দেৱদত্ত বেদবিদ-সকলৰ শ্রেষ্ঠৰূপে আৰু বেদত্রয়ত পাৰদৰ্শীৰূপে বৰ্ণিত হৈছে। তেওঁৰ পুতেক গজদত্ত যজন, যাজন, অধ্যয়ন, অধ্যাপনা, দান আৰু প্রতিগ্রহ—এই ছয় কৰ্মত সততে নিৰত আছিল। বন্নপালৰ শোৱালকুছি তাম্রশাসনত শাস্ত্রজ্ঞান, বিনয় সম্পন্ন ব্রাহ্মণ বলদেৱ, আৰু তেওঁৰ পুত্র বাসুদেৱ জ্ঞানী পণ্ডিতসকলৰ দ্বাৰা পূজিত হৈছিল বুলি প্রশংসিত হৈছে। ধৰ্মপালৰ শুভংকৰপাটক লিপিত উল্লেখ কৰা অগ্রহাৰী ব্রাহ্মণবংশৰ বামদেৱ, তৎপুত্র ভৰত যটুকৰ্মনিৰত আছিল বুলি কোৱা হৈছে। ভৰতৰ পুতেক হিমাঙ্গ পদ প্রভৃতি ক্রিয়াকুশল, দুঃসাধ্য কৰ্মপদ্ধতিত অভ্যস্ত আৰু বাণ নিক্ষেপৰ গতি আৰু পাতৰ ফল সম্পৰ্কে অভিজ্ঞ লোক আছিল। ইয়াৰ দ্বাৰা বুজা যায় যে হিমাঙ্গ কেৱল ব্রাহ্মণবিদ্যাতে অভিজ্ঞ লোক নাছিল, তেওঁ শত্রুৰ দুৰ্গ-অধিকাৰ, ব্যূহভেদ, প্রতিপক্ষৰ আক্রমণৰ পৰা আত্ম দুৰ্গ আৰু ব্যূহৰক্ষাত সুনিপুণ আছিল। তেওঁ স্বয়ং লক্ষ্য-বেন্ধা হোৱাৰ উপৰিও আৰু শত্রুৰ বাণাদিৰ গতিবেগ আৰু ক'ত সেই বাণ বা অস্ত্র পৰিব আৰু তাৰ ফল কি হব—সেই বিষয়েও সম্যক ৰূপে অৱগত আছিল (নাৰাচ-মোক্ষ গতিপাত গুণপ্রবীণ)। ধৰ্মপালৰ দ্বিতীয় তাম্রশাসন পুষ্পভদ্রালিপিত ব্রাহ্মণ অধ্যুষিত খ্যাতি পল্লি গ্রাম চতুৰ্বেদ পাঠ ধ্বনিৰ দ্বাৰা মুখৰিত আৰু যজ্ঞীয় ধূমৰ দ্বাৰা আকাশ আবৃত হৈছিল বুলি উল্লেখ আছে। সেই গাঁৱত বাস কৰা ব্রাহ্মণ নৰবাহনৰ পুত্র মীমাংসা আৰু অৰ্থশাস্ত্রত অভিজ্ঞ পাৰদৰ্শী পণ্ডিত আছিল বুলি বৰ্ণিত হৈছে। সেই নৰবাহনৰ প্রপ্রৌত্র বিষ্ণুপৰায়ণ মধুসূদনক ধৰ্মপালে দহহেজাৰ দোন ধান উৎপন্ন হোৱা ভূমি দান কৰিছিল। বলবৰ্মাৰ দ্বিতীয় তাম্রশাসনত "অশেষশ্রুতিশাস্ত্রবিৎ, যাগযজ্ঞকাৰী যজুৰ্বেদীয় কাণ্বশাখাধ্যায়ী গৰ্গ ব্রাহ্মণ আৰু তেওঁৰ পুত্র গভিষ্ঠিৰ বেদত্রয়ী সূক্ত আৰু স্বকৰ্ম পদ্ধতিত পাৰঙ্গত আছিল" বুলি উক্ত তাম্রশাসনত বৰ্ণনা কৰিছে।

তাম্রশাসনৰ পৰা উদ্ধৃত কৰা উদাহৰণাৱলীৰ পৰা এইটো প্রতীয়মান হয় যে প্রাচীন কামৰূপত বেদৰ অধ্যয়ন, অধ্যাপনা, মীমাংসা, ন্যায়, ব্যাকৰণ, অৰ্থশাস্ত্র, ধনুৰ্বেদ (ৰণবিজ্ঞান), বেদাঙ্গ (শিক্ষা, কল্প, নিৰুক্ত, জ্যোতিষ, ব্যাকৰণ আৰু ছন্দ) আদিৰ চৰ্চা, যজ্ঞীয় কৰ্মানুষ্ঠানৰ অনুশীলন যথেষ্ট ভাৱে হৈছিল। ৰজাসকলৰ বৰ্ণনা প্রসঙ্গত তেওঁলোক বৰ্ণ আৰু আশ্রম ধৰ্মৰ সংৰক্ষণকাৰী বুলিও উল্লেখ আছে। তাৰ পৰা এই কথা বুজিব পাৰি যে ব্রহ্মচৰ্য (বিদ্যালাভৰ কাল), গাৰ্হস্থ্য, বানপ্রস্থ আৰু যতী—এই চাৰি আশ্রমৰ সুব্যৱস্থা কৰিছিল আৰু বৰ্ণভেদে যি যেনে শিক্ষা পাব লাগে সেই শিক্ষাৰ ব্যৱস্থা আছিল।

প্ৰাচীন কামৰূপত স্মৃতিশাস্ত্ৰৰ অধ্যয়ন আৰু অধ্যাপনাই বিশেষ গুৰুত্ব লাভ কৰা যেন অনুমান হয়। থলুৱা অধিবাসীসকলক আৰ্য্যধৰ্ম্মৰ ভিতৰুৱা কৰিবৰ উদ্দেশ্যে মন্বাদি ধৰ্মশাস্ত্ৰৰ ওপৰত নিবন্ধ ৰচনা কৰি এই দেশৰ সকলোৱে অনুসৰণ কৰিব পৰা বিধি-নিষেধৰ ব্যৱস্থা কৰিছিল। প্ৰয়োজন অনুসৰি প্ৰাচীন ধৰ্মশাস্ত্ৰই স্বীকাৰ নকৰা অথচ আমাৰ দেশৰ উপযোগী ব্যৱস্থাও নিবন্ধাৱলীত দাঙি ধৰিছিল। দশম শতিকাৰপৰা পঞ্চদশ শতিকাৰ ভিতৰত কেবাজনো প্ৰসিদ্ধ স্মৃতিনিবন্ধকাৰ কামৰূপত উদ্ভৱ হৈছিল। এই স্মৃতিশাস্ত্ৰৰ চৰ্চাই চূড়ান্ত ৰূপ পায় মহামহোপাধ্যায় পীতাম্বৰ সিদ্ধান্তবাগীশৰ ২৮খন স্মৃতিনিবন্ধত। এই স্মৃতিশাস্ত্ৰ আৰু তাৰ অধ্যয়নৰ লগত ঘনিষ্ঠভাৱে জড়িত মীমাংসা শাস্ত্ৰৰ চৰ্চা আৰু অধ্যয়ন প্ৰাচীন কামৰূপৰ শিক্ষাব্যৱস্থাৰ অন্যতম প্ৰধান বৈশিষ্ট্য। প্ৰাচীন কামৰূপৰ প্ৰসিদ্ধ স্মৃতি-নিবন্ধকাৰসকলৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য কবিভাৰতী, বেদাচাৰ্য্য, নীলাম্বৰাচাৰ্য্য, ৰাজগুৰু দামোদৰ মিশ্ৰ, শ্ৰীধৰ ভট্ট আৰু সৰ্বশেষত পীতাম্বৰ সিদ্ধান্তবাগীশ আৰু শম্ভুনাথ উল্লেখযোগ্য। এই নিবন্ধকাৰসকলে তেওঁলোকৰ গ্ৰন্থৰ যিমানবোৰ পুৰাণ, ধৰ্মশাস্ত্ৰ, তন্ত্ৰ, দৰ্শনশাস্ত্ৰাদিৰ উদ্ধৃতি দিছে তাৰপৰা কামৰূপীয় পণ্ডিতৰ অধ্যয়নৰ বিশাল পৰিসৰ আৰু সেইবোৰ গ্ৰন্থ যে প্ৰাচীন কামৰূপত অধীত হৈছিল তাৰ প্ৰমাণ পোৱা যায়। কবি ভাৰতীৰ 'মথপ্ৰদীপ', বেদাচাৰ্য্যৰ 'স্মৃতি ৰত্নাকৰ', নীলাম্বৰাচাৰ্য্যৰ 'কালকৌমুদী', 'শ্ৰাদ্ধপ্ৰকাশ', 'চন্দ্ৰপ্ৰভা' আৰু বিষ্ণুপুৰাণৰ টীকা 'অংশ প্ৰকাশিকা', দামোদৰ মিশ্ৰৰ 'স্মৃতিগঙ্গাজল', 'স্মৃতি সাগৰসাৰ' শ্ৰীধৰ ভট্টৰ 'বৰ্ষপ্ৰদীপ' আৰু পঞ্চদশ শতিকাৰ পীতাম্বৰ সিদ্ধান্ত বাগীশৰ ২৮খন কৌমুদী (দায় কৌমুদী, শ্ৰাদ্ধ কৌমুদী, মলমাস কৌমুদী, নিৰ্ণয় কৌমুদী, সম্বন্ধ কৌমুদী, তত্ত্ব কৌমুদী, আহ্নিক কৌমুদী, বিবাদ কৌমুদী, অশৌচ কৌমুদী, তিথি কৌমুদী, প্ৰেতকৌমুদী, শুদ্ধি কৌমুদী, পঞ্চযজ্ঞ কৌমুদী, বৃষোৎসৰ্গ কৌমুদী, দীক্ষা কৌমুদী, জন্মাষ্টমী কৌমুদী, সংক্ৰান্তি কৌমুদী, তীৰ্থ কৌমুদী, দশকৰ্ম কৌমুদী, প্ৰমাণ কৌমুদী, পত্ৰ কৌমুদী, প্ৰায়শ্চিত্ত কৌমুদী, জ্যোতিষ কৌমুদী, দণ্ডকৌমুদী, দীব্য কৌমুদী, সাক্ষ্য কৌমুদী, ব্যৱহাৰ কৌমুদী, কৃত্য কৌমুদী) এই সকলোবোৰ গ্ৰন্থ এতিয়া দুষ্প্ৰাপ্য, দহ-বাৰখন এতিয়ালৈকে উদ্ধাৰ হৈছে। আন এটা মত হল যে তেওঁ ২৮খন কৌমুদী প্ৰণয়ন কৰা নাছিল, ১৮খনহে প্ৰণয়ন কৰিছিল। স্মৃতি-নিবন্ধকাৰসকলৰ আত্মপৰিচয়চয়সূচক বৰ্ণনাৰপৰা জনা যায় তেওঁলোক পুৰুষানুক্ৰমে পণ্ডিতবংশৰ লোক আছিল। নীলাম্বৰাচাৰ্য কবিভাৰতী, বৈদাচাৰ্য্য আদিয়ে পিতৃমুখৰপৰাই শাস্ত্ৰ অধ্যয়ন কৰি পাণ্ডিত্য লাভ কৰিছিল। এওঁলোক প্ৰত্যেকেই

শিষ্য পৰম্পৰাৰ যোগেদি শাস্ত্ৰ-অধ্যয়ন-অধ্যাপনাৰ ঐতিহ্য অব্যাহত ৰাখিছিল বুলি ভাবিব পাৰি। বেদাচাৰ্য্যৰ তলৰ শ্লোকটোৱে ওপৰৰ উক্তি সমৰ্থন কৰে ঃ

বংশে তস্যৈব শুদ্ধে জলনিধিসদৃশেঽতিস্মৰশ্মিযথাভূৎ
বেদে শাস্ত্ৰে চ নিষ্ঠঃ বিবিধগুণযুতঃ শ্ৰীযুতঃ শুদ্ধভাবঃ।
যস্যাস্যাম্ভোজাদ্ বিদিত্বা শ্ৰুতিৰসকুশলা ভূমিদেৱা বভূবুঃ
বিষ্ণুপাধ্যায়দেৱো বিবিধবিধগুৰুকৰ্ম্মবাদী কৃপালুঃ॥
তস্যাত্মজ সৰ্বজনানুৰক্তঃ স্বাধ্যায়যুক্তেঽস্বজনেষু সক্তঃ।
অখণ্ডৰূপাণি বসন্তি যস্মিন্ বেদাদিশাস্ত্ৰাণি ৱৰাণি কিঞ্চিৎ॥
বেদাচাৰ্য্যেণ তেনৈৱ শিষ্য দীনাং কুতূহলাৎ।
সঙ্ক্ষিপ্য বিস্তৰং শাস্ত্ৰং গ্ৰন্থঃ সংগ্ৰহতোঽধুনা॥

ওপৰৰ উদ্ধৃতিৰপৰা কেবাটা কথা স্পষ্ট হৈ পৰে। প্ৰথমতঃ, বেদ শাস্ত্ৰাদিৰ অধ্যয়ন-অধ্যাপনা, দ্বিতীয়তঃ বেদাচাৰ্য্যৰ পৰিয়ালৰ শ্ৰুতিস্মৃতিজ্ঞান আৰু তৃতীয়তঃ ছাত্ৰ বা শিষ্যৰ সুবিধাৰ অৰ্থে বিস্তৰ শাস্ত্ৰৰ সাৰ- সংগ্ৰহপূৰ্বক গ্ৰন্থপ্ৰণয়ন—এই তিনিটা কথা প্ৰমাণিত হয়। বেদাচাৰ্য্যৰ টোলত স্মৃতি অধ্যাপন আৰু অধ্যয়ন হৈছিল কাৰণেই ছাত্ৰৰ উপযোগী কৰি 'স্মৃতিৰত্নাকৰ' ৰচিত হৈছিল। কবিভাৰতীয়ে 'মখপ্ৰদীপ'ত পূৰ্বপুৰুষসকলৰ বৰ্ণনা দি লেখিছে যে প্ৰত্যেকজনেই 'শাস্ত্ৰনদীষু পাৰগঃ' আছিল।

প্ৰাচীন কামৰূপত স্মৃতি-অধ্যয়ন-অধ্যাপনাৰ প্ৰমাণ দিয়ে এই ৰাজ্যতে সম্ভৱতঃ কামৰূপী পণ্ডিতৰ দ্বাৰাই ৰচিত হোৱা বিশাল স্মৃতিগ্ৰন্থ 'আঙ্গিৰস ধৰ্মশাস্ত্ৰই।' এই গ্ৰন্থৰ খণ্ডিত পুথিখনতে প্ৰায় চাৰি হেজাৰ শ্লোক আছে। এই গ্ৰন্থৰ অন্যতম বৈশিষ্ট্য হৈছে যে অসমত প্ৰচলিত ধৰ্মাচৰণ, আচাৰ-অনুষ্ঠানৰ সমৰ্থক শ্লোক যথেষ্ট পোৱা যায়। বেদাচাৰ্য্য, নীলাম্বৰাচাৰ্য্য আদি কামৰূপীয় নিবন্ধকাৰসকলে প্ৰচুৰ-ভাৱে ইয়াৰপৰা উদ্ধৃত দিছে; অন্য দেশীয় স্মৃতিনিবন্ধকাৰসকলে ইয়াৰপৰা বহুল উদ্ধৃতি দিয়া নাই। পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীয়ে সেই কাৰণেই এই স্মৃতিগ্ৰন্থ অসমীয়া পণ্ডিতৰ কীৰ্ত্তি বুলি ধাৰণা কৰিছে। এই গ্ৰন্থ নবম-দশম শতিকাৰ পাছৰ নহয়, কিয়নো একাদশ-দ্বাদশ শতিকাৰ গ্ৰন্থত ইয়াৰ উদ্ধৃতি পোৱা যায়।

প্ৰাচীন কামৰূপত পুৰাণ অধ্যয়ন, পুৰাণ চৰ্চা আৰু পুৰাণ ৰচনাই পণ্ডিতসকলৰ বিশেষ দৃষ্টি আকৰ্ষণ কৰিছিল। ৰজা-ৰাজানক আদি ক্ষত্ৰিয়সকলৰ পুৰাণপাঠ আৰু শ্ৰৱণ শিক্ষাৰ অঙ্গ আছিল। পুৰাণবক্তা সূতসকল ব্ৰাহ্মণ নাছিল, কিন্তু সকলোবোৰ পুৰাণৰে ৰচক বুলি ব্যাসদেৱক কোৱা হয়। বহুতে ব্যাস শব্দটো সংগ্ৰাহক-সম্পাদক

অৰ্থতেই লব খোজে কোনো ব্যক্তি বিশেষক 'ব্যাস' শব্দই নিৰ্দ্দেশ নকৰে। কৃষ্ণ দ্বৈপায়ন সম্ভৱতঃ প্ৰথম ব্যাস আছিল। গতিকে পুৰাণবোৰৰ প্ৰধান উদ্দেশ্য হল কাহিনীৰ যোগেদি জনসাধাৰণক ধৰ্ম-অৰ্থ-কাম-মোক্ষৰ বিষয়ে শিক্ষা দিয়া। প্ৰসঙ্গক্ৰমে সৃষ্টি, প্ৰলয় ৰজাসকলৰ বংশানুকীৰ্ত্তন, ধৰ্মাচৰণ, সাম্প্ৰদায়িক সাধনা, আচাৰ পদ্ধতি, দৰ্শন সম্পৰ্কেও জনসাধাৰণক আভাস দিয়া ইয়াৰ উদ্দেশ্যে। পুৰাণবোৰ সেই কাৰণে শিক্ষাৰ অন্যতম উৎস। সৰ্বভাৰতীয় স্বীকৃতি লাভ কৰা বিভিন্ন মহাপুৰাণ আৰু উপপুৰাণৰ চৰ্চা বা অধ্যয়ন হোৱাৰ প্ৰমাণ প্ৰাচীন কামৰূপীয় গ্ৰন্থসমূহে দাঙি ধৰে। 'স্বল্প মৎস্য পুৰাণ', 'কালিকা পুৰাণ', 'ধৰ্ম পুৰাণ' অসমতে ৰচিত হৈছিল। 'স্বল্প মৎস্য পুৰাণ' আৰু 'কালিকা পুৰাণ' দশম শতিকামানত আৰু ধৰ্ম পুৰাণ দ্বাদশ ত্ৰযোদশ শতিকামানত ৰচিত হয় বুলি পণ্ডিত সকলৰ অভিমত। 'স্বল্প মৎস্য পুৰাণ' আৰু 'ধৰ্মপুৰাণ'ত ধৰ্মশাস্ত্ৰ বা স্মৃতিশাস্ত্ৰত আলোচিত হোৱা বহুকথাই সন্নিবিষ্ট হৈছে। এই পুৰাণ কেইখনৰ ধৰ্মাচৰণ, সাধন পদ্ধতি, কথাকেই যে কেৱল পাওঁ এনে নহয়, সেই সময়ত কামৰূপ বা পূৰ্বাঞ্চলত কি কি শাস্ত্ৰ, কি কি দৰ্শন, কি কি কাব্য-নাটক আদিৰ চৰ্চা হৈছিল তাৰ আভাস পোৱা যায়। উদাহৰণ স্বৰূপে কালিকা-পুৰাণত 'কুমাৰসম্ভৱ' মাঘৰ 'শিশুপাল বধ'ৰ প্ৰভাৱ লক্ষ্য কৰা যায়। স্মৃতি-নিবন্ধবোৰত মীমাংসা, ন্যায় আদি দৰ্শনৰ প্ৰভাৱ পৰিলক্ষিত হয়।

প্ৰাচীন কামৰূপত বিভিন্ন দৰ্শনৰ সম্যক চৰ্চা হৈছিল আৰু সেই দৰ্শনশাস্ত্ৰসমূহৰ বিষয়ে শিক্ষাদানৰ ব্যৱস্থাও আছিল সেই সম্পৰ্কে সন্দেহৰ অৱকাশ নাই। ভাস্কৰ-বৰ্মাৰ দুবি শাসনত পোৱা যায় যে ৰজা সুস্থিত বৰ্মাই নানাশাস্ত্ৰ অধ্যয়ন কৰি পদাৰ্থৰ বিষয়ে যথাৰ্থ জ্ঞান লাভ কৰিছিল আৰু বেদ অধ্যয়ন কৰিছিল। ব্যাকৰণৰূপী মহোৰ্মিৰে তৰঙ্গিত, ন্যায়শাস্ত্ৰৰূপ তিমি মাছেৰে বিক্ষুব্ধ, সাংখ্যৰূপ কুম্ভীৰেৰে ভয়ংকৰ, মীমাংসাৰূপ অগাধ জলৰাশীৰে আন্দোলিত, বেদান্তৰূপ ফেনফোটোকাৰে বান্ধিত মহাজ্ঞানসমুদ্ৰ তেওঁ অতিক্ৰম কৰিছিল। মহাৰাজ ইন্দ্ৰপালে পদশাস্ত্ৰ (ব্যাকৰণ), বাক্যশাস্ত্ৰ (মীমাংসা), তৰ্কশাস্ত্ৰ (ন্যায়-বৈশেষিক) তন্ত্ৰৰূপ প্ৰবাহৰ সুবিশাল নদীবোৰত অৱগাহন কৰি দুব দি অতিক্ৰম কৰিছিল বুলি তেওঁৰ প্ৰথম শাসনত উল্লেখ আছে। সুস্থিতবৰ্মা আৰু ইন্দ্ৰপালে ওপৰত উল্লেখ কৰা সকলোবোৰ অধ্যয়ন কৰাটো প্ৰশস্তি ৰচনাকাৰৰ অতিৰঞ্জিত বৰ্ণনা বুলি তৰ্কৰ খাটৰত ধৰি ললেও এই কথা অস্বীকাৰ কৰিবৰ উপায় নাই—যে সেই ৰজাৰ দিনত ব্যাকৰণসহ সকলো কেইখন দৰ্শনৰ চৰ্চা আৰু অধ্যয়নৰ ব্যৱস্থা কামৰূপত আছিল।

বেদান্তৰ অধ্যয়ন, বিশেষকৈ অদ্বৈত বেদান্ত অধ্যয়নৰ ঐতিহ্য প্ৰাচীন বুলি

ভাবিবৰ যথেষ্ট থল আছে। বনমালৰ প্ৰথম শাসনৰ নটৰাজ মহাদেৱৰ স্তুতিবাচক প্ৰথম শ্লোকটোত দ্ৰষ্টা আৰু দৃশ্যৰ অভেদত্ব দৰ্শাই অদ্বৈততত্ত্বৰ সূচনা কৰিছে। বল-বৰ্মাৰ নগাঁও শাসনত ৰজা বনমালে অনশন ব্ৰতৰ দ্বাৰা মহাদেৱৰ তেজত লীন হোৱা কথাষাৰে অদ্বৈতবাদৰ আভাস দিয়ে। 'কালিকা-পুৰাণ', 'স্বল্পমৎস্য পুৰাণ' আদি দ্বাদশ শতিকাৰ আগৰ গ্ৰন্থত অদ্বৈত বেদান্ত ( বিবৰ্ত্তনবাদ ), স্থান বিশেষে সাংখ্য-দৰ্শনৰ পৰিণামবাদৰো উল্লেখ পোৱা যায়। কালিকা পুৰাণৰ তলত উদ্ধৃত কৰা শ্লোক দুটাই অদ্বৈতবাদৰ ইঙ্গিত দিয়ে।

(১) একং শিৱং শান্তমনন্তমচ্যুতং পৰাৎ পৰং জ্ঞানময়ং বিশেষম্।
অদ্বৈতমব্যক্তমচিন্ত্যৰূপং সাৰস্বেকস্মাপ্তি সাৰং তদন্যং ॥

(২) নিৰাকাৰং নিৰাধাৰং নিঃসত্ত্বিমৱগ্ৰহম্।
আনন্দময়মদ্বৈতং দ্বৈতহীনং বিশেষণম্ ॥

পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীয়ে স্বল্প মৎস্য পুৰাণৰ মঙ্গলাচৰণ শ্লোকৰ উদ্ধৃতি দি অদ্বৈতবাদৰ ৰজ্জুত সৰ্পভ্ৰমৰ উদাহৰণ দাঙি ধৰিছে। তেখেতে 'স্বল্প মৎস্য পুৰাণ'ৰো বচন উদ্ধৃত কৰি প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছে যে অদ্বৈতবাদৰ পৰম্পৰা অসমত অন্ততঃ দশম শতিকাৰ পৰাই প্ৰচলিত হৈ আহিছিল। ১৪শ-১৫শ শতিকাৰ স্মৃতিপণ্ডিত দামোদৰ মিশ্ৰই শংকৰাচাৰ্য্যৰ 'হস্তামলক স্তোত্ৰ'ৰ টীকা লেখি অদ্বৈতবাদ প্ৰতিষ্ঠাত সহায় কৰে। এইবোৰ উদাহৰণৰপৰা সহজে অনুমেয় যে বেদান্তৰ অনুশীলন আৰু শিক্ষা অসমত পুৰণি কালত যথেষ্ট হৈছিল।

প্ৰাচীন কামৰূপৰ শিক্ষাৰ অন্যতম উল্লেখযোগ্য শাখা হৈছে তন্ত্ৰ। কামৰূপ তন্ত্ৰপ্ৰধান দেশ বুলি সৰ্বভাৰততে প্ৰাচীন কালৰপৰাই খ্যাতি আছে। বিদ্যাৰণ্য ( মাধৱাচাৰ্য ) ৰচিত 'শংকৰ দিগ্বিজয়' গ্ৰন্থত উল্লেখ আছে যে শংকৰাচাৰ্য্যৰ লগত কামৰূপৰ তান্ত্ৰিক পণ্ডিত অভিনৱ গুপ্তই তৰ্কত বলে নোৱাৰি অভিচাৰমন্ত্ৰৰ দ্বাৰা শংকৰাচাৰ্য্যক মাৰাত্মক ব্যাধিৰ কবলত পেলাইছিল। এই অভিনৱ গুপ্ত কাশ্মীৰৰ প্ৰসিদ্ধ দাৰ্শনিক আৰু আলঙ্কাৰিক অভিনৱ গুপ্তৰ পৰা পৃথক। হিন্দু আৰু বজ্ৰযানী বৌদ্ধ তন্ত্ৰৰ প্ৰাদুৰ্ভাৱ অষ্টম-নৱম শতিকামানৰ পৰাই কামৰূপত লক্ষ্য কৰা যায়। 'যোগিনী-তন্ত্ৰ'ৰ এটা খণ্ড পাছত প্ৰক্ষিপ্ত হোৱা কাৰণে ইয়াক ষোড়শ শতাব্দীৰ ৰচনা বুলি ধৰা হয় যদিও ইয়াৰ এটা প্ৰাচীনতৰ সংস্কৰণ আছিল, কাৰণ চতুৰ্দ্দশ পঞ্চদশ শতিকাত ৰচিত হোৱা কোনো কোনো গ্ৰন্থত যোগিনীতন্ত্ৰৰ বচন বা শ্লোক উদ্ধৃত কৰা দেখা যায়। সিদ্ধ মচ্ছেন্দ্ৰনাথ ( মৎস্যেন্দ্ৰনাথ ) বিৰচিত 'কৌলজ্ঞান-নিৰ্ণয়', 'অকুলভৈৰৱতন্ত্ৰ', 'কামাখ্যাগুহ্যসিদ্ধি' গোৰক্ষনাথৰ 'গোৰক্ষ সংহিতা',

'কামৰত্নতন্ত্ৰ' আৰু বজ্ৰযানী সিদ্ধসকলে ৰচনা কৰা 'চৰ্য্যাপদ' সমূহে তন্ত্ৰসাধনা আৰু তন্ত্ৰানুশীলনৰ যথেষ্ট সন্ধেদ দিয়ে। অভিনৱ গুপ্তৰ তন্ত্ৰালোকৰ টীকাত উল্লেখ কৰিছে যে সিদ্ধ মীননাথে ভৈৰব-ভৈৰবীৰপৰা লাভ কৰা কোলমত কামৰূপত প্ৰচাৰ কৰে। 'কৌলজ্ঞান নিৰ্ণয়'ত কৈছে যে কামৰূপত কৌলতন্ত্ৰ শাস্ত্ৰ যোগিনীসকলৰ ঘৰে ঘৰে প্ৰচলিত আছিল ( কামৰূপে ইয়ং শাস্ত্ৰং যোগিনীনাং গৃহে গৃহে )। তন্ত্ৰ-শাস্ত্ৰমতে কামৰূপ, পূৰ্ণগিৰি উড্ডীয়ানা আৰু জালন্ধৰ তন্ত্ৰ সাধনাৰ উৎকৃষ্ট পীঠ। গতিকে তন্ত্ৰ ৰচনা, তন্ত্ৰ সাধনা আৰু তান্ত্ৰিক শিক্ষা যে বিশেষ ধৰণে কামৰূপত অনুষ্ঠিত হৈছিল সেই বিষয়ে দ্বৈধ মতৰ স্থান নাই।

চিকিৎসা শাস্ত্ৰ বা আয়ুৰ্বেদ-শিক্ষা সম্বন্ধে বিশেষ সন্ধেদ পোৱা নাযায় যদিও অসমত পৰম্পৰাগতভাৱে চলি অহা আয়ুৰ্বেদ-নিদান শাস্ত্ৰসমূহে প্ৰাচীন ঐতিহ্য সূচনা কৰে। পালকাপ্য মুনিৰ 'হস্ত্যায়ুৰ্বেদ' হস্তীচিকিৎসাৰ প্ৰাচীনতম গ্ৰন্থ। এই গ্ৰন্থ অসমতে ৰচিত হৈছিল বুলি স্থানান্তৰত উল্লেখ কৰা হৈছে। পৰবৰ্ত্তীকালত ৰচিত হোৱা 'হস্তীবিদ্যাৰ্ণৱ', 'ঘোৰানিদান' আদি গ্ৰন্থই পশু চিকিৎসাৰ প্ৰাচীন ধাৰাকে অব্যাহত ৰাখিছিল বুলি কলে বোধকৰো ভুল নহ'ব, 'চৰক সংহিতা', সুশ্ৰুত সংহিতাৰ অধ্যয়ন-অধ্যাপনৰ উপৰিও পৰবৰ্ত্তী আয়ুৰ্বেদ সম্বন্ধীয় গ্ৰন্থৰ ভেটিত কবিৰাজ বা আয়ুৰ্বেদ চিকিৎসক সকলে চিকিৎসাৰ এক স্থানীয় পৰম্পৰা গঢ়ি তুলিছিল। উজনি অসমৰ বেজবৰুৱা, ৰসেন্দ্ৰ বৰুৱা আৰু নামনিৰ কবিৰাজসকলে চিকিৎসাৰ এক স্বকীয় আয়ুৰ্বেদভিত্তিক ধাৰা বহন কৰি আহিছে। এই চিকিৎসা পদ্ধতিৰ ধাৰা প্ৰাচীন-কালৰপৰাই চলি অহা যেন ধাৰণা হয়। ডক্টৰ প্ৰতাপ চৌধুৰী আৰু কনকলাল বৰুৱাই 'যোগশতক' নামৰ চিকিৎসাগ্ৰন্থৰ প্ৰণেতা আৰু অসমত প্ৰচলিত 'নাগাৰ্জুন বড়ী'ৰ আৱিষ্কৰ্ত্তা নাগাৰ্জুন অসমৰ লোক আছিল বুলি যুক্তি দাঙি ধৰিছে।

বাস্তু বিদ্যা (architecture) আৰু ভাস্কৰ্য্যৰ ক্ষেত্ৰত মধ্যযুগৰ অসমতকৈ প্ৰাচীন কামৰূপ বহুক্ষেত্ৰত আগবঢ়াহে আছিল। শিলৰ প্ৰাসাদ, মন্দিৰ আৰু মূৰ্ত্তি নিৰ্মাণৰ শিক্ষা দিবলৈ পৰ্য্যাপ্ত পৰিমাণৰ শিল্প-প্ৰশিক্ষণকেন্দ্ৰ আছিল। গুৱাহাটীৰ আশে-পাশে পৰি থকা কাৰুকাৰ্য্যখচিত শিলৰ ধ্বংসাৱশেষ, আমবাৰীত প্ৰাপ্ত বিভিন্ন দেৱতাৰ মূৰ্ত্তিপুঞ্জ তেজপুৰৰ কাষৰ বামুণী পাহাৰ, দহ-পৰ্বতীয়াৰ মন্দিৰ-প্ৰাসাদৰ ধ্বংসস্তূপ, দবকা-যোগীজান, নুমলীগড়, ইটানগৰ আদিত বিক্ষিপ্তভাৱে পৰি থকা মঠমন্দিৰ, মূৰ্ত্তি আৰু প্ৰাসাদস্তূপে বাস্তু বিদ্যা আৰু ভাস্কৰ্য শিক্ষাৰ উৎকৰ্ষতাৰ প্ৰমাণ দাঙি ধৰে। বনমাল বৰ্মাৰ তেজপুৰ শাসনত হিমালয়সদৃশ উচ্চ, হাটকেশ্বৰ শিৱৰ অতি-বিচিত্ৰ সুধাধবলিত সৌধ নিৰ্মাণ কৰাৰ কথা পোৱা যায়। বলবৰ্মাৰ হাওৰাঘাট দ্বিতীয়

তাম্ৰশাসনত উল্লেখ আছে যে বজা বনমালে শাৰী শাৰী অতুলনীয় ৰাজপ্ৰাসাদ নিৰ্মাণ কৰাইছিল, যিবিলাক আকাৰত আছিল বিশাল, নানা চিত্ৰযুক্ত আৰু জ্যোৎস্নাগত সুসমঞ্জস আছিল। বজা বত্নপালে তেওঁৰ ৰাজ্য সুধাধৱলিত শিৱমন্দিৰৰ দ্বাৰা সৌন্দৰ্যশালী কৰি তুলিছিল বুলি ইন্দ্ৰপালৰ শাসনত উল্লেখ আছে। ব্ৰহ্মা, সূৰ্য, বাসুদেৱ, বিষ্ণু আৰু বিষ্ণুৰ বিভিন্ন অৱতাৰ, শিৱৰ বিভিন্ন অভিব্যক্তি (অৰ্ধযুৱতীশ্বৰ নটৰাজ আদি) হৰিহৰ, দেৱীৰ বিভিন্ন অভিব্যক্তি (দুৰ্গা, পাৰ্বতী, চামুণ্ডা, একজটা ইত্যাদি) গণেশ, অগ্নি, কাৰ্ত্তিকেয়, ইন্দ্ৰ, কিন্নৰ, গন্ধৰ্ব আদিৰ বহু বিচিত্ৰ শিলৰ মূৰ্ত্তি বিভিন্ন প্ৰাচীন ধ্বংসস্তূপবপৰা আৱিষ্কৃত হৈছে। এই মঠমন্দিৰ, ৰাজপ্ৰাসাদ, ভাস্কৰ্য্য আমাৰ দেশৰ শিল্পী-কাৰিকৰেই নিৰ্মাণ কৰিছিল। প্ৰাচীন ভাৰতত আৰু অসমতো শিল্পী আৰু কাৰিকৰসকলৰ ব্যৱসায়িক সংঘ (guild)ৰ যোগেদি পুৰুষ-পৰম্পৰা শিল্পবিদ্যা সংক্ৰমিত হৈছিল। অসমতো শিল্পী, শিলাকুটীয়া, কাৰিকৰ-সকলৰ বিদ্যা ব্যৱসায়ভিত্তিক ৰূপত পিতাৰ পৰা পুত্ৰই নিশ্চয় লাভ কৰিছিল। এই বিদ্যা ব্ৰাহ্মণপ্ৰদত্ত নাছিল।

গান্ধৰ্ব বিদ্যা অৰ্থাৎ সঙ্গীত, নৃত্য আদি বিষয়ক জ্ঞান আৰু শিক্ষাৰ অনুশীলন হোৱাৰ প্ৰমাণ অপৰ্য্যাপ্ত নহলেও অভাৱ নহয়। বনমালৰ তাম্ৰশাসনৰ হাটকশূলীৰ মন্দিৰত দেৱদাসী, আৰু লৌহিত্যৰ বৰ্ণনা প্ৰসঙ্গত নট-নটী দলুহঙ্গনাৰ উল্লেখ কৰিছে। ভাস্কৰবৰ্মাৰ ৰাজসভাত চীন পৰিব্ৰাজক হিউৱেনচাঙক নৃত্যগীতেৰে আপ্যায়িত কৰা বুলি উক্ত পৰিব্ৰাজকৰ টোকাত উল্লেখ আছে। হাজোৰ মাধৱ আৰু ছুবিৰ পৰিহৰেশ্বৰ দেৱালয়ৰ দেৱদাসী নৃত্যৰ ঐতিহ্য অতি প্ৰাচীন। সম্ভৱতঃ দ্বাদশ শতিকামানৰ পৰাই এই নৃত্যৰ পৰম্পৰা চলি আহিছিল। দ্বাদশ শতিকাৰ আগৰ শিলৰ ভাস্কৰ্য্যত নৃত্য ৰত নৰ্তক-নৰ্তকী, বীণা, ডমৰু, শংখ, কালি, ঢোল মৃদঙ্গ আদি বাদ্যযন্ত্ৰই প্ৰাচীন কামৰূপত সঙ্গীতচৰ্চাৰ আভাস দিয়ে। পৰৱৰ্ত্তী কালৰ বৈষ্ণৱ সাহিত্যত নট-ভাট, বিভিন্ন বাদ্যযন্ত্ৰৰ প্ৰচুৰ উল্লেখ পোৱা যায়। কালিকাপুৰাণত আৰু বৌদ্ধ দোহাৱলীত বিভিন্ন উল্লেখ আৰু প্ৰয়োগ লক্ষ্য কৰা যায়। পঞ্চদশ ষোড়শ শতিকাত দুৰ্গাবৰ, মনকৰ, শঙ্কৰদেৱ, মাধৱদেৱ আদি প্ৰসিদ্ধ সঙ্গীতজ্ঞ সকলৰ উদ্ভৱে এই দেশত সঙ্গীতশিক্ষাৰ যে এটা প্ৰাচীন ধাৰা প্ৰৱাহিত হৈ আহিছিল তাৰ স্পষ্ট ধাৰণা দিয়ে।

অসমত জ্যোতিষ চৰ্চাৰ ইতিহাস অতি প্ৰাচীন। প্ৰাগ্‌জ্যোতিষ নামটোৱেই এই দেশত জ্যোতিষ চৰ্চাৰ ইঙ্গিত দিয়ে। চিত্ৰাচল পাহাৰৰ নৱগ্ৰহ দেৱালয়ক কেন্দ্ৰ কৰি ফলিত আৰু গাণিতিক জ্যোতিষৰ গভীৰ অধ্যয়ন আৰু চৰ্চা হৈছিল। প্ৰাচীন কালৰ পৰাই অসমত জ্যোতিষ-গণনা সৌৰবাদৰ ভেটিত প্ৰতিষ্ঠিত আছিল। জ্যোতিষ-চৰ্চা

বিশেষকৈ দৈৱজ্ঞসকলৰ আচ্ছুতীয়া বিদ্যা আছিল বুলি কব পাৰি। বৈদ্যদেৱৰ কামাউলি শাসনত দৈৱজ্ঞৰ উল্লেখ পোৱা যায়। প্ৰাচীন কামৰূপত সৌৰপূজা আৰু সৌৰসম্প্ৰদায় থকাৰ যথেষ্ট প্ৰমাণ পোৱা যায়। সম্ভৱতঃ শাকদ্বীপীয় সূৰ্য্যবিপ্ৰ বা দৈৱজ্ঞসকলেই কামৰূপত সৌৰবাদ আৰু জ্যোতিষ চৰ্চাৰ পৰম্পৰা আৰম্ভ কৰে। জ্যোতিষ সম্বন্ধীয় প্ৰাচীন কামৰূপীয় গ্ৰন্থৰ ভিতৰত 'কামৰূপ নিবন্ধনীয় খণ্ডসাধ্য' প্ৰাচীনতম ৰচনা। এই কৰণ-গ্ৰন্থ সপ্তম শতিকাত ৰচিত হয় ( খ্ৰিঃ ৬৬৫ )। ইয়াৰ বাহিৰেও পৰবৰ্ত্তী কালত কামৰূপত ভালেখিনি জ্যোতিষ-সম্বন্ধীয় গ্ৰন্থ ৰচিত হৈছিল আৰু জ্যোতিষৰ এক সম্প্ৰদায় ( school ) সৃষ্টি কৰিছিল। ব্ৰাহ্মণ দৈৱজ্ঞসকলৰ মাজতেই জ্যোতিষৰ শিক্ষা প্ৰধানকৈ সীমাবদ্ধ আছিল বুলি ধাৰণা হয়।

ব্ৰাহ্মণ, দৈৱজ্ঞ আৰু ক্ষত্ৰিয়—এই তিনি শ্ৰেণীৰ বাহিৰেও কায়স্থৰ মাজত শিক্ষাৰ অনুশীলন হৈছিল। বৈশ্য সম্পৰ্কে বিশেষ উল্লেখ পোৱা নাযায়। কায়স্থসকল লেখক আৰু হিচাপপত্ৰ কৰা লোক আছিল। পাছলৈ কায়স্থসকল এটা উপবৰ্ণ ( sub caste ) ৰূপে পৰিচিত হয়। শূদ্ৰকৰ 'মৃচ্ছকটিক' নাটত কায়স্থক লেখক-ব্যৱহাৰজীবীৰূপে উল্লেখ কৰিছে। ভাস্কৰ বৰ্মাৰ নিধনপুৰ শাসনত দুন্দুনাথ আৰু হৰদত্ত কায়স্থৰ উল্লেখ পোৱা যায়। কাৰণ বা কৰণিক বুলিও এটা লেখাপঢ়াৰ লগত সম্পৰ্ক থকা বৃত্তিয়াল বা কৰ্মচাৰী আছিল। কোনো কোনোৰ মতে কৰণো কায়স্থৰ দৰেই এটা জাত বা বৰ্ণ। এওঁলোক কায়স্থৰ সমধৰ্মী আছিল বুলি ধাৰণা কৰা হয়। কিন্তু নিধনপুৰ শাসনত উল্লেখ কৰা কৰণিকজন আছিল ব্ৰাহ্মণ জনাৰ্দ্দন স্বামী। যি হওক, কায়স্থ আৰু কৰণিক বৃত্তিগত হওক বা বৰ্ণগত হওক, তেওঁলোকৰ মাজত ব্যৱহাৰিক শিক্ষা প্ৰচলিত আছিল। আনবোৰ উপবৰ্ণৰ মাজত শিক্ষা কিমানদূৰ বিস্তাৰিত হৈছিল জনা নাযায়, যদিও এইটো অনুমান কৰিলে ভুল নহব যে সাধাৰণ জনতাৰ মাজত বৃত্তিগত ( professional ) শিক্ষাৰ বাহিৰে উচ্চ শিক্ষাৰ বা বৌদ্ধিক শিক্ষাৰ প্ৰসাৰ বিশেষ নঘটিছিল।

হৰফ বা লিপিৰ উদ্ভৱৰ আগতে শিক্ষা মুখে মুখে পুৰুষানুক্ৰমে সঞ্চাৰিত হৈছিল। লিপিৰ বিকাশৰ লগে লগে পুথিগত শিক্ষাৰ প্ৰচলন হবলৈ আৰম্ভ কৰে। সেই অৱস্থাতো বহু কথা মুখে মুখে আবৃত্তিৰ মাধ্যমেদি শিষ্য বা ছাত্ৰসকলক প্ৰদান কৰিছিল। অসমত মহেন্দ্ৰ বা সুৰেন্দ্ৰ বৰ্মাৰ উমাচল লিপিয়েই সৰ্বপ্ৰাচীন বুলি এতিয়ালৈকে জনা যায়। লিপিৰ প্ৰচলনৰ লগে লগে অসমত সাঁচি পাতত পুথি লেখাৰ নিয়ম আৰম্ভ হয়। ভাস্কৰ বৰ্মাই হৰ্ষবৰ্দ্ধনলৈ পঠোৱা উপঢৌকনৰ ভিতৰত অগুৰু বল্কলত ( সাঁচিপাতত ) লেখা পুস্তকো আছিল। গতিকে খ্ৰীষ্টীয় সপ্তম

শতিকাৰ কিছু আগৰপৰাই কামৰূপ বা অসমত সাঁচিপাত ব্যৱহাৰ হবলৈ ধৰে। খাগৰি, ঢেকিয়ালতি, হাঁহৰ পাখি, বাঁহ, লোহা-পিতল আদিৰে লেখনী বা কলম আৰু শিলিখাৰ বস, গৰুমূত আদিৰ সংমিশ্ৰণত মাহি বা চিঞাহি প্ৰস্তুত কৰি লেখাৰ নিয়ম সৌ সিদিনালৈকে প্ৰচলিত আছিল। পুথিলেখকৰ উপৰিও লিপিকাৰসকলে পুথিৰ পাণ্ডুলিপি বা নকল প্ৰস্তুত কৰিছিল। তুলাপাত তৈয়াৰ কৰা পদ্ধতি ওলোৱাৰ পাছৰপৰা তুলাপাততো পুথি লেখাৰ প্ৰথা প্ৰচলিত হয়। অসমত ভূৰ্জপত্ৰ বা তাল-পাতৰ ব্যৱহাৰ দেখা নাযায়। তামৰ পাতত বা শিলত আখৰ কটা বিদ্যা পুৰণি কালৰপৰাই অসমত প্ৰচলিত হৈ আছে। তেওঁলোকক তক্ষকৰ সেক্যকাৰ বুলিছিল। পুৰণি অসমৰ ৰাজশাসনবোৰ এওঁলোকেই উৎকীৰ্ণ কৰিছিল।

---

# স্থাপত্য আৰু ভাস্কৰ্য্য

মৃণাল দাস

প্ৰাচীন কামৰূপৰ স্থাপত্য ভাস্কৰ্য্য, তথা প্ৰাচীন ভাৰতীয় স্থাপত্য ভাস্কৰ্য্য অতি ঘনিষ্ঠ ভাবে সংশ্লিষ্ট। ঠোক ধৰা কল আৰু তাৰ ঢোকাডালৰ দৰে স্থাপত্যই ভাস্কৰ্য্যক গঢ়ি উঠিবলৈ দিয়ে আৰু ভাস্কৰ্য্য সংযোগ কৰিবলৈকে যেন স্থাপত্য ৰচিত হয়। এক কথাত প্ৰাচীন স্থাপত্য আৰু ভাস্কৰ্য্যৰ অবিচ্ছেদ্য এটা সম্বন্ধ আছে। তথাপিও ক'ব লাগিব যে স্থাপত্যৰ পৰৱৰ্তীতহে ভাস্কৰ্য্যৰ জন্ম।

স্থাপত্য এটা জাতিৰ এক বিৰাট সমূহীয়া শিল্প প্ৰচেষ্টা। এটা জাতিৰ ৰুচি, হৃদয়ৰ গভীৰতা অনুধাৱন কৰিবলৈ হলে, আমি সেই জাতিৰ স্থাপত্য কলাত প্ৰথমতে গুৰুত্ব আৰোপ কৰি আলোচনা আৰম্ভ কৰিব লাগিব। অকল ভাৰতীয় কলাৰ ক্ষেত্ৰতে নহয়, গ্ৰীক শিল্প, বৌদ্ধ শিল্প,—সকলো উন্নত জাতিৰ শিল্পত স্থাপত্যৰ ওপৰতে ভাস্কৰ্য্য বা চিত্ৰ-কলা সম্পাদন হোৱা দেখা যায়। আৰু এটা কথা,—এটা জাতিৰ অপসৰণীয় শিল্প সম্ভাৰ সমূহৰ, অনেক সম্পদ আজি জন্মস্থানতে থিত লাগি থকা নাই। অনেক সম্পদ বিজিগীষু দস্যু, লাভখোৰ বেপাৰী বা সনাহী তথাকথিত শিক্ষিত পৃষ্ঠপোষকে নানা স্বাৰ্থৰ বাবে তাক স্থানান্তৰ আৰু হস্তান্তৰ কৰিছে। কিন্তু অপসৰণ কৰিব পৰা নাই জাতিৰ স্থাপত্য সম্পদ। সেয়ে আজি তাজমহল, অজন্তাৰ গুহা আৰু সমগ্ৰ দেশৰ গজগজীয়া অসংখ্য মঠ মন্দিৰ আকাশত উন্নত শিৰে ভাৰতীয় শিল্পীৰ বিজয় নিচান উৰুৱাই আছে। প্ৰাচীন কামৰূপৰ অনেক মঠ মন্দিৰ প্ৰাকৃতিক দুৰ্য্যোগৰ সন্মুখীন হৈ পৃথিৱীৰ গৰ্ভত লুক্কায়িত হৈ আছে সঁচা, তথাপি যি কেইটা মঠ মন্দিৰ সংস্কৰণ লাভ কৰিও আজি তিষ্ঠি আছে, সেই কেইটাৰ স্থাপত্য আৰু ভাস্কৰ্য্যই আজি প্ৰাচীন কামৰূপৰ ব্ৰহ্মপুত্ৰ সভ্যতাৰ সাক্ষী বহন কৰি আহিছে।

অসমৰ স্থাপত্য বা ভাস্কৰ্য্যৰ ধাৰাবাহিক কোনো ইতিহাস ৰচনা কৰা হোৱা নাই। বিশেষকৈ, এতিয়ালৈকে আৱিষ্কৃত তেজপুৰৰ ওচৰৰ দহপৰ্বতীয়াৰ গুপ্ত যুগৰ শিলত কটা দুৱাৰখনৰ চৌকাঠৰ বাহিৰে, প্ৰাক্-গুপ্ত যুগৰ কোনো স্থাপত্য বা ভাস্কৰ্য্যৰ নিদৰ্শন অসমত আজিলৈকে আৱিষ্কৃত হোৱা নাই। সেই বুলি প্ৰাক্‌গুপ্ত-যুগত অসমত কোনো স্থাপত্য ভাস্কৰ্য্য কলাৰ চৰ্চা হোৱা নাছিল বুলি দাবি কৰলৈকো যুক্তি বিচাৰি পোৱা নেযায়। তাৰ মূল কাৰণ হ'ল অসমত প্ৰকৃতিৰ ধ্বংসলীলা অতীত কালৰ পৰাই অবিৰাম ভাবে চলি আহিছে। অসমত আজিকোপতি বিজ্ঞান-

সম্যক ভাবে খননকাৰ্য পৰিচালনা কৰা হোৱা নাই। সেয়ে দেশ দেখকৈ ভূগৰ্ভস্থিত স্থাপত্য ভাস্কৰ্য্যৰ অমূল্য বস্তুৰাজি উদ্ধাৰ কৰিব পৰা হোৱা নাই। "আৰ্কিয়লজিকেল চাৰ্ভে অব্ ইণ্ডিয়াৰ" পূৰ্ব মণ্ডলৰ বিশিষ্ট বিষয়া আৰ, ডি, বেনাৰ্জীয়ে বিভাগীয় ১৯২৪-২৫ চনৰ বছেৰেকীয়া প্ৰতিবেদনত মন্তব্য কৰি কৈছে যে ভাৰতৰ ভিতৰত কেৱল অসমৰ স্থাপত্য আৰু ভাস্কৰ্য্যৰ ইতিহাস এক প্ৰকাৰ অপ্ৰকাশিত আৰু অজ্ঞানিত হৈ আছে। অসমৰ শাসক সকলৰ ধাৰাবাহিক ইতিহাস সপ্তম শতিকাৰ মাজভাগৰপৰা দ্বাদশ শতিকাৰ শেষলৈকে এতিয়াও খেলিমেলি অৱস্থাতে আছে। বিশেষকৈ, এই যুগৰ স্থাপত্য আৰু ৰূপায়িত চাক্ষুষ কলাৰ সন্ধেদ সম্পূৰ্ণ অন্ধকাৰৰ গৰ্ভত। অৱশ্যে মাজে সময়ে অ'ত ত'ত হঠাৎ আবিষ্কৃত ভাস্কৰ্য্যৰ নিদৰ্শনে অসমৰ মধ্যযুগৰ স্থাপত্য আৰু ভাস্কৰ্য্যৰ উত্তৰ ভাৰতৰ সাধাৰণ স্থাপত্য আৰু ভাস্কৰ্য্যৰ লগত সম্বন্ধ আছিল বুলি সাব্যস্ত কৰিছে। অসমত যে খনত কাৰ্য্য উদ্দেশ্যসহকাৰে আৰু বৈজ্ঞানিক পদ্ধতিত বহুল ভাবে হোৱা নাই, এই কথা জ্বলন্ত সত্য। সোঁসিদিনা উদ্ধাৰ পোৱা গুৱাহাটীৰ আমবাৰীৰ আৰু অৰুণাচলৰ মালিনী থানৰ সম্পদৰাশিয়ে এই সত্য সুপ্ৰতিষ্ঠিত কৰিছে। দ্বিতীয়তে, অসমৰ স্থাপত্য আৰু ভাস্কৰ্য্য তথা অন্যান্য কলা, ভাৰতীয় শিল্প-কলাৰ একেটা সুঁতিতে প্ৰবাহিত সম্পদ, কাৰণ প্ৰাচীন কামৰূপ প্ৰাচীন ভাৰতৰ ভৌগোলিক আৰু সাংস্কৃতিক মানচিত্ৰৰ অন্তৰ্ভুক্ত দেশ। ভাৰতীয় সংস্কৃতিৰ ধাই সুঁতিটো অসমৰ মাজেৰে কোন কাহানিবা কালৰ পৰা প্ৰবাহিত হৈ আহিছে। অসমত অষ্ট্ৰিক, দ্ৰাবিৰ, মঙ্গলীয় আৰু আৰ্য সংস্কৃতিৰ অৱদান যি পৰিমাণেই নেথাকক,—থূলমূল ভাবে অসমৰ প্ৰাচীন সংস্কৃতি হৈছে বৌদ্ধ-হিন্দু সংস্কৃতি কেৱল স্থানীয় বাতাবৰণৰ কাৰণে ই যৎসামান্য নিজস্ব সুকীয়া বৈশিষ্ট্য হয়তো গ্ৰহণ কৰিছে আৰু এই বৈশিষ্ট্যৰ বাবে প্ৰাচীন কামৰূপৰ সংস্কৃতিক ব্ৰহ্মপুত্ৰ সংস্কৃতি বুলি নামকৰণ কৰাটো আমাৰ বোধেৰে একো অযুক্তিকৰ নহ'ব।

অসমৰ স্থাপত্য আৰু ভাস্কৰ্য্যৰ পম খেদি গলে পোন প্ৰথমতে পাম পৰ্বত আৰু পৰ্বতৰ নামনিত সিচঁৰিত হৈ থকা কেতোবোৰ দেওশিল। এই দেওশিলবোৰ কিছুমান থিয়ই মাটিত পোটা আৰু কিছুমান চেপেতা শিল পিৰাখনৰ দৰে পাৰি থোৱা। এই শিলবোৰত দৰাচলতে স্থাপত্য বা ভাস্কৰ্য্যৰ তেনে কোনো লক্ষণ নাই। তথাপি স্মৃতি-ৰক্ষাৰ ফালৰ পৰা শিলবে যুগমীয়াকৈ থোৱা ই প্ৰথম পদক্ষেপ। প্ৰত্নতাত্ত্বিক হাটন আৰু মিল চাহাবৰ মতে থিয় শিলবোৰ পুৰুষৰ প্ৰতীক আৰু পথালি চেপেতা শিলবোৰ স্ত্ৰীৰ প্ৰতীক। আৰ্য্য সংস্কৃতিৰ স্থাপত্য প্ৰথম নিদৰ্শন যজ্ঞকুণ্ড প্ৰাচীন কামৰূপ কোনো ঠাইত আজিলৈকে আবিষ্কৃত হোৱা নাই। ভাৰতীয়

স্থাপত্যত শিলকাটি গুহা নিৰ্মাণ কৰি আবাস স্থান কৰা উদাহৰণ হ'ল ইলোৰা আৰু অজন্তা। কামৰূপত উন্নত স্থাপত্য ভাস্কৰ্য্যৰে সমৃদ্ধ তেনে ধৰণৰ গুহা নাই। গোৱালপাৰাৰ যোগীযোপা পাহাৰৰ গুহাবোৰ সৰু সৰু। এই গুহাবোৰ তান্ত্ৰিক বৌদ্ধ যুগৰ বুলি মতামত প্ৰকাশ কৰা হৈছে। ইয়াৰ নিৰ্মাণ কাল নৱম দশম শতিকা হ'ব পাৰে বুলি পণ্ডিতসকলে মত প্ৰকাশ কৰিছে। এই গুহাবোৰত ভাস্কৰ্য্যৰ কোনো সম্পদ সংশ্লিষ্ট হৈ থকা নাই। পৌৰাণিক কাহিনীমতে কামৰূপৰ নৰকাসুৰে পৰ্বত বেষ্টিত এক অভেদ্য দুৰ্গ সদৃশ এক প্ৰাসাদত বাস কৰিছিল। হিউৱেনচাঙে কামৰূপাধিপতি ভাস্কৰবৰ্মণৰ ৰাজসভাত নৃত্যগীত নিবেদন কৰিব পৰা ব্যৱস্থা আছিল বুলি উল্লেখ কৰি গৈছে। প্ৰাচীন কামৰূপৰ প্ৰাগজ্যোতিষপুৰ, শোণিতপুৰ আৰু শ্ৰীদুৰ্জয় ( ৰত্নপালৰ ৰাজধানী ) আদি নগৰত অসংখ্য অট্টালিকা আৰু প্ৰাসাদ আছিল। শ্ৰীদুৰ্জয় নগৰত হেনো অতবোৰ আকাশ লংঘা অট্টালিকা আছিল যে তলৰ পৰা বেলিটোকো দৃষ্টিগোচৰ কৰা সহজ নাছিল। ৰত্নপালৰ নাতি ইন্দ্ৰপাল ৰজাৰ ৰাজসভাৰ মজিয়াখন মৰ্মৰ খচিত বিচিত্ৰ কাৰুকাৰ্য্য পূৰ্ণ মজিয়া আছিল বুলি জনা যায়। তৃতীয়া বলবৰ্মণৰ ফলিৰ মতে বনমাল বৰ্মণ ৰজাই অনেক খোটালীৰে অলংকৃত এক বিৰাট প্ৰাসাদ নিৰ্মাণ কৰাইছিল। তেজপুৰৰ বৰ্ত্তমান কাছাৰীঘৰ নিৰ্মাণ কৰোঁতে আবিষ্কৃত হোৱা ধ্বংসস্তূপৰ স্থাপত্য ভাস্কৰ্য্যৰ অনেক আহিলাপাতি বনমাল বৰ্মণে নিৰ্মাণ কৰা উপৰুক্ত ৰাজপ্ৰাসাদৰ ধ্বংসাৱশেষ বুলি অনুমান কৰা হৈছে।

প্ৰাক আহোম যুগৰ বৌদ্ধ স্থাপত্যৰ কোনো নিদৰ্শন বৰ্ত্তমানে তেনেকৈ পাবলৈ নাই। কিন্তু একালত ইয়াত বৌদ্ধ চৈত্য আৰু বৌদ্ধ মন্দিৰ আছিল বুলি কেতবোৰ উদ্ধৃতি পোৱা যায়। এল. ডাব্লিউ. চেক্সপিয়ৰ চাহাবৰ মতে অসমত বৌদ্ধ স্থাপত্যৰ নিদৰ্শন একালত অনেক আছিল। মেজৰ হেনৰী চাহাবৰ মতে শদিয়াৰ অনেক মন্দিৰৰ ধ্বংসাবশেষ, বিনা দ্বিধাই বৌদ্ধ স্থাপত্যৰ নিদৰ্শন বুলি নিৰ্ণয় কৰিব পাৰি। জনশ্ৰুতিমতে হাজোৰ মন্দিৰটো একালত এক বৃহৎ চৈত্য আছিল। এই চৈত্য বুদ্ধদেৱৰ চিতাভস্মৰ ওপৰত নিৰ্মিত হৈছিল বুলি ভুটীয়াসকলে আজিকোপাতি বিশ্বাস কৰে। হাজোৰ হয়গ্ৰীৱ মন্দিৰটোৰ ভেটিত বাজৰ ফালে মুঠৈ মন্দিৰৰ কেউকাষে অসংখ্য হাতীৰ মূৰ্ত্তি আছে। সিংহলৰ অনুৰুদ্ধপুৰত এনেধৰণৰ হাতীৰ ওপৰত বৌদ্ধ স্তূপ পোৱা যায়। হাজোৰ মন্দিৰৰ মূৰ্ত্তিবোৰ পাকৈত হাতৰ শিল্প-কৰ্ম। কামৰূপৰ কামাখ্যা ধাম একালত বৌদ্ধ তান্ত্ৰিক বজ্ৰযান সম্প্ৰদায়ৰ প্ৰধান কেন্দ্ৰ আছিল বুলি কোনো কোনো পণ্ডিতে অভিমত প্ৰকাশ কৰে। তিব্বতী লামা তাৰনাথে কামৰূপত এটা বৃহৎ চৈত্য আছিল বুলি উল্লেখ কৰি গৈছে। তাৰানাথে

উল্লেখ কৰা চৈত্যই কামাখ্যা মন্দিৰ হয় নে নহয়, এই বিষয়ে কেৱে কোনো থাটাং সমিধান দিয়া নাই। কামাখ্যাৰ উল্লেখযোগ্য মূৰ্ত্তিবোৰ হল: চামুণ্ডাৰ মূৰ্ত্তি, বেনুগোপালৰ মূৰ্ত্তি, মাতৃমূৰ্ত্তি ইত্যাদি। চামুণ্ডাৰ মূৰ্ত্তি চতুৰ্ভূজা ৰূপত ভয়ঙ্কৰী দাঁত দীঘল লেলিহান জিহ্বা, ক্ষীণ-কায়া, ক্ষীণ-জঠৰা, কোঠৰাগত চক্ষু আৰু বিক্ষিপ্ত কেশী। বেনুগোপালৰ মূৰ্ত্তিটোৰ দিঙিত মণিমালা, পিন্ধনত ছুটি ভুলি, ককালৰ পৰা সোমাজেৰে আৰু দুয়োকাষৰ পৰা পতি ওলোমোৱা। মূৰৰ শিৰস্ত্ৰাণ অগ্নিশিখা সদৃশ জোঙা টুপি। কামাখ্যাৰ মাতৃমূৰ্ত্তি এক মৰম লগা সৃষ্টি। মাতৃৰ হিয়া ভৰা মৰম আৰু সন্তানৰ সুকোমল দেহৰ ৰূপ মূৰ্ত্তিটোত স্পষ্টভাবে প্ৰকাশ পাইছে। কামাখ্যাৰ মূৰ্ত্তিবিলাকৰ নিৰ্মাণকাল ৭ম শতিকাৰ বুলি বৰ্ত্তমানৰ মন্দিৰটো ১৭শ শতিকাৰ বুলি নিৰ্ণীত হৈছে। বৰ্ত্তমানৰ মন্দিৰটো কোচ ৰজা নৰনাৰায়ণে সজা।

প্ৰত্নতাত্ত্বিক সকলৰ বিচাৰমতে তেজপুৰৰ পৰা তিনি মাইল নিলগৰ দহপৰ্ব্বতীয়াৰ শিৱমন্দিৰটোৱেই অসমৰ প্ৰাচীনতম আৰু স্থাপত্যৰ শ্ৰেষ্ঠ মন্দিৰ আছিল। ভাস্কৰ বৰ্মণৰ কোনোবা পূৰ্বপুৰুষে এই মন্দিৰ আনুমানিক পঞ্চম বা ষষ্ঠ শতাব্দীতে নিৰ্মাণ কৰিছিল বুলি পণ্ডিত কণকলাল বৰুৱা দেৱে মতামত প্ৰকাশ কৰিছে। মন্দিৰৰ দুৱাৰৰ শিলৰ চৌকাঠখন গুপ্ত ভাস্কৰ্য্যৰ শ্ৰেষ্ঠ নিদৰ্শন। চৌকাঠৰ শিলত কটা কাৰুকাৰ্য্য অতি বিচিত্ৰ আৰু মনোমোহা। গুপ্ত ভাস্কৰ্য্যৰ লগত ইয়াৰ মিল আছে। ইয়াৰ নিৰ্মাণ কাল পণ্ডিত সকলে পঞ্চম-ষষ্ঠ শতাব্দী বুলি নিৰ্ণয় কৰিছে। চৌকাঠৰ দুয়োকাষৰ শিল দুছটাৰ ভূমি ভাগত একাষে গঙ্গা আৰু আনকাষে যমুনা, হাতত পুষ্পহাৰ লৈ, অতি নাৰীসুলভ ভঙ্গীত থিয় হৈ আছে। এই দুই মূৰ্ত্তিয়ে চকুত পৰা মাত্ৰকে দৰ্শকৰ মন আকৰ্ষণ কৰে। ইয়াৰ বাহিৰেও এই শিল দুছটাত আৰু ওপৰৰ ছটিত লতা ফুল কটা আৰু কেবাটাও সৰু সৰু মূৰ্ত্তি সন্নিহিত কৰা হৈছে।

ৰংজিলাত তেজপুৰৰ বামুণি পাহাৰ আৰু বৰ্ত্তমান কাছাৰীৰ নিৰ্মাণৰ সময় খনন কাৰ্য্যত উদ্ধাৰ হোৱা স্থাপত্য-ভাস্কৰ্য্যৰ মানদণ্ড অতি উচ্চ স্তৰৰ। অসমৰ, উচ্চতম মন্দিৰটো তেজপুৰৰ কাছাৰী বাকৰিতে অৱস্থিত আছিল বুলি উপৰুক্ত ভগ্নাৱশেষৰ পৰা পণ্ডিতসকলে অনুমান কৰিছে। দুৱাৰৰ ওপৰৰ, দহ ফুট তিনি ইঞ্চি দীঘল আৰু এফুট আঠ ইঞ্চি বহল চাতি এডালৰ পৰা আৰু তলৰ দুৱাৰ দলি ডালৰ পৰা দুৱাৰখন অতি কমেও পোন্ধৰ ফুট ওখ আৰু সেইমতে মাটিৰ পৰা শিখৰলৈকে মন্দিৰৰ উচ্চতা কমেও এশ ফুট আছিল বুলি অনুমান কৰা হৈছে। এই

মন্দিৰটো সূৰ্য্য দেৱতাৰ মন্দিৰ আছিল বুলি ঠিৰাং কৰা হৈছে। ইয়াৰ নিৰ্মাণ কাল নৱম শতাব্দী বুলি অনুমান কৰা হৈছে। কাছাৰী বাৰ্কিৰৰ ভগ্নস্তূপত অলেখ উল্লেখ যোগ্য ভাস্কৰ্য্যৰ নিদৰ্শনো আৱিষ্কৃত হৈছে। এই সম্পদবোৰ বৰ্ত্তমানে ক'ল পাৰ্ক আৰু মিছনাৰিৰ চৌহদত সংৰক্ষিত হৈছে। এই থূপ ভাস্কৰ্য্যৰ ভিতৰতে স্তম্ভ সংযোগ কৰা, যোল শিৰীয়া এডাল শিলৰ প্ৰকাণ্ড শলা পোৱা গৈছে। শলাৰ মূৰত কীৰ্ত্তিমুখ খোদাই কৰা আছে। ইয়াৰ কাৰুকাৰ্য্যৰ পৰা এই থূপৰ সম্পদবোৰ গুপ্তযুগৰ স্থাপত্য ভাস্কৰ্য্য বুলি নিৰ্ণয় কৰা হৈছে। ইয়াত আৱিষ্কৃত অগণন ভগ্নস্তূপে ইয়াকে প্ৰমাণ কৰিছে যে প্ৰাচীন কামৰূপী ভাস্কৰ সকলে ভাৰতৰ মধ্য যুগৰ ভাস্কৰ সকলৰ দৰে শাস্ত্ৰীয় সকলো প্ৰতীক আৰু 'মোটিফ' ব্যৱহাৰ কৰিছিল। ইয়াৰ খোদাই কৰা কেতবোৰ ফুলজালিৰ লগত উৰিষ্যাৰ ভাস্কৰ্যৰো মিল থকা দেখা যায়।

তেজপুৰৰ বামুণি পাহাৰৰ ভগ্নাবশেষবোৰো মনকৰিব লগীয়া। ভগ্নাবশেষবোৰৰ পৰা পণ্ডিতসকলে অনুমান কৰিছে যে একেখন চোতালতে সাতোটা মন্দিৰ আছিল। তাত উদ্ধাৰ হোৱা কেতবোৰ আহিলাপাতিৰ পৰা তাৰ অন্ততঃ এটা মন্দিৰ অতিকায় আছিল বুলি অনুমান কৰা হৈছে। এই থূপ স্থাপত্য ভাস্কৰ্য্য অষ্টম-নৱম শতিকাৰ সম্পদ বুলি পণ্ডিতসকলে নিৰ্ণয় কৰিছে।

দৰং জিলাত তেজপুৰৰ বাহিৰেও বিশ্বনাথ, বিহালী, গামৰি আদি অনেক ঠাইত প্ৰাচীন স্থাপত্য আৰু ভাস্কৰ্য্যৰ অনেক নিদৰ্শন পোৱা গৈছে। চাৰিদুৱাৰৰ স্থাপত্য ভাস্কৰ্য্যকো উলাই কৰিব নোৱাৰি। উত্তৰ পাৰৰ এই গোটেই খণ্ডত অলেখ শিৱ আৰু দেৱীৰ মন্দিৰ আছিল বুলি অনুমান কৰা হৈছে। এইবোৰকে দেখি ইংৰাজ বিষয়া বেস্টমাকটে মন্তব্য কৰি গৈছে বোলে এই এলেকাত একালত কোনোৱা চক্ৰবৰ্ত্তী ৰজাৰ ৰাজধানী আছিল বা ই হিন্দুধৰ্মৰ এক প্ৰধান কেন্দ্ৰ আছিল আৰু এই এলেকাৰ পয়োভৰ আৰু সমৃদ্ধিও আছিল লেখত লব লগীয়া। গহপুৰৰ সূৰ্য্যৰ মূৰ্ত্তি আৰু চাৰিদুৱাৰৰ বেনুগোপালৰ মূৰ্ত্তি উল্লেখযোগ্য অৱদান।

গুৱাহাটীৰ ভাস্কৰ্য্য স্থাপত্যকৰ থূপ, গুৱাহাটী নগৰ আৰু তাৰ আশেপাশে সিচঁৰিত হৈ আছে। সংখ্যাতো এইবোৰ সম্পদ লেখত লব লগীয়া। শুক্ৰেশ্বৰ পাহাৰত জনাৰ্দন আৰু শিৱৰ মন্দিৰ পুৰণি প্ৰাক্-আহোম যুগৰ নতুন সংস্কাৰ। জনাৰ্দন মন্দিৰৰ উত্তৰ ফালে ব্ৰহ্মপুত্ৰৰ পাৰত পদ্মাসনত প্ৰকাণ্ড বুদ্ধজনাৰ্দনৰ মূৰ্ত্তি —ওচৰতে আৰু একেটা শিলত কটা সূৰ্য্যৰ মূৰ্ত্তি, গণেশৰ মূৰ্ত্তি, দুৰ্গাৰ মূৰ্ত্তি আৰু মুনিৰ মূৰ্ত্তি। অলপতে শিৱৰ মন্দিৰ সংস্কাৰ কৰিবলৈ যাওঁতে প্ৰায় এঘাৰ ফুট ওখৰ শিলত কটা বৃত্তাকাৰ যোনী আৱিষ্কৃত হৈছে। ইয়াৰ লিংগটো নিশ্চয় বৃহৎ

আকাৰৰ হ'ব। এই লিংগ এতিয়াও আৱিষ্কৃত হোৱা নাই। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে উত্তৰ গুৱাহাটীত অৱস্থিত বিষ্ণু মন্দিৰত বিষ্ণুৰ অনন্ত শয়নৰ ক'লা শিলত কটা প্ৰসিদ্ধ মূৰ্ত্তি। অসমত অনন্ত শয়নৰ দ্বিতীয় এটা মূৰ্ত্তি আজিলৈকে আৱিষ্কৃত হোৱা নাই। গুৱাহাটীৰ পূবে পূৰ্ণিপানীকালত ব্ৰহ্মপুত্ৰৰ পাৰত বৃষভৰ ওপৰত কটা দশভুজ শিৱৰ মূৰ্ত্তি আৰু অষ্টাদশভুজা দেৱীৰ মূৰ্ত্তি। ইয়াৰ বাহিৰেও উমানন্দ, উৰ্বশী আৰু পাণ্ডু আদি ঠাইত অনেক দেৱদেৱীৰ মূৰ্ত্তি পোৱা হৈছে। গুৱাহাটী থূপৰ ভাস্কৰ্য্যৰাশিৰ নিৰ্মাণকাল নৱম দশম শতাব্দী বুলি অনুমান কৰা হৈছে। কামাখ্যাৰ মন্দিৰ আৰু মূৰ্ত্তিৰ কথা উল্লেখ কৰি অহা হৈছে। এই আপাহতে উল্লেখ কৰা উচিত হ'ব যে কামাখ্যা মন্দিৰৰ উত্তৰ বাগে ব্ৰহ্মপুত্ৰলৈ নামি যোৱা শিলৰ যিটো আহল বহল বাট আছে, তাৰ শিলবোৰ ডাঙৰ ডাঙৰ, চাৰিচুকীয়া আৰু দুই একত খোদাই কৰা চিন পোৱা গৈছে। এই শিলবোৰ কামাখ্যাৰ প্ৰাচীন মন্দিৰৰ শিল বুলি অনুমান কৰা হৈছে আৰু ভাস্কৰ্য্যৰ কাৰুকাৰ্য্যৰ পৰা সেই মন্দিৰ সপ্তম-অষ্টম শতাব্দীত নিৰ্মিত হৈছিল বুলি পণ্ডিতসকলে মতামত প্ৰকাশ কৰিছে। অনুমান মতে কামাখ্যাৰ এই প্ৰাচীন মন্দিৰটো বিশাল আকাৰৰ আছিল।

নগাওঁ জিলাত বিশেষকৈ দক্ষিণ পূব অংশৰ বহু ঠাইত স্থাপত্য-ভাস্কৰ্য্যৰ নিদৰ্শন পোৱা গৈছে। আৰ্কিয়লজিকেল চাৰ্ভে অব্ ইণ্ডিয়াৰ ১৯৩৬-৩৭ চনৰ প্ৰতিবেদনত তাৰ খুটীয়া প্ৰধান টি. এন. ৰামচন্দ্ৰনে, বিস্তাৰিতভাবে এই থূপ সম্পদৰ বিষয়ে আলোচনা কৰিছে। উল্লেখ থাকে যে একালত নগাওঁত প্ৰসিদ্ধ ডবক ৰাজ্য কলা-সংস্কৃতিত প্ৰসিদ্ধ আছিল। আকাশী গঙ্গা, মিকিৰ আটি, মহাদেউছাল, ফুলনী, যোগীজান, কাৱৈমাৰী, দীঘল পানী, বৰগঙ্গা, গাছতল, বসুন্ধৰী আদি ঠাইৰ স্থাপত্য-ভাস্কৰ্য্যৰ ভগ্নাবশেষে প্ৰাচীন ডবক ৰাজ্যৰ বিজয় গৌৰৱৰে ইঙ্গিত দিছে। এই থূপৰ শিলত কটা নানা স্তম্ভ, পত্ৰাৱলী, পুষ্পাৱলীৰ বাহিৰেও শিৱ আৰু বিষ্ণুৰ মূৰ্ত্তি আপেক্ষিকভাবে সৰহ। এই এলেকাৰ মূৰ্ত্তি সমূহত জনজাতীয় ছাব অধিক পৰিমাণে পৰিলক্ষিত হয়। ডবক থূপৰ ভাস্কৰ্য্যৰ ভিতৰত উমালিঙ্গৰ মূৰ্ত্তি এক বিশিষ্ট সম্পদ। এই মূৰ্ত্তিটি বৰ্ত্তমানে ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত হৈছে। মিকিৰ আটিত ক'লা শিলত কটা বাসুদেৱৰ মূৰ্ত্তি খণ্ড এটা আৱিষ্কৃত হৈছে। এই খণ্ডটো এক বিৰাটকায় মূৰ্ত্তিৰ অংশ বিশেষ। এই থূপ-স্থাপত্য ভাস্কৰ্য্যৰ ৰচনাকাল ষষ্ঠ খৃষ্টাব্দৰ পৰা দ্বাদশ খৃষ্টাব্দ বুলি অনুমান কৰা হৈছে। বৰ্ত্তমানে নগাওঁ জিলাত শিলাঘাটৰ কামাখ্যা মন্দিৰৰ বাহিৰে কোনো মন্দিৰ তিষ্ঠি থকা নাই। বনমালী বৰ্মনৰ কীৰ্ত্তিৰ মতে শোণিতপুৰত সপ্তম শতাব্দীৰ পৰা দশম শতাব্দীলৈ ৰাজত্ব কৰা

শালস্তম্ভ যেনেৰ কোনোবা এজন ৰজাই শিলঘাটৰ প্ৰথম কামাখ্যা মন্দিৰটো নিৰ্মাণ কৰোৱাইছিল।

শিৱসাগৰ জিলাৰ দেওপানী আৰু নুমলিগড়ত প্ৰাক্ আহোম যুগৰ স্থাপত্য আৰু ভাস্কৰ্য্যৰ নিদৰ্শন পৰিলক্ষিত হৈছে। এই দুয়ো ঠাইতে অনেক দেৱমন্দিৰ আৰু প্ৰাসাদ আছিল বুলি অনুমান কৰা হৈছে। নুমলিগড়ৰ শিৱদ'ল নৱম শতাব্দীত নিৰ্মিত হৈছিল বুলি পণ্ডিতসকলে অনুমান কৰে। দেওপানীৰ দেৱীদ'লো একে সময়তে নিৰ্মাণ কৰা। শিৱসাগৰ জিলাৰ উদ্ধাৰ হোৱা ভাস্কৰ্য্যৰ লেখ ভালেমান আৰু তাৰ কাৰুকাৰ্য্য বৈশিষ্টপূৰ্ণ। শিৱসাগৰ জিলাৰ প্ৰায়বোৰ ভাস্কৰ্য্য সম্পদ নৱম শতাব্দীৰ পৰা দ্বাদশ শতাব্দীৰ ভিতৰত সৃষ্টি হৈছিল বুলি অনুমান কৰা হৈছে। নুমলিগড়ত দেৱদেৱী গন্ধৰ্ব কিন্নৰ আদি সকলো প্ৰকাৰৰ মূৰ্ত্তি পোৱা গৈছে। তাৰ ভিতৰত এছটা শিলত এলানি নাৰীমূৰ্ত্তিৰ ভাস্কৰ্য্য অতি মনোমোহা। প্ৰত্যেক নাৰীমূৰ্ত্তি একেদৰে স্ফীতবক্ষ, দুয়োহাতত পদ্ম, মূৰত কিৰীটি, কপালত তিলক লৈ স্মিত, হাস্য সহকাৰে চাই আছে, যেন এজাক অপ্সৰীহে উৰি গৈছে। বুৰঞ্জীবিদ ডঃ বেনীমাধৱ বৰুৱাই এই মূৰ্ত্তি দেখি মন্তব্য কৰিছিল বোলে এই হাঁহি থকা মুখবোৰত দৃষ্টি পৰিলে কেৱে প্ৰেমত নপৰাকৈ থাকিব নোৱাৰে। এই সম্পদ বৰ্ত্তমানে ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত হৈ আছে। দেওপানীৰ চতুৰ্ভুজ বিষ্ণুমূৰ্ত্তি আৰু চণ্ডীৰূপা চতুৰ্ভুজা দুৰ্গাৰ মূৰ্ত্তিৰ কাৰুকাৰ্য্য মন কৰিবলগীয়া। দেওপানীৰ আৰু মূৰ্ত্তিত বৈশিষ্ট্য আছে—সেইটো হৈছে বৰ্ত্তমানে ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত হৰিহৰৰ মূৰ্ত্তি।

শিৱসাগৰত কেতবোৰ স্থাপত্য ভাস্কৰ্য্যৰ সা-সজুলি তাৰ বৰপুখুৰীৰ পৰা উদ্ধাৰ হোৱা বুলি জনা যায়। এইবোৰ একাদশ শতাব্দীৰ সম্পদ বুলি অনুমান কৰা হৈছে। এইবোৰৰ সৈতে তেজপুৰৰ আৰু বামুনী পাহাৰৰ স্থাপত্য ভাস্কৰ্য্যৰ অনেক সাদৃশ্য আছে বুলি "আৰ্কিয়লজিকেল চাৰ্ভে অব ইণ্ডিয়াৰ" বুৰঞ্জীবিদ্ দীক্ষিতে মতামত দাঙি ধৰিছে। এই পুৰাণ কীৰ্ত্তি চিহ্নসমূহ পুখুৰী পাৰৰ কোনো বিষ্ণু মন্দিৰৰ ভগ্নাৱশেষ বুলি অনুমান কৰা হৈছে। ভাস্কৰ্য্য সম্পদবোৰৰ ভিতৰত গজলক্ষ্মী, বৰাহ অৱতাৰ, কামদেৱ, সৰস্বতী, অগ্নি আৰু মুনিৰ মূৰ্ত্তি উল্লেখযোগ্য। শিৱসাগৰৰ মূৰ্ত্তিবোৰৰ হাতভৰি অপেক্ষাকৃতভাৱে কিছু দীঘল আৰু লাহি আৰু পদ্মৰ ওপৰত প্ৰতিষ্ঠিত। সৰস্বতীৰ মূৰ্ত্তিখন ত্ৰিভঙ্গমূৰ্ত্তি আৰু ওজা খনিকৰৰ কাম।

গোৱালপাৰা জিলাত যিখিনি ভাস্কৰ্য্য সম্পদ এতিয়ালৈকে দৃষ্টিগোচৰ হৈছে

তাৰ ভিতৰত শ্ৰীসূৰ্য্য পাহাৰৰ দুৰ্গা মূৰ্ত্তি, শিৱৰ মূৰ্ত্তি আৰু মনসা দেৱীৰ মূৰ্ত্তি উল্লেখযোগ্য। এইবোৰ আনুমানিক দহম-দশম শতাব্দীৰ ভাস্কৰ্য্য।

ডিমাপুৰ বৰ্ত্তমানে সুকীয়া ৰাজ্য নাগভূমিৰ অন্তৰ্গত হলেও সাংস্কৃতিক ক্ষেত্ৰত ডিমাপুৰৰ স্থাপত্য ভাস্কৰ্য্য ব্ৰহ্মপুত্ৰ সভ্যতাৰে অৱদান। এসময়ত ডিমাপুৰ আছিল কছাৰী সভ্যতাৰ কেন্দ্ৰ। তাৰ প্ৰাক্-কছাৰী যুগৰ স্থাপত্য ভাস্কৰ্য্য সম্পদো উন্নত ধৰণৰ অৱদান আছিল। বিশেষকৈ ডিমাপুৰৰ বিজয় স্তম্ভবোৰ মন কৰিব লগীয়া। জে, জনষ্টন চাহাবে তেওঁৰ এখন পুথিত লিখি থৈ গৈছে বোলে বাট পথ নোহোৱা অটব্য হাবিৰ মাজত বিস্মৃত এক সভ্যতাৰ এই প্ৰাচীন কীৰ্ত্তিৰাজি দেখিবলৈ পোৱাটো সঁচাকৈ আশ্চৰ্য্যজনক।

অসমৰ পূৰ্ব প্ৰান্তৰৰ সদিয়াতো উল্লেখযোগ্য প্ৰাচীন স্থাপত্য-ভাস্কৰ্য্য পোৱা গৈছে। সদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰ চিৰ প্ৰসিদ্ধ। মূল মন্দিৰটো কেতিয়াবাই ধ্বংস পালে। মন্দিৰ সংশিষ্ট ধ্বংসাৱশেষৰ পৰা পণ্ডিত সকলে অনুমান কৰিছে যে প্ৰাচীন কালত এইডোখৰ ঠাইত আৰ্য্যসকলে বসবাস কৰিছিল। এই এলেকাৰ পৰশুৰামকুণ্ডই এই ধাৰণা সাব্যস্ত কৰাত সহায় কৰে। টি, ব্ৰচ্ চাহাবে লিখি থৈ গৈছে যে সদিয়াৰ পূব-খণ্ডৰাজ্যৰ একালত উত্তৰ ভাৰতৰ আৰ্য্যসকলৰ লগত ঘনিষ্ঠ সম্বন্ধ আছিল। তাম্ৰেশ্বৰী মন্দিৰটো আকাৰত সৰু আছিল। সেই মন্দিৰ ভগাত পোন্ধৰ শ শতাব্দীত ছুটিয়া সকলে এটা নতুন মন্দিৰ স্থাপন কৰে বুলি জনা যায়। ইয়াৰ কেতবোৰ স্তম্ভ সৈতে ডিমাপুৰৰ স্তম্ভৰ সাদৃশ্য থকা দেখা যায়।

থূলমূল ভাবে এয়ে প্ৰাচীন অসমৰ স্থাপত্য আৰু ভাস্কৰ্য্য চমু তালিকা। স্থাপত্যৰ সন্দৰ্ভত আমি আৰু এপদ সম্পদৰ কথা উল্লেখ কৰি এই প্ৰবন্ধৰ সামৰণি মাৰিম। এই পদ হল এখন শিলৰ সাকোঁ। এই সাকোঁখন বৰ্ত্তমান কামৰূপ আৰু দৰঙৰ প্ৰাকৃতিক সীমা বৰনদীৰ এটা যানৰ ওপৰত নিৰ্মাণ কৰা হৈছিল। দুখৰ বিষয় এই সাকোঁখন ১৮৯৭ চনৰ বৰ ভূমিকম্পত সমূলি বিধ্বস্ত হ'ল। সাকোঁখন কাক'ৰ নিদিয়াকৈ সজা। ১৮৫১ চনত কৰ্ণেল হেনী নামৰ এজন ইংৰাজৰ দৃষ্টিগোচৰ হয়। তেঁৱেই এই সাকোঁখনৰ এটা বিস্তৃত বিৱৰণ লিখি থৈ গৈছে। সাকোঁখনৰ শিলৰখুটা আছিল ষোলটা। ওপৰৰ শিলবোৰ চেপেতা আৰু অতি মিহিকৈ কটা। ছতীয়া শিলবোৰ দীঘে আছিল ছফুট আৰু দহইঞ্চিকৈ দাঠ। সাকোঁখনত ওপৰে পাঁচ ছতাকৈ শিল পৰা হৈছিল। সাকোঁখন আছিল এশ চল্লিচ ফুট দীঘল আৰু আঠফুট বহল। পণ্ডিতসকলৰ মতে সাকোঁখন অতি প্ৰাচীন স্থাপত্য আৰু ইয়াক প্ৰাচীন কামৰূপৰ কোনোবা ৰজাই নিৰ্মাণ কৰোৱাইছিল। সাকোঁৰ দুয়োমূৰে দুটা তোৰণ আছিল।

সাৰ্কোৰ ভাস্কৰ্য্যবোৰৰ অসমত সিচৰিত হৈ থকা প্ৰাচীন মন্দিৰবোৰৰ ভাস্কৰ্য্যৰ লগত সাদৃশ্য আছিল।

আমি ওপৰত উল্লেখ কৰি আহিছোঁ যে প্ৰাচীন কামৰূপৰ স্থাপত্য ভাস্কৰ্য্যৰ ভাৰতৰ হিন্দু স্থাপত্য-ভাস্কৰ্য্যৰ মূল সূতিৰ লগত ঘনিষ্ঠ সম্বন্ধ আছে; আৰু ভাৰতৰ তথা প্ৰাচীন কামৰূপৰ বাস্তুবিধাত্ৰনেই একধাৰে স্থপতি, ভাস্কৰ আৰু ৰাজমিস্ত্ৰী। অসমৰ মন্দিৰ স্থাপত্য আৰু তাৰ সংশ্লিষ্ট ভাস্কৰ্য্যৰ লগত উত্তৰ ভাৰতৰ বিশেষকৈ বিহাৰ আৰু উড়িষ্যাৰ স্থাপত্য ভাস্কৰ্য্যৰ লগত বহুখিনি মিল আছে। প্ৰত্নতাত্ত্বিক কে, এন, দীক্ষিতে মন্তব্য কৰি কৈছে যে সমসাময়িক বঙ্গদেশৰ পাল স্থাপত্য-ভাস্কৰ্যতকৈ প্ৰাচীন কামৰূপৰ স্থাপত্য ভাস্কৰ্য্যৰ সাদৃশ বিহাৰ আৰু উড়িষ্যাৰ সৈতে হে অধিক মিল। তেজপুৰত আৱিষ্কৃত চৈত্যাগন্ধী গৱাক্ষ চানেকিৰ লগত বেৰা আৰু খাজুৰাহোৰ ভাস্কৰ্য্যৰ মিল আছে। দহপৰ্বতীয়াৰ শিলৰ দুৱাৰৰ ভাস্কৰ্য্যৰ সৈতে পঞ্চম-ষষ্ঠ শতিকাৰ পাটলিপুত্ৰ আৰু বাৰাণসীৰ ভাস্কৰ্য্যৰ সাদৃশ্য থকা দেখা যায়।

পূৰ্বতে আমি উল্লেখ কৰি আহিছোঁ যে অসমত বৈজ্ঞানিক পদ্ধতিৰে কোনো খনন কাৰ্য্য আজিকোপতি পৰিচালিত কৰা হোৱা নাই। যিবা সিদিনা গুৱাহাটীৰ আমবাৰীত ঘৰ সাজিবলৈ যাওঁতে ভেটিৰ তলত স্থাপত্য ভাস্কৰ্য্যৰ পম ওলাল, কেবাটাও উল্লেখযোগ্য মূৰ্ত্তি আৱিষ্কৃত হল, কিন্তু আজিকোপতি সেই কাম সম্পূৰ্ণ কৰিব নোৱাৰিলে। ভূগৰ্ভস্থ ঘৰৰ ভেটিটোকো সম্পূৰ্ণৰূপে খান্দি চাব পৰা নগল। আমবাৰীৰ তেৰাকটাৰ 'ভেনাচৰ' ইতিবৃত্তৰ ভেদ অসম্পূৰ্ণ হৈ ৰ'ল। উত্তৰ লক্ষীমপুৰৰ সীমাত চিচিবৰগাঁৱৰ মালিনী থানত কোন কাহানিবাৰ পৰাই কেতবোৰ শিৱলিংগ আৰু স্থাপত্য ভাস্কৰ্য্যৰ ভগ্নাৱশেষ পৰি আছিল। বৰ্ত্তমানে অৰুণাচল চৰকাৰে কিছু খনন কাৰ্য্য হাততলৈ অনেক সম্পদ আবিষ্কাৰ কৰিছে। আমবাৰী আৰু মালিনী থানৰ আবিষ্কাৰে প্ৰাচীন কামৰূপৰ ইতিহাস ৰচনাত মূল্যবান বেখাপাত কৰিব বুলি অনেকৰে বিশ্বাস। যিদিনা সমগ্ৰ অসমৰ পৰ্বত আৰু ভৈয়ামৰ সম্পূৰ্ণকৈ নহলেও অধিক পৰিমাণৰ ভূগৰ্ভস্থ প্ৰাচীন সম্পদ আৱিষ্কৃত হ'ব সিদিনাহে অসমৰ ব্ৰহ্মপুত্ৰ সংস্কৃতিৰ প্ৰকৃতৰূপৰ এটা আভাস পোৱা যাব।

প্ৰাচীন কামৰূপৰ স্থাপত্য আৰু ভাস্কৰ্য্যৰ সম্বন্ধে আমি বৰ সচেতন নহওঁ। দৰাচলতে অসমৰ প্ৰাচীন সম্পদৰ বিষয়ে আমাৰ চেতনা আনি দিয়ে কেইগৰাকীমান অনা-অসমীয়া মনিষীয়ে। তেখেত সকলৰ কেইজনমান হল: টি ব্লচ্ (T. Bloch), ই. টি. ডেল্টন (E. T. Dalton), ই ভি. বেষ্টমাকট্ (E. V. Westmacot),

এচ. এফ. হেনী (S. F. Hanny), ফ্রেন্সিচ্ হেমিল্টন্ (Francis Hamilton) আদি কৰি কেইজনমান ইংৰাজ আৰু আৰ ডি· বেনাৰ্জী, কে. এন দীক্ষিত, জি এন. ৰাও আদি কৰি কেইগৰাকীমান ভাৰতীয় প্ৰত্নতাত্ত্বিকে। কিন্তু দুখৰ বিষয় যে আৰ্কিয়লজিকেল চাৰ্ভে অব্ ইণ্ডিয়াৰ বিশিষ্ট বিষয়া আৰ ডি বেনাৰ্জীয়ে নিজে অসমৰ প্ৰাচীন সম্পদৰ কথা নিজ মুখে প্ৰশংসা কৰিও "Eastern Indian School of Medioeval Sculpture নামৰ চৰকাৰে প্ৰকাশিত প্ৰকাশনত অসমৰ ভাস্কৰ্য্যৰ বিষয়ে সমুলি উল্লেক নকৰিলে। এই বিষয়ে যিকণ তত্ত্ব আৰু তথ্য পৰিবেশন কৰা হৈছে তাৰ বাবে অসমীয়া সমাজ কৃতজ্ঞ হ'ব লাগিব সৰ্বেশ্বৰ কটকী, ৰাজমোহন নাথ, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, কণকলাল বৰুৱা, ৰাজ্যিক সংগ্ৰহালয় আৰু পুৰাতত্ত্ব বিভাগৰ গুণী বিষয়া সকলৰ ওচৰত আৰু মুষ্টিমেয় কেইগৰাকীমান অসমীয়া পণ্ডিতৰ ওচৰত। অসমৰ খিলঞ্জীয়া মানুহবোৰক প্ৰাচীন সম্পদৰ বিষয়ে উদ্বুদ্ধ কৰিবলৈ আৰু প্ৰচাৰৰ সকলো মাধ্যমেৰে অসমৰ আৰু অসমৰ বাহিৰৰ লোকক সম্যকৰূপে জ্ঞাত কৰাবলৈ কোনো ব্যৱস্থা হাতত লোৱা হোৱা নাই। প্ৰাচীন অসমৰ আৱিষ্কৃত ঐশ্বৰ্য্য সম্পদবোৰৰ এলানি উৎকৃষ্ট আলোকচিত্ৰকে গ্ৰহণ কৰা হোৱা নাই,—প্ৰকাশ কৰাতো দূৰৰ কথা। আলোকচিত্ৰৰে আমাৰ কোনো মূল্যবান গ্ৰন্থ প্ৰকাশ কৰা হোৱা নাই। অসমৰ স্থাপত্য আৰু ভাস্কৰ্য্যকলৈ কোনো প্ৰামাণ্য বোলছবি নিৰ্মাণ হোৱা নাই। এনেবোৰ ব্যৱস্থা ব্যয়সাধ্য বুলিয়ে পৰিত্যাগ কৰিবলৈ হলে অসমৰ ভিতৰৰ আৰু বাহিৰৰ, সকলোলোকৰ বাবে এই সম্পদৰাজিৰ পৰিচয় আৰু ইতিহাস চিৰকাল অজ্ঞাত হৈয়ে থাকিব।

# চিত্রকলা

**মৃণাল দাস**

যি কোনো দেশৰ সাংস্কৃতিক প্ৰগতিত সেই দেশৰ ভৌগোলিক অৱস্থানে প্ৰভূত পৰিমাণে অৰিহণা যোগাই আহিছে। দৰাচলতে কবলৈ গলে দেশৰ ভূগোলে দেশৰ ইতিহাস ৰচনাত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰে। এই কথাও সত্য যে একোটা এলেকাৰ পৰ্বত পাহাৰ, হাবি বননি, নৈ নিজৰাই সেই এলেকাৰ মানুহবোৰক গণ্ডিভূত কৈ ৰাখিবলৈ বিচাৰে, কিন্তু মানুহে সেই প্ৰাকৃতিক দেওনা পাৰ হৈ সদায় বাহিৰৰ আদান প্ৰদান বিচাৰে। মানুহৰ এই স্বভাৱ তাহানিখনৰ পৰাই বলৱৎ হৈ আহিছে আৰু আজিও মানুহ সেই স্বভাৱৰে বশৱৰ্তী। ইয়াৰ ফলত দেশৰ কলা, সাহিত্য-সংস্কৃতি নিভাঁজ হৈ থকা নাই। ই এক বিশ্বজনীন ৰূপ লবলৈ যেন সদায় অগ্ৰসৰ হৈছে।

এই পূৰ্বাঞ্চল কামৰূপৰ ৰাজনৈতিক আৰু সাংস্কৃতিক এলেকা আছিল ব্ৰহ্মপুত্ৰ উপত্যকা। আজিৰ অসম খণ্ডিত হ'লেও, আজি অতকালে ব্ৰহ্মপুত্ৰ উপত্যকাক কেন্দ্ৰ কৰি কামৰূপত যি সংস্কৃতি আৰু সভ্যতা গঢ়ি উঠিছিল, সেয়ে অসমীয়া সংস্কৃতি-সভ্যতা বা ব্ৰহ্মপুত্ৰ সংস্কৃতি সভ্যতা। আজি আতৰি যোৱা জাতিসমূহেও ব্ৰহ্মপুত্ৰ সংস্কৃতি সভ্যতাৰ চেকা তেওঁলোকৰ গাত সমূলি নাই বুলি কব নোৱাৰিব আৰু অসমৰ অৱশিষ্ট ব্ৰহ্মপুত্ৰ উপত্যকাবাসীয়েও আতৰি যোৱা লোকসকলৰ পৰা সংস্কৃতি সভ্যতাৰ একো অৱদান গ্ৰহণ নকৰাকৈ পৰিপুষ্ট হোৱা বুলি কবাই কৰাৰ থলি নাই।

কামৰূপৰ আদিম গুহাবাসী বিলাকৰ কোনো গুহাচিত্ৰ ( cavepainting) আছিল বুলি আজিকোপতি তেনে কোনো গুহা আবিষ্কৃত হোৱা নাই বুলিয়েই কোনোলোকে কামৰূপৰ আদিমবাসীসকলৰ কোনো চিত্ৰকৰ্ম নাছিল বুলি একাষাৰতে ৰায় দিব নোৱাৰে। কামৰূপৰ জলবায়ু চিত্ৰ আদি সংৰক্ষণৰ পৰিপন্থী—আনকি ভাৰতৰ ক্ষেত্ৰতে একে কথাই প্ৰযোজ্য। অকল চিত্ৰ বা কলা সম্ভাৰেই নহয়, চাৰুকলা সম্বন্ধীয় তথ্য পাবলৈ বৰ সহজ নহয়। ( Fragmentary are the records of early, Indian art—Hanel ) কিন্তু ভাৰতীয় চাৰুকলাৰ ঐতিহ্য আৰু ইয়াৰ চৰ্চা সহস্ৰ বৎসৰ জুৰি যে লানি নিছিগাকৈ চলি আহিছে তাত অকণিকে সন্দেহ নাই (Hanel)। পঞ্চম শতাব্দীতে ভাৰতীয় চিত্ৰকলাই শীৰ্ষস্থানত উপনীত হয়। *

বৌদ্ধধৰ্মই ভাৰতত মহাযান পন্থা সৃষ্টি কৰিলত মূৰ্ত্তিপূজা অকল প্ৰচলিতই

হোৱা নাছিল, মূৰ্ত্তি পূজা সাধনাৰ এক প্ৰধান আলম্ব স্বৰূপে প্ৰতিষ্ঠিত হ'ল। এই পৰ্য্যায়ত প্ৰত্যেক মন্দিৰৰ লগত মন্দিৰ চিত্ৰকৰ সকল আছিল মন্দিৰৰ পুৰোহিতৰ দৰেই একো একোজন সাধক। তেওঁলোকে যোগ সাধনাৰ অৱলম্বনেৰে মূৰ্ত্তি নিৰ্মাণ আৰু মূৰ্ত্তি চিত্ৰণৰ কাম সমাধা কৰিছিল। ভাৰতত এই ভাস্কৰ্য্য আৰু চিত্ৰকলাৰ চল খৃষ্টজন্মৰ কেই শতাব্দীৰ পূৰ্বৰ পৰা অশোকৰ দিনলৈকে প্ৰবল ভাবে উত্তলিত হয়। এই চলত হয়তো বা আন দেশৰ কলাৰ প্ৰভাৱো কম বেচি উ.ট নহাকৈ থকা নাছিল। কলাৰ এই বিদেশী প্ৰভাব ভাৰতৰ শিল্পীয়ে জাৰি জোকাৰিহে গ্ৰহণ কৰিছিল আৰু ভাৰতৰ স্বকীয় কলাৰ লগত মধুৰ সমন্বয় ঘটাইছিল। ফলত ভাৰতত সৃষ্টি হয় এক নতুন শিল্পকলা। এই নৱজাত চিত্ৰ আৰু ভাস্কৰ্য্য কলা ভাৰতত উত্তৰ দক্ষিণ পূৰ্ব পশ্চিম লৈকেও সকলো ফালে বিস্তাৰিত হৈ পৰে? পুৰণি কামৰূপতো এই চল বিয়পি পৰে। পুৰণি কামৰূপ মন্দিৰৰ দেশ। এই মন্দিৰ সমূহ আৰু চিত্ৰ আৰু ভাস্কৰ্য্যপূৰ্ণ। এই চিত্ৰ ভাস্কৰ্য্যসমূহ আছিল ভাৰতীয় চিত্ৰ ভাস্কৰ্য্যৰ দ্বাৰা পৰিপুষ্ট।

ভাৰতীয় শিল্প-কলাৰ ঐতিহ্য বৰ্ণিত আছে শিল্পশাস্ত্ৰত। কিন্তু শিল্পশাস্ত্ৰ বিভিন্ন বিভাগ বা প্ৰদেশৰ স্বকীয়া পদ্ধতিৰ ( school ) বিষয়ে নিমাত। ইয়াৰ একমাত্ৰ ব্যাখ্যা হ'ল সমগ্ৰ ভাৰতডে তেতিয়া একে শিল্পশাস্ত্ৰানুযায়ী শিল্পকৰ্ম প্ৰস্তুত হৈছিল বা শিল্পকলাৰ চৰ্চা হৈছিল। বিভাগীয় চিত্ৰকলা দৰাচলতে বৌদ্ধ-ধৰ্মৰ বহুচৰ্চা কালতহে সৃষ্টি হয়। বিভিন্ন থলুৱা ভাৰতীয় চিত্ৰকলাৰ প্ৰথম আভাস পাওঁ আমি তিব্বতী লামা তাৰানাথৰ বৌদ্ধ ইতিহাসত ( ১৬০৮ খৃষ্টাব্দ )। এই ইতিহাসত ভাৰতীয় চাৰুকলাৰ বিস্তৃত বৰ্ণনা ভাৰতলৈ মোগলবিলাক অহালৈকে লিপিবদ্ধ হৈছে। তাৰানাথে এঠাইত এইদৰে লিখিছে:

আসল দিনত, ঐশ্বৰিক শক্তি লাভ কৰা ওজা খনিকৰ সকলে অদ্ভুত কলাসম্ভাৰ ৰূপায়িত কৰিছিল। "বিনয়-আগম" আৰু অন্যান্য পুথিত এই কথা পৰিষ্কাৰ ভাবে উল্লেখ কৰিছে যে তাহানিৰ প্ৰাচীৰত থকা চিত্ৰসমূহে বাস্তৱ বস্তু বা প্ৰাণীৰ ৰূপকো চেৰ পেলাইছিল। ভগবান বুদ্ধৰ তিৰোভাৱৰ বহুবছৰ পিছলৈকে ওজা খনিকৰ সকলে চিত্ৰ সম্ভাৰৰ অৱদান আগবঢ়াই গৈছে। ( Indian Sculpture Painting by F. B. Hanel—pp. 33 ) স্বাভাৱিকতে এই যুগৰ কোনো চিত্ৰ সম্ভাৰৰ চিন চাব থাকিব নোৱাৰে। ভাৰতীয় চিত্ৰশালাৰ উল্লেখ ৰামায়ণ মহাভাৰতত থকাৰ দৰে দুই এক বৌদ্ধ পুথিতো পোৱা যায়। মনকৰিব লগীয়া কথা হ'ল, সেই যুগৰ মঠ-মন্দিৰ বা প্ৰাসাদসমূহ সচৰাচৰ কাঠৰ নিৰ্মিত আছিল আৰু চিত্ৰসমূহ অকা হৈছিল

কাঠৰ ফলিত মাইথা পোৱা মাটিৰ ফলিত চিত্ৰ পন্ধতিৰে। কালৰ গ্ৰাসত সেই ঘৰবোৰো লুপ্ত হ'ল লগতে চিত্ৰসম্ভাৰ সমূহো লয় প্ৰাপ্ত হ'ল। জানিব পৰা যায় যে গুপ্ত যুগত থলুৱা ভাৰতীয় চিত্ৰকলাৰ বাৰাণসী, পাঞ্জাব, কাশ্মীৰ, গুজৰাট আৰু দাক্ষিণাত্য কেন্দ্ৰ আছিল। বৌদ্ধ চিত্ৰকলা কেন্দ্ৰীভূত হৈছিল নেপাল, ভুটান তিব্বত আৰু ব্ৰহ্মদেশত। প্ৰাচীন কামৰূপ এই সাংস্কৃতিক কেন্দ্ৰৰ অন্তৰ্গত আছিল। গতিকে নেপাল আৰু তিব্বতৰ সাংস্কৃতিক সাহিত্যকলাই প্ৰাচীন কামৰূপকো পৰিপুষ্ট কৰিছিল। প্ৰাচীন কামৰূপ একালত তান্ত্ৰিক বৌদ্ধ সকলৰ কেন্দ্ৰস্থল আছিল। এই তান্ত্ৰিক সাধক সকলেই পিছলৈ সিদ্ধ বা সিদ্ধাচাৰ্য্য নামে প্ৰখ্যাত হৈ পৰে ( ৫ম-৬ষ্ঠ ) শতাব্দী )। সেয়ে হ'লে কামৰূপ বৌদ্ধ চিত্ৰকলাৰ চৰ্চাৰ পৰা ৰহিত হৈ আছিল বুলি সন্দেহ কৰিবলৈ কোনো থলি নাই। দৰাচলতে কামৰূপৰ পাল বংশীয় ৰজা সকলৰ দিনলৈকে প্ৰাচীন কামৰূপত চিত্ৰকলা চৰ্চা অটুট আছিল। মনকৰিবলগীয়া কথা যে সিদ্ধাচাৰ্য্য সকলৰ "মঞ্জুশ্ৰী মুলোকল্প"—এখন সেই কালৰ বিখ্যাত চিত্ৰশিল্পৰ পুথি। এই পুথিত তান্ত্ৰিক দেৱদেৱী সকলক কি দৰে ৰূপায়িত কৰিব লাগে তাৰ নিৰ্দেশ পোৱা যায়। কামৰূপত বিশেষকৈ কামাখ্যা মন্দিৰৰ অনেক মূৰ্ত্তি "মঞ্জুশ্ৰী-মুলোকল্পৰ" নিৰ্দেশ অনুসৰি ৰূপায়িত কৰিছিল বুলি ভাবিবলৈ থলি আছে।

প্ৰাচীন কামৰূপৰ বাণ ৰজাৰ মন্ত্ৰী কুভাণ্ডৰ কন্যা চিত্ৰলেখা নিশ্চয় ভাৰতীয় চিত্ৰকলাত পাৰদৰ্শী এগৰাকী বিখ্যাত চিত্ৰশিল্পী আছিল। চিত্ৰলেখাৰ দিনত প্ৰাচীন কামৰূপত যে ভাৰতীয় চাৰুকলাৰ বিশেষ চৰ্চা আছিল তাক আমি আৰু এটা দিশৰ পৰা অনুমান কৰিব পাৰোঁ। চিত্ৰলেখাৰ সখী বাণ দুহিতা ঊষাই পাৰ্বতীৰ পৰা ভাৰতীয় নৃত্যবিদ্যাৰ শিক্ষা লাভ কৰিছিল। দ্বাৰকাৰ কৃষ্ণৰ নাতি অনিৰুদ্ধৰ সৈতে বিবাহৰ পিছত ঊষাই হেনো দ্বাৰকাৰ নাৰীসকলক লাস্য নৃত্যৰ শিক্ষা দান কৰিছিল। সেইকালৰ পৰা দেখা যায় যে প্ৰাচীন কামৰূপত ভাৰতীয় শিল্পশাস্ত্ৰ মতে সঙ্গীত, নৃত্য, চিত্ৰ, ভাস্কৰ্য্য আদি চাৰুকলাৰ বিশেষ চৰ্চা আছিল। কামৰূপৰ প্ৰাচীন নৃপতি সকল যে চাৰুকলাৰ বিশিষ্ট পৃষ্ঠপোষক আছিল তাৰ যথেষ্ট উদ্ধৃতি পোৱা যায়। কামৰূপাধিপতি ভাস্কৰ বৰ্মণে কামৰূপলৈ অহা লি-ই-পিয়াও ( Li-Yi-Pias ) আৰু ৱাং-হিউৱেনছে ( Wang-Himan-Tse ) ক লাও-চেও ( Lao-Tse ) প্ৰতিকৃতিৰ এখন চিত্ৰ বিচাৰিছিল।

"নগাওঁ গ্ৰাণ্টৰ" তামৰ ফলিত পোৱা যায় যে বনমালাই এলানি প্ৰাসাদ নিৰ্মাণ কৰাইছিল। এই প্ৰাসাদবোৰ আছিল পৃথিবীত অতুলনীয় কিন্তু আছিল সকলোবোৰ সমান আৰু দৃঢ়ভাবে প্ৰতিষ্ঠিত; প্ৰাসাদবোৰৰ কুঠৰীবোৰ আছিল অগণন;

প্ৰাসাদবোৰ অলংকৃত কৰা আছিল আৰু আছিল সেইবোৰত সম্পূৰ্ণকৈ অসংখ্য বাস্তৱ চিত্ৰ। বনমালাৰ তেজপুৰ গ্ৰাণ্টতো অংকিত কামৰূপৰ চিত্ৰৰ উল্লেখ আছে। নিধানপুৰ গ্ৰাণ্ট ( ৭ম শতাব্দী ) চিত্ৰেৰে সুশোভিতকৈ সজোৱা আছিল।

ইয়াৰ বাহিৰেও পূজাৰ থলিত মণ্ডল চিত্ৰিত কৰাটোও চাৰুকলাৰ অন্তৰ্গত এক কলা আছিল। আধুনিক কিউবিজমৰ দৰে ( cubisen ) মণ্ডলৰ চিত্ৰত গণিত আৰু চাৰুকলাৰ সোণত সুৱগা সংযোগ। কেন্দ্ৰীয় এক ত্ৰিভুজ, চতুৰ্ভুজ আদিৰ সহায়ত থকা এক বিশেষ প্ৰতীক! এই প্ৰতীক পূজা আজিকোপতি প্ৰচলিত হৈ আছে। এই প্ৰতীক পূজাৰ গঢ় হয়তো বা জনজাতীয় লোক কলাৰ বৈখিক চিত্ৰয়ো প্ৰভাৱ বিস্তাৰ নকৰাকৈ থকা নাছিল। দক্ষিণ ভাৰতৰ বিষ্ণু মন্দিৰসমূহত ভগবান কৃষ্ণৰ অস্ত্ৰ সুদৰ্শন চক্ৰই পূজা পাই আহিছে। হিন্দু বিলাকৰ জন্মপ্ৰতিকা, কোষ্ঠিতো মণ্ডল ৰূপায়িত হৈছে আৰু আজিলৈকে হিন্দু চিত্ৰকলাৰ আঁতডাল নিছিগাকৈ সংৰক্ষিত কৰিছে। কামৰূপৰ বিভিন্ন তুলা, সাচিপাতৰ জন্মপত্ৰিকাৰ মণ্ডল আৰু পূজাৰ থলিত অঁকা মণ্ডলবোৰ একত্ৰিত কৰি পৰ্য্যবেক্ষণ কৰিব পাৰিলে কামৰূপৰ চিত্ৰবিদ্যাৰ অনেক কথা হয়তো বা উজ্জ্বল হৈ পৰিব। বৈদিক ক্ৰিয়া কাণ্ডৰ এই জ্যৈমিতিক ৰূপ বা যন্ত্ৰ দেৱমূৰ্ত্তিতকৈ অধিক প্ৰতীয়মান প্ৰতীক বুলি হিন্দু সাধকসকলে আৰু বৌদ্ধ সাধকসকলে সমান বিশ্বাস কৰিছিল। শংকৰাচাৰ্য্যই তেওঁৰ সাধনাত নিজেই জ্যৈমিতিক প্ৰতীক ( শ্ৰীচক্ৰ ) ব্যৱহাৰ কৰিছিল বুলি পোৱা যায়। সেয়ে যন্ত্ৰৰ অলংকৃত ৰূপ মণ্ডল বা ৰাশিচক্ৰৰ চিত্ৰণ ইমান ব্যাপক আৰু সজীৱ হৈ আজিলৈকে চলি আহিছে।

মহাযান পন্থী তিব্বতৰ বৌদ্ধ ধৰ্মৰ তথা হিন্দু ধৰ্মৰ বাবে পদ্ম এক বিশেষ জ্ঞানৰ প্ৰতীক স্বৰূপ হৈ ভাৰতীয় ভাস্কৰ্য্য আৰু চিত্ৰশিল্পত এক বিশিষ্ট স্থান অধিকাৰ কৰি আছে। এই পদ্মৰ প্ৰতীক কামৰূপৰ ভাস্কৰ্য্য, স্থাপত্য আৰু চিত্ৰশিল্পতো যৎকিঞ্চিত ৰূপান্তৰিত হৈ মন্দিৰৰ কলচী, দেৱদেৱতাৰ আসন আদি অলঙ্কৃত কৰি আহিছে।

এই ভাৰতীয় চিত্ৰকলা আৰু ভাস্কৰ্য্যই ভাৰত গুপ্ত যুগত ( c. 326-6'0 A. D. ) অতি উচ্চ স্তৰত প্ৰতিষ্ঠিত হয়। মন কৰিব লগীয়া কথা হ'ল, এই ডোখৰ কালতে মহাযান বৌদ্ধধৰ্মও উত্তৰৰ নেপাল আৰু তিব্বতত ভালদৰে খিতাপি লয়। এই নেপাল আৰু তিব্বতৰ সৈতে প্ৰাচীন কামৰূপৰ ৰাজনৈতিক আৰু সাংস্কৃতিক ক্ষেত্ৰত ঘনিষ্ঠ সম্বন্ধ আছিল। সেয়ে এফালে ভাৰতৰ বাকীখিনি আৰু আনফালে উত্তৰৰ তিব্বত আৰু নেপালৰ লেনদেনে কামৰূপৰ কলা সংস্কৃতিক ভালদৰে প্ৰভাৱান্বিত

হয়। নেপালৰ ৰাজ দৰবাৰত অসমীয়া ভাওনা পতাৰ তাৎপৰ্য্যই এই দুয়ো দেশৰ মাজত সাংস্কৃতিক বিনিময় প্ৰমাণ কৰে। (B প্ৰাচীন কামৰূপৰ চিত্ৰসমূহ আদিতে যেৰত খুউৰা কাঠৰ ফলিত বা মাটিৰ ফলিত আঁকিছিল বুলি আলোচনা কৰা হৈছে। পিছলৈ তুলাপাত আৰু সাঁচিপাতত চিত্ৰ আঁকৰলৈ লওঁতেও কামৰূপী চিত্ৰকৰে একে পূৰ্ব্বাপৰ প্ৰচলিত ( mural painting ) চিত্ৰশালাৰ চিত্ৰ অঁকা ( frasco ) পদ্ধতিৰেই অঁকা বুলি অনুমান কৰা হৈছে। একাদশ শতিকালৈ প্ৰচলিত ভাৰতীয় চিত্ৰকলাৰ এই বুনিয়াদী পদ্ধতিয়ে আদিত সুক্ষ্ম কিন্তু স্পষ্টভাবে দক্ষিণ ভাৰতত অটুত থাকিল। কিন্তু পুৰে ভাৰত তথা কামৰূপত চিত্ৰিকা স্বৰূপে সচিত্ৰ পুথিত আৰু দুটা শতাব্দী চৰ্চিত হ'ল।

---

# সঙ্গীত

**শ্ৰীপ্ৰদীপ চলিহা**

নৃত্য-গীত-বাদ্য অথবা সঙ্গীত সংস্কৃতিৰ এটি ঘাই অঙ্গ। আদিৰে পৰা নৃত্য-গীত-বাদ্যৰ দুটা সুঁতি লগে ভাগে বৈ আহিছে। এটিৰ নাম "মাৰ্গ" সঙ্গীত বা শাস্ত্ৰীয় সঙ্গীত আনটিৰ নাম "দেশী" বা লোকসঙ্গীত। পুৰণি কামৰূপ ৰাজ্যত এই দুয়োবিধ সঙ্গীতৰে যথেষ্ঠ প্ৰচলন আছিল। দেশী সঙ্গীতৰ ধাৰাটি বৰ্ত্তমানলৈকে নিচিগা ধাৰেৰে চলি আহিছে কিন্তু মাৰ্গসঙ্গীতৰ ধাৰাটি ৰাজ্যৰ উথান পতনৰ লগত নানা সংকটৰ মাজত পৰি থমকি থমকিহে আহি আছে। বৰ্ত্তমান সময়ত তাৰ চিন সতকাই ধৰাই টান হৈ পৰিছে। সেয়ে ১০ম ১১দশ শতিকাৰ আগৰ মাৰ্গসঙ্গীতৰ ৰূপৰ কোনো কথা নিসন্দেহে সতকাই কোৱা টান। নানা প্ৰমাণ আদিৰ ওপৰত নিৰ্ভৰ কৰিহে সেই বিষয়ে অলপ অচৰপ ক'ব পাৰি। তথাপি নানা ঘাত-প্ৰতিঘাতৰ মাজেৰে আহিও যে প্ৰাচীন কামৰূপী মাৰ্গ সঙ্গীতৰ এটি ক্ষীণ ধাৰা আমাৰ যুগত উপস্থিত হৈছেহি, অবো প্ৰমাণ নথকা নহয়। ইয়াৰ উপৰিও প্ৰাচীন সংস্কৃত পুথি, প্ৰাক্‌শংকৰী কবি সকলৰ ৰচনা, বৌদ্ধ চৰ্য্যাগীত, কামৰূপৰ নৰপতিসকলৰ তাম্ৰ ফলি, শিলামূৰ্ত্তি, শিলালেখ, বিদেশী ভ্ৰমণকাৰী সকলৰ ভ্ৰমণটোকা আদিৰ পৰাও ইয়াৰ ৰূপৰ অলপ অচৰপ আভাস আমি পাওঁ। এই সকলোবোৰৰ সমল গোটাই একেলগ কৰিলে আমি ক'ব পাৰো যে, প্ৰাচীন কামৰূপৰাজ্যত ভাৰতীয় মাৰ্গসঙ্গীতৰ এটি সুষ্ঠ আৰু সুন্দৰৰূপে বহুলভাবে প্ৰচলিত আছিল।

প্ৰায় ৫ম-৬ষ্ঠ শতিকামানত লৌহিত্যৰ তীৰত কামৰূপত ৰচনা কৰা পালকাপ্য মুনিৰ 'হস্ত্যায়ুৰ্ব্বেদ' পুথিতো কামৰূপৰ নৃত্য-গীত-বাদ্যৰ কথাৰ উল্লেখ আছে। পৰাচলতে কিন্তু ই এখন হস্তি চিকিৎসাৰ পুথিহে। প্ৰসঙ্গক্ৰমেহে সঙ্গীতৰ কথাও উল্লেখ কৰিছে।

সপ্তম শতিকাত কামৰূপ ভ্ৰমণ কৰিবলৈ অহা চীন পৰিব্ৰাজক হিউৱেন-চাঙৰ ভ্ৰমণটোকাত উল্লেখ আছে যে, তেওঁক কামৰূপাধিপতি ভাস্কৰ বৰ্ম্মাৰ ৰাজসভাত প্ৰতি দিনে নৃত্যগীতেৰে আদৰণি জনোৱা হৈছিল। চীন পৰিব্ৰাজক জনাই সেই সময়ত হেনো কামৰূপী শিল্পীৰ মুখত এজন চীন ৰাজকুমাৰৰ বীৰ গাথাও শুনিবলৈ পাইছিল। সুদূৰ চীনদেশৰ ৰাজকোঁৱৰৰ বীৰত্বকাহিনীৰ গীত আহি পুৰাকালৰ ৰাজ্য কামৰূপত থিতাপি লোৱা কথাটো এটি মন কৰিবলগীয়া কথা। ইয়াৰ পৰা অনুমান

কৰিব পাৰি যে, সেই সময়ৰ সঙ্গীতৰ সুষ্ঠ পৰিবেশৰ কাৰণে কামৰূপৰ সুৰশিল্পীয়ে আন ৰাজ্যৰ সুৰ সম্ভাৰ আহৰণ কৰি আনি নিজৰ সঙ্গীতেৰে সমন্বয় ঘটাই নিজৰ সঙ্গীতৰ ভৰাল চহকী কৰিবলৈ কুণ্ঠাবোধ কৰা নাছিল। সুৰৰ লগতে গীতৰ মনোৰম সাহিত্যয়ো হয়তো কামৰূপত অনুপ্ৰবেশ কৰিছিলহি। কামৰূপৰাজ ভাস্কৰবৰ্মাও নিজে এজন সঙ্গীতৰ পৃষ্ঠপোষক আছিল।

নৱম শতিকাৰ বনমাল বৰ্মাৰ তামৰ ফলিত “দলুহাঙ্গনা” (দেওঘৰৰ নটী)-ৰ উল্লেখ আৰু লৌহিত্য নৌকাৰলীৰ উপমাত “নৰ্ত্তক পুৰুষৰ আগমনত নটীসকলৰ উৎকম্পা বৃদ্ধিৰ কথা কোৱা হৈছে। ইয়াৰ পৰাই অনুমান হয় যে সেই সময়ত নট-নটীসকল জনপ্ৰিয় আছিল।

সেই একেজন ৰজাৰ তামৰ ফলিত নাচনী, প্ৰজ্ঞা (বৃত্তিয়াল মানুহৰ) সমন্বিতে হাটকশূলী শিৱৰ মন্দিৰ পুনৰ্নিমাণ কৰি, প্ৰতিষ্ঠাৰ কথাৰ উল্লেখ আছে। সেই ফলিতেই গীত বাদ্যৰ ধ্বনিৰে নিনাদিত মন্দিৰৰ কথাৰ উল্লেখো পোৱা যায়।

প্ৰায ১ দশ শতিকামানৰ ৰজা ইন্দ্ৰপালৰ তামৰফলিত ইন্দ্ৰপালক উপনামৰ তালিকাত বীৰত্বব্যঞ্জক নাম “ধনুৰ্ধৰৈক পাৰ্থ”, “নৰসিংহ বিক্ৰম” আদি বোলাৰ লগতে শিল্পীসূচক নাম “অনৱদ্যাবিদ্যাধৰ”, “কলাবিলাসিনী-সুভগ” আদিও বোলা হৈছে।

সেই শতিকাৰে ৰত্নপালৰ তামৰফলিত প্ৰাৰম্ভতে নটৰাজ শঙ্কৰক প্ৰণাম জনোৱা হৈছে। সেই প্ৰণাম শ্লোকত উল্লিখিত বৰ্ণনাৰ এটি কথা বিশেষ ভাবে মন কৰিব লগীয়া। তাত কোৱা হৈছে—“যিজনে সোৰ অশ্বত আৰূঢ় হোৱাৰ দৰে শুভ তাণ্ডৱগতি প্ৰদৰ্শন কৰি আছে’...ইত্যাদি। এই কথাই তাণ্ডৱনৰ্ত্তনৰ ঘাই কৰণ অশ্বোৎপ্লৱন আৰু তুৰঙ্গিণী গতিৰ ইঙ্গিত দিছে। মাৰ্গ নৃত্যৰ শিৱতাণ্ডৱৰ লগত প্ৰত্যক্ষ পৰিচয় নোথা কলে নৃত্যৰ এনে বাস্তৱ ইঙ্গিত দিয়া সম্ভৱ নহয়। প্ৰশস্তি ৰচয়িতাৰ সেই সময়ৰ কামৰূপী মাৰ্গ-নৃত্যৰ লগত পৰিচয় থকা কথা অনুমান হয়।

কালিকাপুৰাণ আৰু যোগিনী তন্ত্ৰ, এই দুখন কামৰূপত ৰচিত প্ৰামাণ্যগ্ৰন্থ। যোগিনী তন্ত্ৰৰ ৰচনাকাল কালিকাপুৰাণতকৈ কিছু পিছৰ বুলি পণ্ডিতসকলে অনুমান কৰে। দুয়োখন বিখ্যাত পুথিতেই নানা প্ৰসঙ্গত নৃত্য-গীত-বাদ্যৰ বিষয়ে উল্লেখ আছে। ইয়াৰ পৰাও আমি কামৰূপৰ নৃত্য-গীত-বাদ্যৰ কিছু সম্ভেদ পাওঁ।

কালিকাপুৰাণে শৰতৰ দেৱী পক্ষত গীত বাদ্য-সহকাৰে দেৱীৰ পূজাৰ বিধান দিছে। লগতে কৈছে যে, ৰজাসকলে নিজৰ পৰাক্ৰম, বলবিক্ৰম বৃদ্ধিৰ কাৰণে আৰু

সৈন সকলৰ বলবৃদ্ধিৰ কাৰণে সালংকৃতা নাৰীসকলৰ দ্বাৰাই নৃত্য-গীত, ক্ৰীড়া-কৌতুকেৰে মঙ্গলাচৰণ কৰিব লাগে।

ইয়াৰ উপৰিও কালিকাপুৰাণত বিজয়া দশমীৰ দিনা শবৰোৎসৱৰ নৃত্য-গীতৰ বহুল বৰ্ণনা দিছে। অৱশ্যে শবৰোৎসৱৰ নৃত্য-গীতক মাৰ্গ-সঙ্গীত বুলি ভাবিবৰ থল নাই। সেই বৰ্ণনাত শবৰসকলৰ দৰে গছৰ পাত-পাখি, গাত বোকা-মাটি, ঢোল-তাল বজাই পূৰ্ণ উদ্যমেৰে অশ্লীল অঙ্গভঙ্গীৰে গীত গাই নাচিব লাগে। গীতত যৌনাঙ্গৰ নাম কৈ যৌনলীলাৰ গীত গাব লাগে। শেহত নৰ্ত্তক-নৰ্তকীসকলে শংখ, তূৰ্য্য-মৃদঙ্গৰ ধ্বনিৰে নাচি-গাই উৎসৱৰ সমাপ্তি কৰিব লাগে।

যোগিনী তন্ত্ৰত হয়গ্ৰীৱ মাধৱৰ স্থান মনিকূটৰ বৰ্ণনাত কোৱা হৈছে যে, ঠাইডোখৰ "বীণা, বেণু, মৃদঙ্গৰ ধ্বনিৰে মুখৰিত হৈ সদায় উৎসৱ মুখৰ হৈ থাকে।"

ইয়াৰ বাহিৰেও মনিকূটৰ হয়গ্ৰীৱমাধৱ মন্দিৰৰ দেৱদাসী সকলৰ নৃত্যাধ্যয়ৰ পৰাও সেই যুগৰ মাৰ্গ নৃত্য-গীত-বাদ্যৰ কিছুকথা জানিব পাৰো। হাজোৰ দেৱদাসী সকলৰ নৃত্যৰ প্ৰথা আজি লোপ পালেও, সেই নৃত্যৰ আৰ্হিমতে গঢ় লোৱা অসমৰ সত্ৰ সমূহৰ নটুৱানৃত্য আজিও চলি আছে। নটুৱা নৃত্যৰ পৰাই আমি প্ৰাচীন কালৰ দেৱদাসী নৃত্যৰ কিছু কথা থাৱৰ কৰিব পাৰো। তাৰোপৰি প্ৰাচীন নটসংপ্ৰদায়ৰ লোক, বৰ্ত্তমান গায়নঢোলাৰ বয়সীয়াল লোকৰ স্মৃতিৰ পৰাও সেই নৃত্যগীতৰ এটি আভাস আমি পাব পাৰো। এই বিষয়ে পিছত আলোচনা কৰিম।

অষ্টম শতিকাৰ প্ৰাৰম্ভৰে পৰা প্ৰায় একাদশ শতিকালৈ ৰচনা কৰা বৌদ্ধ সিদ্ধাচাৰ্য্যসকলৰ গীতৰ সংগ্ৰহ 'চৰ্য্যাচৰ্য্যবিনিশ্চয়" বা চৰ্য্যাগীতৰ সংগ্ৰহৰ পুথিত সেই যুগৰ পূৰ্ব ভাৰতৰ গীতৰাগ আদিৰ সুন্দৰ উদাহৰণ পোৱা যায়। ১৯03 চনত মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে নেপালত এই চৰ্য্যাচৰ্য্য বিনিশ্চয় পুথিখনি উদ্ধাৰ কৰে। ইয়াত মুঠতে ৪৬।। টা গীত অৰ্থাৎ ৪৬টা পুৰা গীতৰ উপৰি এটি আধৰুৱা গীত পোৱা গৈছে। ইয়াৰ বহুদিন পাছত পণ্ডিত প্ৰবোধচন্দ্ৰ বাগচীদেৱে সেই নেপালতেই মূল চৰ্য্যাগীতৰ তিব্বতীয় অনুবাদ পুথি এখনি উদ্ধাৰ কৰে। এই তিব্বতী অনুবাদত কিন্তু পুৰা ৫১টি গীত পোৱা গৈছে। মূলতে বোধহয় গীতৰ সংখ্যা ৫১টিয়েই আছিল। এই চৰ্য্যাগীতখনিৰ ভাষা মাগধী অপভ্ৰংশ অৰ্থাৎ ইয়াৰ ভাষা অসমীয়া, বাঙ্গালী, উড়িয়া ভাষাৰ আদিম ৰূপ। গতিকে এই গীতখিনিক অসমীয়া আদিমগীত বুলি দাবী কৰিবৰ থল আছে। ইয়াৰ উপৰিও এই গীতৰ ৰচয়িতা কেইবাজন সিদ্ধ পূৰ্বাগ কামৰূপ ৰাজ্যৰ মানুহ বুলি পণ্ডিতসকলে থাৱৰ কৰিছে। এই পুথিখিনিৰ বিষয়ে অলপ বহলাই আলোচনা কৰাৰ কাৰণ হ'ল যে

এই খিনিয়েই প্ৰাচীন কামৰূপত চলা এখন বিখ্যাত গীতৰ পুথি। ইয়াৰ প্ৰতিটো গীতৰ লগত ৰাগৰ নামৰ উল্লেখ আছে। সেই প্ৰাচীন যুগত ৮ম শতিকাৰ পৰা ১১দশ শতিকা মানলৈকে ই কামৰূপত প্ৰচলিত হৈছিল। সেই কাৰণেই বৰ্ত্তমানৰ ওজাপালীৰ ওস্তাসকলৰ গীতৰ ৰাগৰ লগত এই পুথিৰ ৰাগৰ নামৰ অতি বেছি সাদৃশ্য আছে। অৱশ্যে তাহানিৰ গীতৰ গায়ন পদ্ধতি বা ৰাগৰ ৰূপ কেনে আছিল তাক জনাৰ কোনো উপায় নাই। আজিও ওজাসকলে গোৱা ৰাগ সেই নামৰ পুৰণি ৰাগৰে প্ৰতিধ্বনি বুলি অনুমান কৰিবহে পাৰি।

এই চৰ্য্যাগীতি সংগ্ৰহত পোৱা গীতৰ ৰাগৰ তালিকা এনে ধৰণৰ: পটমঞ্জৰী, গাউৰা বা গৱৰা, আৰু, গুঞ্জৰী বা গুঞ্জৰী, দেৱক্ৰী, দেশাখ, কামোদ, ধানসী বা ধনশ্ৰী, ৰামক্ৰী, বলাতী বা বৰাড়ী, শবৰী, মল্লাৰী, মালসী, বঙ্গাল, ভৈৰবী। দুটা ৰাগৰ সৃষ্ট মিশ্ৰ-ৰাগ—মালসী গবুৰা, বাহ্ন-গুঞ্জৰী।

ইয়াৰ কিছুদিনৰ পাছৰ পুৰ ভাৰতৰ বহুল প্ৰচলিত তেনে ভাষাৰে গীতৰ পুথি বড়ু চণ্ডীদাসৰ শ্ৰীকৃষ্ণ কীৰ্ত্তনৰ গীততো প্ৰায় একে ৰাগৰে উল্লেখ পোৱা যায়। ৰাগ নামে এনে ধৰণৰ: দেশাখ, বৰাড়ী, ভুজ্জৰী, বিভাগ, ককু, কোড়া, বঙ্গাল, পাহিৰি, আহেৰ, ৰামগিৰি, ধানুষী (ধনশ্ৰী) মালৱ (মালসী) বেলাৱলী, কেদাৰ, মল্লাৰ, ভাটিয়ালী, ললিত, বসন্ত, ভৈৰবী, শ্ৰী, সিন্ধোৰা (সিন্ধুৰা) পটমঞ্জৰী। ইয়াৰ বাহিৰে মিশ্ৰৰাগৰো নাম পোৱা যায়: দেশ-বৰাড়ী, বিভাষ-ককু, ককু-গুজ্জৰী আদি। এই পুথিত পুৱ ভাৰতত তেতিয়া প্ৰচলিত কিছু তালৰ নামো পোৱা গৈছে। যেনে—জতি, একতাল, ৰূপক, অষ্টতাল, আড়ুকুক, কুড়ুকুক আদি।

এই জাগৰ উৎসৱৰ উল্লেখ প্ৰাচীন কামৰূপত বিৰচিত গ্ৰন্থ বেদাচাৰ্য্যৰ স্মৃতি ৰত্নাকৰ পুথিতো পোৱা যায়। এই গ্ৰন্থত বিষ্ণুৰ জাগৰ অনুষ্ঠানৰ বিধান বৰ্ণনা কৰা হৈছে। সেই বিধানত বিষ্ণুৰ জাগৰ অনুষ্ঠানত সাধুসকলেৰে লগ লাগি বাদ্য সহকাৰে নৃত্য-গীত কৰাটো নিতান্ত কৰ্ত্তব্য বুলি কোৱা হৈছে আৰু লগতে তেনে নৃত্যগীতত যোগ নিদিলে পাপত মগ্ন হৈ কেনে কেনে শাস্তি ভুগিব লাগে সেই কথাও সকিয়াই কৈছে। এই কথাই পুৰণি কামৰূপৰ ধৰ্ম্মৰ লগতে শাস্ত্ৰীয় নৃত্য-গীতকো খুব প্ৰাধান্য দিয়া কথা বুজাইছে।

স শাস্ত্ৰং জাগৰং যস্য নৃত্য গন্ধৰ্ব্ব সংযুতম্
সবাদ্যং তালসংযুক্তং সদীপং সাধুভিযুতম্ ॥

• • •

যো ন নৃত্যতি মূঢ়াত্মা পুৰতো জাগৰে হৰেঃ
পঙ্গু ত্বং তস্য জানীহি সপ্তজন্মানি পাৰ্বতি ॥
য পুনঃ কুৰুতে গীতং নৃত্যং জাগৰণে হৰেঃ
ব্ৰাহ্ম্যপদং তদীয়ঞ্চ মদীয়ন্তস্য বৈষ্ণৱম্ ॥

অতি পুৰাণিকালৰ উৎসৱ আজিও নৃত্যগীতেৰে পালন কৰালৈ চাই কব পাৰি ব্যাহওজা সকলৰ নৃত্যগীতৰ ধাৰা সেই পুৰণিকালৰে পৰা অবিচ্ছিন্নভাবে চলি আহিছে। এই শ্লোকৰ - "স শাস্ত্ৰং জাগৰং যস্য নৃত্য গন্ধৰ্ব সংযুতম্" বাক্যটিৰ পৰা পুৰাণি কামৰূপৰ মাৰ্গ সঙ্গীতৰ কথা বুজিব পাৰি।

ভাৰতীয় সঙ্গীত শাস্ত্ৰত স্বৰক উদাত্ত অনুদাত্ত আৰু স্বৰিত এই তিনি ভাগত ভগাইছে। বৰ্তমান যুগত তাক উদাৰা, মুদাৰা, তাৰা বোলা হয়। ব্যাহৰ ওজা-সকলেও স্বৰক 'ঘোৰ' "মন্দ্ৰ" 'তাৰ' এই তিনিভাগত ভগায়। তেওঁলোকৰ মতে 'ঘোৰ"ৰ উৎপত্তি নাভিৰপৰা, 'মন্দ্ৰ'ৰ উৎপত্তি বুকুৰ পৰা, তাৰ'ৰ উৎপত্তি তালুৰ পৰা। ব্যাহৰ ওজাসকলৰ বহুতৰ প্ৰবচনত সপ্ত স্বৰৰ কথা থাকিলেও অথবা, বয়সীয়াল ওজাসকলৰ বহুতৰে এই বিষয়ে অলপ আচৰপ জ্ঞান থাকিলেও, প্ৰয়োগৰ ক্ষেত্ৰত কিন্তু সপ্তস্বৰৰ শুদ্ধ ব্যৱহাৰ বৰ্ত্তমান ব্যাহগীতত পোৱা নেযায়। হয়তো বা চৰ্চাৰ অভাৱত লোপ পাইছে।

ব্যাহৰ ওজাসকলৰ গায়ন পদ্ধতি, ৰাগৰ ঢং, গুৰু প্ৰণামৰ ৰীতি, গীতৰ বিষয়-বস্তু আদিলৈ মন কৰিলে নিঃসন্দেহে কব পাৰি যে, ব্যাহ গোৱা ওজাসকলৰ (বিশেষকৈ প্ৰতি দৰং অঞ্চলৰ) গীত ৰাগ পদ্ধতি নৱবৈষ্ণৱ প্ৰভাৱৰ পৰা সম্পূৰ্ণ মুক্ত। তেওঁলোকৰ গায়ন-পদ্ধতি, গীতৰ ৰাগ, ৰাগৰ মালিতা, আদি প্ৰাচীনকালৰ পুৰভাৰতীয় তথা কামৰূপীয় সঙ্গীতৰ ঐতিহ্যবাহী গীত। এই ব্যাহগোৱা ওজা-সকলৰ গীতৰ পৰাই পুৰণি কামৰূপৰ সঙ্গীতৰ এটি আভাস পাওঁ।

ওপৰত উনুকিওৱা কণ্ঠ সঙ্গীতৰ আৰু ৰাগৰ কথাখিনি চালি-জাৰি চালে এই মতত উপনীত হব পাৰি যে—পুৰাণি কামৰূপ ৰাজ্যত বহু শতাব্দীৰ আগৰে পৰা মাৰ্গ সঙ্গীতৰ চৰ্চা আছিল। তাৰে এটি ক্ষীণ সুঁতি বৰ্ত্তমানেও জীয়াই আছে আৰু সি পূৰ্বৰেপৰা বৰ্ত্তমানলৈ ধাৰাবাহিকৰূপে চলি আছে— সি হৈছে ব্যাহ-গীত।

ইয়াৰ বাহিৰে, বহু পুৰাণিকালৰে পৰা চলি অহা, যোগিনীতন্ত্ৰ আদিত উল্লেখ থকা হাজোৰ মাধৱ মন্দিৰৰ দেৱদাসী সকলৰ নৃত্যগীতৰ পৰাও আমি প্ৰাচীন সঙ্গীতৰ কিছু আভাস পাওঁ। বৰ্ত্তমানেও হয়গ্ৰীৱ মাধৱৰ মন্দিৰৰ পুৰাণি শিলৰ ভেটিয়ে ৮ম ৯ম শতিকাৰ বুলি চিনাকি দিয়ে। নৃত্যগীতপ্ৰিয় হয়গ্ৰীৱৰ লগত দেৱদাসী

প্ৰথাৰ সম্বন্ধ বহুদিনীয়া। সেয়ে হাজোৰ নৃত্যগীতৰ প্ৰভাৱ অসমৰ সত্ৰসমূহৰ ওপৰতো সুস্পষ্ট। শ্ৰীশংকৰদেৱে প্ৰচলন কৰোৱা কথিত "নামঘৰ"ৰ থাপনা থকা দেৱগৃহৰ নাম 'মনিকূট'। আমাৰ বিশ্বাস এই মনিকূট শব্দই মাধৱৰ নিবাসস্থান মনিকূটৰ কথাকে সোঁৱৰায়। মাধৱ য'তে বাস কৰে সেয়ে মনিকূট।

হয়গ্ৰীৱ নৃত্যগীতপ্ৰিয় দেৱতা। বৰ্ত্তমান যুগতো দক্ষিণ ভাৰতৰ নৃত্যশিল্পীসকলে নৃত্যৰ আগতে নটৰাজ শিৱক নমস্কাৰ কৰাৰ লগতে নৃত্য-গীতৰ দেৱতা বুলি হয়গ্ৰীৱক সুঁৱৰি লয়।

''জ্ঞানানন্দময়ং দেৱং নিৰ্মলস্ফটিক কৃতিম
আধাৰং সৰ্ববিদ্যানাং হয়গ্ৰীৱং উপাস্মহে ॥"

হাজোৰ নৃত্য-গীতৰ প্ৰচলন বৰ্তমান লোপ পালে। অতি প্ৰাচীনকালৰ তেওঁলোকৰ গীতৰ চানেকি বৰ্তমানলৈকে পোৱা হোৱা নাই যদিও মধ্যযুগৰ গীতৰ চানেকি পোৱা যায়। কিছুমান গীতৰ ভণিতাত গীতৰচকৰ নামো পোৱা যায়।

## বাদ্যযন্ত্র

প্ৰাচীন কামৰূপৰ নৃত্যগীতৰ লগত সংযোগ কৰা বাদ্যযন্ত্ৰৰ নামো আমি আগৰ উৎসৰ পৰাই পাব পাৰো।

কালিকাপুৰাণ, যোগিনীতন্ত্ৰ আদিত—বীণা, বেণুপটাহ, তুৰ্য্য, শঙ্খ, মৃদঙ্গ আদিৰ উল্লেখ পোৱা যায়।

বৌদ্ধ চৰ্য্যাচৰ্য্য বিনিশ্চয় পুথিতো পূৰ্বভাৰত তথা কামৰূপত সেইকালত প্ৰচলিত বাদ্য যন্ত্ৰৰ নাম পাওঁ। যেনে—ডম্বৰু, নেপুৰ, হেৰুকবীণা, পটহ, মাদল, ঘণ্টা, দুন্দুভি।

সেইকালৰ যোগী সকলে ভৰিত নেপুৰ পিন্ধি, ডম্বৰু আৰু ঘণ্টা, বজাই নচাৰ কথাও পাওঁ। যেনে :—

নাড়ী শক্তি দিঢ় ধৰিব অ খ ট্ট
অনহা ডমৰু বজাই বীৰনাদে"
..."আলিকালি ঘণ্টা নেউৰ চৰণে ইত্যাদি।

( ডমৰু = ডম্বৰু ; নেউৰ = নেপুৰ ; ঘণ্টা = ঘণ্টা, টিলিঙা )

সেই যুগত লাওটোকাৰী বা লাওৰ খোলাত গুণা লগাই কৰা বীণা জাতীয় বাদ্য যন্ত্ৰৰ প্ৰচলন আছিল।

"সুজ লাউ সসি লাগেলি তান্তী
অনহা দান্তী এফি কিয়ত অৱধূতী ॥
বাজই আলোসহি হেৰুঅ বীণা
সুন তান্তীধুনি বিলসই ৰুণা" ॥

( লাউ = লাও ; তান্তী = গুণা, তন্ত্ৰী ; হেৰুঅবীণা = হেৰুকবীণা ; তান্তীধুনি = তন্ত্ৰীধ্বনি, বীণৰ শব্দ, আকো—

"ভৱ নিব্বাণে পড়হ মাদলা
মনপৱন বেণী কৰণ্তকশলা।
জয় জয় দুন্দুহি সাদ উছলিআ
কাহ্ন ডোম্বী বিবাহে চলিআ ॥

( পড়হ = পটহ ; মাদলা = মাদল ; কৰণ্তকশলা = ঢোলৰমাৰি ; দুন্দুহি = দুন্দুভি )

প্ৰাচীন কামৰূপ ৰাজ্যৰ প্ৰাকৃশঙ্কৰী কবি—মাধৱকন্দলি, হৰিবৰ বিপ্ৰ আদিৰ পুথিত এনেবোৰ বাদ্যযন্ত্ৰৰ নাম পাওঁ। যেনে—কাহালি, ভেৰী, শিঙা, শংখ, বাঁহী টোকাৰী, ৰুদ্ৰবিপঞ্চী, দোতাৰা, বীণা, কেন্দেৰা, টুপেচী, মোহৰী, ঝিজিৰি, ঢাক, ঢোল, ডগৰ, তবল, দগিড, ভেমচ, ক্ষেমচ, ডম্বৰু, ঝাঝৰ, ৰামতাল, কৰতাল।

# নৃত্য

পুৰণি কামৰূপ ৰাজ্যৰ নৃত্যৰ কথা কবলৈ গলে প্ৰথমেই উল্লেখ কৰিব লাগিব দেশী নৃত্য বা লোকনৃত্যৰ কথা। অসমৰ আদিম অধিবাসী সকলোৰে নিজৰ নিজৰ স্বকীয়া নৃত্য আছে। এই বিলাক পুৰণি কালৰে পৰা ধাৰাবাহিকৰূপে চলি অহাই সম্ভৱ। এই লোকনৃত্য বিলাক, নিজস্ব বাদ্যযন্ত্ৰসহকাৰে আজিও তেওঁলোকৰ মাজত জনপ্ৰিয়হৈ চলি আছে।

কিন্তু পুৰণি কামৰূপৰ মাৰ্গনৃত্যৰ কথা কবলৈ গলে অলপ ভাবিব লগীয়া হয়। কিয়নো তেনে নৃত্যৰ হুবহু ধাৰাটো মাজে মাজে থমকি বৈ আহিছে। সেই নৃত্যৰে এটি ক্ষীণ স্মৃতি বা তেনে নৃত্যৰে আলমত গঢ়লোৱা নৃত্যৰ ধাৰা এটি আমাৰ যুগতো থকাৰ সন্দেহ আমি পাওঁ। এইবিলাকৰ পৰাই আমি প্ৰাচীন কামৰূপৰ নৃত্যৰ কিছু আভাস পাব পাৰো। অষ্টম শতাব্দীৰ পৰা একাদশ শতাব্দীলৈ গঠন হোৱা অসমৰ শিলামূৰ্ত্তি সমূহেও আমাক কি আভাস দিয়ে।

আমি আগতেই কৈ আহিছো যে অসমৰ ওজাপালি অনুষ্ঠান অতি পুৰণি! ইয়াৰ ওপৰত নৱবৈষ্ণৱ প্ৰভাৱ অতিক্ৰম। তেওঁলোকৰ গীতৰ লগে লগে নৃত্যচৰ্চাও পূৰ্বৰে পৰা চলি আহিছে। অৱশ্যে স্বীকাৰ কৰিব লাগিব যে, এই সুদীৰ্ঘকাল হোৱাত এই নৃত্যই বহু ঘাত-প্ৰতিঘাত অনাদৰ-অৱহেলা সহ্যকৰি আহি থাকোতে আগৰ সৌন্দৰ্য্য বহুখিনি হেৰুৱাই পেলালে। তথাপি এই ব্যাহগোৱা ওজাপালী নৃত্য নাট্যশাস্ত্ৰৰ মাৰ্গ নৃত্যৰ বহুতখিনি সমল অম্লিন ভাবে পোৱা যায়। বিশেষকৈ তেওঁলোকৰ নৃত্যত ব্যৱহৃত হস্ত, কৰণ, চাৰী, গতি, উৎপ্লবন, ভ্ৰমৰী আদি মাৰ্গ-নৃত্যৰ পদ্ধতি সম্মত। ওজা সকলে বৰ্তমান যুগত সংস্কৃত নামৰ সলনি অসমীয়া শব্দৰে এইবিলাকৰ নিজা নামকৰণ কৰি লৈছে। সেইয়ে যেনে—নৃত্যৰ 'গতিক তেওঁলোকে উলিয়াবলৈ অলপ কষ্ট কৰিব সেই দৰেই দৃষ্টি বা চক্ষুকৰ্মক 'চখু' (চকু), কুট্টনমক 'চুলন' ৰোমণ্ডলক 'আসন', আদি বোলে। নৃত্যৰ হস্তসমূহক আজিকালি আধাৰণতে মুদ্ৰাই বোলা হয়। এইবোৰ কাৰণতেই ওজাপালি ৰচিত মাৰ্গনৃত্যৰ গজলীলা গতিক হাথী (হাতী) বুলন, ময়ূৰীগতিক—মৈৰাবুলন ("মৈৰাৰ গমণে বালা যায়ৰে যায়"—শংকৰ নাৰায়ণৰ পদ) পাউৰা (পাৰচৰাই) বুলন ("আউৰ এক নাচন নাচে পাউৰাবুলিয়া দেওধনী নাচৰ পদ) খঞ্জনগতি—ধুপুনি (বালি-মাহীচৰাই) বুলন। সেই দৰেই সাচীদৃষ্টিক—মদনচখু (প্ৰেমৰ বেকা চাৱনি, মদন

প্ৰেমৰ দেৱতা )। অনুৰক্ত দৃষ্টি = ঘাঁটা চক্ষু, আদি নামকৰণ কৰি লৈছে। নটুৱা নাচৰ বা দেৱবাসী নাচৰ মাটি আথৰা আদিৰো তেনে অসমীয়া নামেই পোৱা যায়। ইয়াৰ কাৰণো নোহোৱা নহয়। উদাহৰণ স্বৰূপে লব পাৰি। "মৃগপ্ৰেক্ষণ" ( ডিঙি বেকাকৈ পাছলৈ পহুৰে চোৱাৰ দৰে চাৱনি। বিনিয়োগ—প্ৰেমৰ চাৱনি )।

নৃত্যবিদ্যা গুৰুমুখী বিদ্যা। গুৰুৰ পাদপীঠত বহিহে এই বিদ্যা শিকিব পাৰি। গুৰুৱে শিষ্যক বুজাবলৈ পহুৰে ঘূৰি চোৱাৰ উপমা দিলে, তৰুণ শিষ্যই নুবুজাৰ আশংকা আছে। কাৰণ বনৰ পহু পৰ্য্যবেক্ষণ কৰিবলৈ দুষ্প্ৰাপ্য জন্তু। সেয়ে সেই চাৱনি বুজাবলৈ গৰুৱে আশ্ৰয় ললে দুষ্প্ৰাপ্য হৰিনাপহুৰ সলনি, সহজলভ্য নেউলৰ। নেউলেও ভয়ত পিছলৈ ঘূৰি ঘূৰি চাই যায়। সেয়ে হৰিনাপহুৰ চাৱনিৰ সলনি নেউলৰ চাৱনি। নাম হল নেউলাচাৱন, তেনেকৈ ডিঙিমেলি চোৱাৰ নাম বগলা ( বগলি ) চাৱন। মৃগপ্ৰেক্ষণ নেউলাচাৱন। নামত সলনি হলেও মূলৰ সলনি হোৱা নাই। এই ওজাপালি নৃত্য মাৰ্গ নৃত্যৰ সকলো অঙ্গ কৰণ অঙ্গহাৰ আদিৰে পৰিপূৰ্ণ স্বয়ংসম্পূৰ্ণ নৃত্য। ইয়াৰ বাহিৰে অসমৰ কোনো নৃত্যই সেই দাবী কৰিব নোৱাৰে। ওজাপালী নাচত ৰস সৃষ্টি কৰা প্ৰচেষ্টাও দেখা যায়।

# অলঙ্কাৰ

প্ৰাচীন যুগৰ সকলো মানুহৰ দৰেই পুৰাণি কামৰূপ-প্ৰাগজ্যোতিষপুৰৰ মানুহো অলংকাৰ প্ৰিয় আছিল। পুৰাণিকালত কামৰূপৰ পুৰুষ-মহিলা উভয়েই অলঙ্কাৰ পিন্ধিছিল। এই অলংকাৰ স্বৰূপ বা গঠন সম্পৰ্কে জানিব খুজিলে আমি বিমোৰত পৰিবলগীয়া হয়। পৰিবৰ্তন হোৱাৰ কাৰণে, মানুহে পুৰাণ অলংকাৰ ভঙাৰ লগে লগে গঢ়ত গঢ়াই লয়। আন পুৰাণ বস্তু অলাগতীয়াল হলে ভৰাল বা পেৰাৰ এচুকত পেলাই থয় কিন্তু সোণৰ অলংকাৰৰ বেলিকা সেইটো হোৱাৰ উপায় নেথাকে। মাটি খান্দোতেও অলংকাৰ পোৱা নেযায় কাৰণ টকা পয়ছাৰ দৰে অলংকাৰ মাটিত পুতি সাঁচি থোৱা নহয়। পুৰাণি অলংকাৰৰ বিষয়ে জানিবলৈ হলে, আমাৰ ঘাই সমল হ'ল শিলৰ মূৰ্ত্তি পুথিৰ বৰ্ণনা বা চিত্ৰ।

দুখৰ বিষয় অসমত ১৫/১৬ শতিকাৰ আগৰ পুথি পোৱা বৰ টান। অসমৰ সেমেকো বতৰ, বানপানী, অতিবৃষ্টি, উঁই-পোক-পৰুৱাৰ প্ৰাচুৰ্য, খেৰাবাহৰ ঘৰ জুই-ধুমুহাৰ, ধ্বংসলীলা—এইবোৰ কাৰণতে সাঁচীপাতৰ পুথি অসমত সৰহ দিন নিটিকে। বৰ্তমান অসমত যি পুৰাণ যুগৰ পুথি পোৱা গৈছে সেইবোৰ সেই পুথিৰ সংস্কৰণ হে। তাৰোপৰি পুথিৰ বৰ্ণনাত কবিয়ে অলঙ্কাৰৰ বৰ্ণনা পূৰ্বৰ ৰীতিমতেই দি যায়। পুথিৰ বৰ্ণনা মতে সেই অলংকাৰ বিলাকৰ প্ৰচলন লিখাৰ দিনত আছিল বুলি নিসন্দেহে ক'ব নোৱাৰি। আহোম যুগত লেখা পুথিত আছে—"শোভে হস্তীদন্ত পত্ৰ দক্ষিণ কৰ্ণত"। আহোম যুগত কাণৰ 'পত্ৰকুণ্ডল'ৰ ব্যৱহাৰ নাছিল। ই সংস্কৃত শ্লোকৰ ভাঙনিহে।

পুৰাণ চিত্ৰৰ বিষয়েও কথা একেটাই। অসমৰ চিত্ৰকলা সাঁচিপাত, কাঠৰ ফলক বা কাপোৰতহে অ'কা হৈছিল। এই সকলোবোৰ সহজে নষ্ট হোৱা বস্তু। আজিলৈকে অসমত আহোম যুগৰ চিত্ৰ আবিষ্কৃত হোৱা নাই। সেয়ে পুৰাণি কামৰূপৰ অলংকাৰৰ বিষয়ে চিত্ৰকলাৰ পৰা সন্ধান পোৱা নেযায়।

সেই কাৰণে কামৰূপৰ অলংকাৰৰ বিষয়ে অধ্যয়ন কৰাৰ আমাৰ ঘাই সমল হ'ল শিলা মূৰ্ত্তিখনি। শিলৰ মূৰ্ত্তিও অসমত বৰ বেছি পৰিমাণে নাই। সচৰাচৰ যি মূৰ্ত্তি আমাৰ চকুত পৰে তাৰ বহুখিনিয়েই ১০ম/১১ দশ শতিকাৰহে অসমত বৈজ্ঞানিক প্ৰণালীৰে ক'তো খনন কাৰ্য্য চলোৱা হোৱা নাই। যি অলপমান গুৱাহাটী নগৰৰ আমবাৰী বোলা ঠাইত আৰম্ভ কৰা হৈছিল, সি আৰম্ভ কৰা হৈছিল, সি আৰম্ভতেই থমকি ৰব লগা হ'ল। ইয়াত আবিষ্কৃত হোৱা মূৰ্তিখিনিও বহু শতাব্দী

আগৰ নহয়। ৯ম/১০ শতিকাৰ বুলিহে অনুমান হয়। অসমত আৱিষ্কৃত বেছি ভাগ মূৰ্ত্তিয়েই দেৱদেৱী, দ্বাৰপাল-দ্বাৰপালিকা আদি দেৱতাৰ মূৰ্ত্তি। সেই মূৰ্ত্তিৰ পৰা মানুহৰ অলঙ্কাৰ বিচাৰ কৰাটো বিপদজনক কথা। কাৰণ যি যুগতেই মূৰ্ত্তি নগঢ়ক লাগে, শিলাকুটিয়ে প্ৰাচীন ধ্যানমন্ত্ৰ আৰু শিল্পতন্ত্ৰৰ নিৰ্দ্দেশ মতেহে মূৰ্ত্তি গঢ়ি তাত অলঙ্কাৰ খুৱাইছিল, আৰু অলঙ্কাৰো ধ্যানৰ মন্ত্ৰৰ মতেহে গঢ়িছিল। সেয়ে দশম শতিকাৰ দেৱমূৰ্ত্তিৰ অলঙ্কাৰ সেই যুগৰ অসমীয়া মানুহৰ অলঙ্কাৰৰ ৰূপ বুলি কব নোৱাৰো। তথাপি আমি ইয়াৰ পৰা, সেই যুগত কোন কোন অঙ্গত অলঙ্কাৰ পিন্ধিছিল তাৰ এটা থুলমূল অনুমান কৰি লব পাৰোঁ। ইয়াৰ উপৰিও আৰু এটা কথা যে, শিল্পীৰ শিল্প ৰচনাত স্থানীয় আৰু সময়ৰ প্ৰভাৱ কিছু পৰিমাণে পৰেই, লাগিলে তেওঁ যিমান সাৱধান নহওক। ই আমাৰ গৱেষণাৰ কাৰণে সুৰধাৰহে কথা। ইয়াৰ প্ৰমাণস্বৰূপে দেখুৱাব পাৰি যে আহোম যুগৰ মূৰ্ত্তিত—অসমীয়া দগ্‌দুগী, মুকুটৰ সুকীয়া গঢ়, মহিষাসুৰৰ মুৰত কোষাপতীয়া পাগ (মোগল পাগ) আৰু ভৰিত 'নাগেৰা' জোতাৰ নিদৰ্শন আছে।

পুৰণি অসমৰ কথা জনাৰ এটি ঘাই উহ হ'ল কামৰূপৰ ৰজাসকলৰ তামৰ ফলি সমূহ। ই এটি অতি উৎকৃষ্ট সমল। কিন্তু কামৰূপৰ জনসাধাৰণৰ অলঙ্কাৰৰ ক্ষেত্ৰত ই প্ৰায় নিমাত। উপমা ছলেৰে কৰ বাত ৰজাৰ মুকুট, শিৰোমণি আদিৰ কথা থাকিলেও সি অতি সামান্য আৰু গতানুগতিক পদ্ধতিৰ বৰ্ণনাহে।

সেই কাৰণে আমি প্ৰাচীন যুগৰ কামৰূপৰ বাসিন্দাসকলৰ (অসমীয়া মানুহৰ) অলঙ্কাৰ সম্বন্ধে বিচাৰোতে কেৱল এঠাইতে আৱদ্ধ নেথাকি, শিলামূৰ্ত্তি, কালিকা-পুৰাণ, যোগিনীতন্ত্ৰ আদি সংস্কৃতপুথি, অসমৰ বৰ্ণনা থকা আন সংস্কৃত সাহিত্যৰ পুথি, বিদেশী ভ্ৰমণকাৰীৰ ভ্ৰমণ টোকা, প্ৰাক্‌শঙ্কৰী কৱিৰ ৰচনা, বৌদ্ধসিদ্ধাচাৰ্য্য সকলৰ চৰ্য্যাগীত, ডাকৰবচন, যোজনা-ফকৰা ইয়াকে ভেটি কৰি লৈ আনি প্ৰাচীন কামৰূপত ব্যৱহৃত অলঙ্কাৰৰ বিষয়ে এটি আভাস পাবলৈ যত্ন কৰিম।

১। মূৰৰ অলঙ্কাৰ—মুকুট-কৰন্তমুকুট, কীৰিট-মুকুট, অৰ্দ্ধ-মুকুট, কপালী, মুক্তাজাল, শিৰোমণি, সীমন্তিকা।

২। কাণৰ অলঙ্কাৰ—মকৰকুণ্ডল, মণিকুণ্ডল, পত্ৰকুণ্ডল, পদ্মকুণ্ডল, শঙ্খ-কুণ্ডল, কপালকুণ্ডল, কৰ্ণবলয়, কৰ্ণময়ূৰ, কৰ্ণমকৰ।

৩। ডিঙিৰ অলঙ্কাৰ—ৰত্নহাৰ, ৰত্নমালা, ৰত্নাৱলী; হেমহাৰ, মণিহাৰ; মুক্তাৱলী, মুক্তামালা; পঞ্চৰত্ন, ললন্তিকা, ৰত্নসূত্ৰ, পোহন্দাৰ।

৪। কঁকালৰ অলংকাৰ—মেখলা, কটিসূত্ৰ ; কিংকিণী ; ক্ষুদ্ৰঘণ্টিকা ; চন্দ্ৰহাৰ, কাঞ্চী।

৫। বাহুৰ অলংকাৰ—কেয়ূৰ, তাড়।

৬। হাতৰ অলংকাৰ—কংকণ, কণ্টকীকংকণ, বলয়, প্ৰকোষ্ঠ।

৭। হাতৰ আঙুলীৰ অলংকাৰ—অঙ্গুৰীয়।

৮। ভৰিৰ অলংকাৰ—মঞ্জীৰ, নূপুৰ।

৯। ভৰিৰ আঙুলিৰ অলংকাৰ—উৰ্মিত।

মুকুট—পুৰণি কামৰূপৰ নৰপতি সকলে ৰাজ অভিষেক বা ৰাজকীয় উৎসৱ আদিত মুকুট পিন্ধিছিল নে পাগুৰী মাৰিছিল বা সেই শিৰোভূষণ কেনে ধৰণৰ আছিল তাৰ স্পষ্ট ধাৰণা ক'তো পোৱা নেযায়। কামৰূপৰ নৰপতি সকলৰ তামৰ ফলিত ৰাজমুকুটৰ কথা থাকিলে সি গতানুগতিক বৰ্ণনা নে সঠিক বৰ্ণনা বুজা টান। তথাপি তামৰ ফলিত মুকুটৰ কথা থকাত মুকুট পিন্ধিছিল বুলিয়েই ধৰিব পাৰি। ৯ম শতিকাৰ পৰা আৰম্ভ কৰি পিছৰ যুগৰ দেৱমূৰ্ত্তি বিলাকত তিনি বিধ মুকুট দেখা যায়। কৰণ্ড মুকুট, কীৰিট মুকুট আৰু অৰ্দ্ধ মুকুট।

